# অসমৰ জনগোষ্ঠীয় ঐতিহ্য ঃ

## সাংস্কৃতিক বিনিময় আৰু সংহতি


সম্পাদক

ড° প্ৰফুল্ল কুমাৰ নাথ

চিলেকচন গ্ৰেড অধ্যাপক, অসমীয়া বিভাগ

গুৱাহাটী মহাবিদ্যালয়

সহযোগী সম্পাদক

ধীৰাজ পাটৰ

[illegible] মিলি



বুক লেণ্ড

পাণবজাৰ, গুৱাহাটী-১

**Asamar Janagosthiya Aitihya : Sanskritik Binimay aru Sanhati –** a colltection of articles on different topic written by different writers and edited by Dr. Prafulla Kumar Nath, Selection-Grade Lecturer, Department of Assamese, Guwahati College and published by Binod Nath, on behalf of Bookland, Panbazar, Guwahati-1.

*প্ৰকাশক ঃ*

বিনোদ নাথ

পাণবজাৰ

গুৱাহাটী - ৭৮১ ০০১

ফোন নং - (০৩৬১) ২৬৩৭৭৭২



মূল্য ঃ ৫৪৫.০০ টকা

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী, ২০০৯

# সম্পাদকীয়

মানৱ সভ্যতাৰ ইতিহাস পৰ্যবেক্ষণ কৰি চালে দেখা যায় যে, সুদূৰ অতীতৰ পৰাই জনসংখ্যা বসতিৰ পৰিৱৰ্তন ঘটিছে আৰু বিভিন্ন আৰ্থ-সামাজিক কাৰণত এখন দেশ বা সমাজৰ মানুহে আন আন দেশলৈ গৈ তাত বসবাস কৰিছে, ব্যৱসায়-বাণিজ্য কৰিছে বা স্থায়ীভাৱে বসতিস্থাপন কৰিছে। সেয়ে কোনো সমাজৰ প্ৰচলিত সংস্কৃতি কেৱল সেইখন সমাজৰ নিজস্ব সৃষ্টি নহয়, যুগ যুগ ধৰি বিভিন্ন সমাজৰ পৰা লাভ কৰা সাংস্কৃতিক সমলৰ আদান-প্ৰদান আৰু বিনিময়ৰ ফল মাথোন। সাংস্কৃতিক সমলৰ আদান-প্ৰদানত সাংস্কৃতিক বিনিময়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা দেখা যায়।

কৰ্ষণেই সৃষ্টি; সংস্কৃতি তাৰ সোণালী ফচল। সেয়ে সংস্কাৰ বা পৰিমাৰ্জন সংস্কৃতিৰ বাবে অত্যন্ত অপৰিহাৰ্য। সংস্কৃতি হ'ল এটা জাতিৰ মেৰুদণ্ড, আৰু ই নিজস্ব বৰ্ণ-বৈভৱেৰে সৌন্দৰ্যময়। অসমীয়া সংস্কৃতিৰ বৰ্ণাঢ্য ৰূপটো গঢ় লৈ উঠিছে এই দেশৰ বুকুলৈ অনাদি কালৰে পৰা প্ৰব্ৰজিত হোৱা বিভিন্ন জনগোষ্ঠীৰ প্ৰবাহমান জনস্ৰোতৰ মাধ্যমেদি।

ভাৰতবৰ্ষৰ পূব প্ৰান্তত অৱস্থিত অসম এখন বহুজাতিক, বহুভাষিক ৰাজ্য। ইতিহাসৰ বিভিন্ন স্তৰত এই দেশৰ বুকুলৈ বিভিন্ন জনগোষ্ঠীৰ আগমন ঘটিছে আৰু এনেদৰেই বিভিন্ন জনগোষ্ঠীৰ আদান প্ৰদান, বিনিময় আৰু সংস্কৃতি গ্ৰহণৰ যোগেদি বৰ্তমান অসমীয়া সংস্কৃতিয়ে বৰ্ণাঢ্য আৰু বৈচিত্ৰময় ৰূপ পৰিগ্ৰহ কৰিছে। আৰ্য আৰু আৰ্যভিন্ন বিভিন্ন জনগোষ্ঠীৰ মাজত সংঘটিত হোৱা এনে আদান-প্ৰদানে অসমীয়া সংস্কৃতিক সুকীয়া ৰূপ প্ৰদান কৰিছে।

পণ্ডিতসকলৰ মতে প্ৰাগ-ঐতিহাসিক কামৰূপৰ সংস্কৃতি মূলতঃ কিৰাতমূলীয় আছিল। ঘটকাসুৰ প্ৰভৃতি অসুৰবংশীয় ৰজাৰ ৰাজত্বকালত এই ৰাজ্যৰ সংস্কৃতি নিশ্চয় ভাৰতীয় সংস্কৃতিৰ পৰা কিছু পৃথক আছিল। কিন্তু, নৰকাসুৰৰ সময়ৰ পৰা হোৱা আৰ্য-সংস্কৃতিৰ আগমনে পুৰণি কামৰূপৰ সংস্কৃতিৰ বিভিন্ন দিশত পৰিৱৰ্তনৰ সূচনা কৰিছিল আৰু এনেদৰেই সাংস্কৃতিক বিনিময় প্ৰথাৰ শুভাৰম্ভ ঘটিছিল। মঙ্গোলীয় জনগোষ্ঠীৰ অন্তৰ্গত বড়োমূলীয় লোকসকলেই মূলতঃ অসমৰ ভূমিপুত্ৰ। কোনো কোনোৰ মতে অষ্ট্ৰিকসকলহে অসমৰ আদি বাসিন্দা; গতিকে অষ্ট্ৰিক, মঙ্গোলীয়, নৰ্ডিক, দ্ৰাবিড় প্ৰভৃতি বিভিন্ন নৃগোষ্ঠীৰ লোকসকলৰ সমিলমিলৰ যোগেদি সংমিশ্ৰিত ৰূপত অসমীয়া সংস্কৃতিয়ে ক্ৰমশঃ বিকাশৰ পথত আগবাঢ়িছে। মহাপুৰুষ শঙ্কৰদেৱেও ভাগৱতৰ ২য় স্কন্ধত অসমৰ বিভিন্ন জনগোষ্ঠীৰ বৰ্ণনা দাঙি ধৰি লিখিছে ঃ

কিৰাত কছাৰী খাচী গাৰো মিৰি
যৱন কঙ্ক গোৱাল
অসম মলুক ৰজক তুৰুক
কুবাচ ম্লেচ চণ্ডাল।' ইত্যাদি।

ইয়াত কিৰাত আৰু কছাৰী সমাৰ্থক আৰু যৱন শব্দই মুছলমানসকলক বুজাইছে। সেইদৰে 'অসম' শব্দই আহোমসকলক সূচিত কৰিছে। বড়ো, ৰাভা, ডিমাছা, নগা, গাৰো, মিজো, কাৰবি, মিচিং, তিৱা, মৰাণ, চুতিয়া, খামতি, টাই-আহোম, কোচ, হাজং, মেচ প্ৰভৃতি ভিন ভিন গোষ্ঠীৰ লোকসকল মূলতঃ মঙ্গোলীয় প্ৰজাতিৰ লোক। পুৰণি কামৰূপত ৰাজত্ব কৰা বৰ্মন, শালস্তম্ভ, পাল, কোচ, টাই-আহোম প্ৰভৃতি বংশৰ লোকসকলো মূলতঃ 'কিৰাত' বা মঙ্গোলীয় প্ৰজাতিৰ। যোগিনীতন্ত্ৰত সেয়েহে পুৰণি কামৰূপৰ সংস্কৃতিক কিৰাতমূলীয় বোলা হৈছে ঃ 'সিদ্বেশী যোগিনীপীঠে ধৰ্মঃ কৈৰাতজঃ মতঃ'।

অজনজাতি লোকসকলৰ ভিতৰত নাথ-যোগীসকল, কৈৱৰ্তসকল, কলিতা, ব্ৰাহ্মণ আৰু কায়স্থসকল তুলনামূলকভাৱে অসমৰ পুৰণি বাসিন্দা। প্ৰত্ন-অসমীয়া ভাষাৰ লিখিত সাহিত্যৰ নিদৰ্শন চৰ্যাগীতসমূহৰ পৰা সহজেই অনুমান কৰিব পাৰি যে নাথ-যোগী সম্প্ৰদায়ৰ লোকসকলেই অসমত পোন প্ৰথমে সাহিত্য চৰ্চাৰ গুৰি ধৰিছিল। এওঁলোকৰ লগত সহযোগিতা আগবঢ়াইছিল কৈৱৰ্ত আৰু অন্যান্য বৃত্তিয়াল জাতিৰ লোকসকলে। চৰ্যাগীতত উল্লেখ থকা শবৰ, তাঁতী, চণ্ডাল, কৈৱৰ্ত, ব্ৰাহ্মণ, নাথ-যোগী প্ৰভৃতি লোকসকলৰ প্ৰাচীনত্বৰ প্ৰমাণ যথেষ্ট। ত্ৰয়োদশ শতিকাত আহোমসকলে পুৰণি কামৰূপত প্ৰৱেশ কৰাৰ আগলৈকে এই দেশ বিভিন্ন জনজাতিমূলীয় ৰজাৰ অধীনত সৰু সৰু ৰাজ্যত বিভক্ত আছিল। আহোম ৰজাই 'সাত ৰাজ মাৰি এক ৰাজ' প্ৰতিষ্ঠা কৰাৰ পিছৰে পৰাই স্বাভাৱিকতে অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হয়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এই প্ৰক্ৰিয়াক ত্বৰান্বিত কৰে আৰু ৰুদ্ৰসিংহ, নৰনাৰায়ণ প্ৰভৃতি মহানুভৱ ৰজাসকলৰ ৰাজত্ব কালত এই দেশে সাহিত্য-সংস্কৃতিৰ দিশত উল্লেখযোগ্য সফলতা লাভ কৰিবলৈ সক্ষম হয়।

কানাই বৰশী বোৱা শিলালিপিৰ তথ্য অনুসৰি 'তুৰ্কী' তথা মুছলমান সকলৰ প্ৰথম অসম আগমন হয় ত্ৰয়োদশ শতিকাৰ আদিভাগত। সেইদৰে চাহ-জনগোষ্ঠীৰ লোকসকল উনবিংশ শতিকাৰ মাজভাগত অসমলৈ আহে। এইদৰে বিভিন্ন জনগোষ্ঠীৰ বৰ্ণাঢ্য সংস্কৃতিৰ আদান-প্ৰদান আৰু বিনিয়মৰ যোগেদি গঢ় লৈ উঠা অসমীয়া জাতিৰ জাতীয় সংস্কৃতিত প্ৰধানভাৱে বৰঙণি যোগায় ভাৰতৰ স্বাধীনতা আন্দোলনে। শঙ্কৰদেৱৰ পিছতেই মহাত্মা গান্ধীৰ নেতৃত্বত বিভিন্ন জাতি-উপজাতিৰ মাজত ঐক্য আৰু সংহতিৰ ভাব সম্প্ৰসাৰিত হয়।

**কৃতজ্ঞতা জ্ঞাপন ঃ**

গ্ৰন্থখনি প্ৰস্তুত কৰাৰে পৰা আৰম্ভ কৰি প্ৰকাশ হৈ ওলোৱালৈকে আমি কেইবাগৰাকী শুভাকাঙ্ক্ষী ব্যক্তিৰ সহায় পাইছিলো। কিন্তু, গ্ৰন্থখনিৰ পূৰ্ণৰূপ প্ৰদানত প্ৰধানভাৱে সহায়ৰ হাত আগবঢ়াইছে শ্ৰদ্ধেয় লেখক-লেখিকাসকলে। তেওঁলোকৰ ভিতৰত ডঃ বিৰিঞ্চি কুমাৰ মেধি, ডঃ দিলীপ কুমাৰ কলিতা, ডঃ ৰাজু বৰুৱা, ডঃ উপেনৰাভা হাকাচাম, ডঃ বসন্ত কুমাৰ দলে, ডঃ প্ৰবীণ শইকীয়া, ডঃ হৰকুমাৰ নাথ, ডঃ ফুকন বসুমতাৰী, ডঃ বিমল মজুমদাৰ, ডঃ আব্দুল মালিক, আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। অৱশ্যে ব্যক্তিগত ব্যস্ততাৰ বাবে কেইবাজনো বিশিষ্ট লেখকে নিৰ্দিষ্ট সময়ত লেখনি দিবলৈ সক্ষম নহ'ল।

এইখিনিতেই উল্লেখ কৰাটো উচিত হ'ব যে প্ৰবন্ধসমূহৰ তথ্য সম্পৰ্কত লেখকসকলহে ব্যক্তিগতভাৱে দায়বদ্ধ। সম্পাদনা সমিতি তাৰ বাবে জগৰীয়া নহয়।

গ্ৰন্থখনিৰ প্ৰস্তুতি পৰ্বৰে পৰা আমাৰ সহযোগী হিচাপে সহায় কৰিছে মোৰ দুগৰাকী ছাত্ৰ দেৱৰাজ মিলি আৰু ধীৰাজ পাটৰে। তেওঁলোকৰ লগতে আন দুগৰাকীমান ছাত্ৰ সুব্ৰতজ্যোতি নেওগ, ভাস্কৰ জ্যোতি গোস্বামী, গৌৰাঙ্গ শৰ্মা আৰু কিৰণ গগৈয়েও বিভিন্ন প্ৰকাৰে সহযোগিতা আগবঢ়াইছে। তেওঁলোক আটাইলৈ মৰম আৰু শুভাশীষ জনালোঁ। লগতে অসমৰ সংস্কৃতিৰ সংৰক্ষণ, বিকাশ আৰু গৱেষণাৰ বাবে অগ্ৰণী ভূমিকা গ্ৰহণ কৰা বিশিষ্ট সমাজকৰ্মী আৰু ৰাজনীতিবিদ তথা "অসম সংযুক্ত গণতান্ত্ৰিক মৰ্চা"ৰ সভাপতি **বদৰুদ্দিন আজমল** ডাঙৰীয়ালৈ আন্তৰিক ধন্যবাদ জনালোঁ। অসমৰ সাংস্কৃতিক ঐতিহ্যৰ পৰিচায়ক বিভিন্ন জনগোষ্ঠীৰ মাজৰ পৰা নিৰ্বাচিত প্ৰবন্ধ কেইটিৰ মাজেদি পৰস্পৰৰ মাজত সদ্ভাৱ, বিশ্বাস, আন্তৰিকতা আৰু সহযোগিতাৰ ভাব বৃদ্ধি কৰিব পাৰিলে আমাৰ শ্ৰম সাৰ্থক হ'ব। শেষত গ্ৰন্থ খনি প্ৰকাশৰ কাৰণে বিভিন্ন দিশত সহযোগিতা আগবঢ়োৱা **'সদৌ অসম সাংস্কৃতিক পৰিষদ'**ৰ সভাপতি/সম্পাদক প্ৰমুখ্যে বিষয়ববীয়া সকলৰ শলাগ ল'লো।

গুৱাহাটী
ডিচেম্বৰ, ২০০৮

ডঃ প্ৰফুল্ল কুমাৰ নাথ
চিলেকচন গ্ৰেড অধ্যাপক,
গুৱাহাটী মহাবিদ্যালয়,
বামুণীমৈদাম, গুৱাহাটী-২১

# SYLLABUS

## Gauhati University

### চতুৰ্থ প্ৰশ্নকাকত (অসমীয়া গুৰু পাঠ্যক্ৰম)

**প্ৰথম খণ্ড ঃ** মূল্যাংক - ৫০

অসমীয়া জাতি গঠন আৰু অসমীয়া সংস্কৃতিৰ
পৰিচয়মূলক অধ্যয়ন
অসমীয়া জাতি গঠনত প্ৰজাতীয় উপাদান
সংস্কৃতিৰ সংজ্ঞা
অসমীয়া লোক সংস্কৃতি আৰু ইয়াৰ উপাদান
লোক বিশ্বাস
জন-বিশ্বাস
উৎসৱ-পাৰ্বন
অসমৰ ধৰ্ম
অসমৰ শাক্ত, শৈৱ আৰু বৈষ্ণৱ ধৰ্মৰ সাধাৰণ পৰিচয়

**দ্বিতীয় খণ্ড ঃ** মূল্যাংক - ৫০

অসমীয়া সাহিত্যৰ বিশেষ অধ্যয়ন

### ডিব্ৰুগড় বিশ্ববিদ্যালয়

### চতুৰ্থ প্ৰশ্নকাকত (দ্বিতীয় খণ্ড)

অসমীয়া সংস্কৃতি, মূল্যাংক - ৫০

অসম, কামৰূপ, প্ৰাগজ্যোতিষপুৰ নামৰ উৎপত্তি বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিৰ পৰিচয়
আহোম ৰজাসকলৰ বৰঙনি

# Gauhati University
# Assamese, 2007
# Major - II
# (Cultural History of Assam)

## প্ৰথম খণ্ড ঃ

মূল্যাংক - ৫০

১. 'অসমৰ অধিবাসী' এই সন্দৰ্ভত এই বিশ্লেষণমূলক আলোচনা আগবঢ়োৱা। ১৬

অথবা

অসমীয়া সংস্কৃতি প্ৰধানতঃ গঞা সংস্কৃতি আখ্যা দিয়াৰ কাৰণ কি? গঞা আৰু নগৰীয়া সমাজৰ মাজত কি কি বিষয়ত মিল আৰু অমিল দেখা যায়, চমুকৈ লিখা।

২. লোকাচাৰ কাক বোলে? লোকাচাৰৰ ভিত্তি কি? কৃষিৰ সৈতে জড়িত লোকাচাৰৰ বিষয়ক এটি আলোচনা আগবঢ়োৱা।

১০+৬ = ১৬

অথবা,

লোক-সংস্কৃতি এটি সৰ্বজন গ্ৰহণীয় সূত্ৰ লিখা। জনকৃষ্টি আৰু লোক সংস্কৃতি সলনি জনকৃষ্টি পৰিভাষাটো প্ৰয়োগ কৰিছে লোক-সংস্কৃতিৰ ক্ষেত্ৰকেইটা কি কি? যিকোনো ক্ষেত্ৰ এটিৰ বিষয়ে চমুকৈ লিখা। ৪+১+১+৪+৮ = ১৮

৩. (ক) অসমৰ শিৱপূজাৰ প্ৰচলন সম্পৰ্কে এটি বিৱৰণমূলক প্ৰবন্ধ বৰ্ণনা কৰা । অথবা
(খ) যিকোনো চাৰিটাৰ বিষয়ে সংক্ষেপে লিখা। ৪×৪ = ১৬

১. সত্ৰ / সস্তাৰ/ সস্তুৰ/ সচং

২. নামঘৰ/ গোঁসাইঘৰ/কীৰ্ত্তন ঘৰ

৩. সিংহাসন/ আসন

৪. খোল/ মৃদঙ্গ

৫. মন্দিৰৰ সিংহদ্বাৰ

৬. ভাজঘৰ

৭. মন্দিৰৰ সৈতে জড়িত নৃত্য।

# সূচীপত্ৰ

# ৰাভা জনগোষ্ঠী ঃ
# তেওঁলোকৰ সমাজ আৰু সংস্কৃতি

— ৰাজেন ৰাভা

অসমত বাস কৰা জনজাতীয় লোকসকলক বিভিন্ন ভাগত ভগাব পাৰি। যেনে ঃ নগা-গোষ্ঠী, লুচাই, কুকি গোষ্ঠী, বড়ো গোষ্ঠী আদি। এই বড়ো গোষ্ঠীৰ নামটো পোন প্ৰথমতে Hodgson চাহাবেই অনুমানৰ ওপৰত নামকৰণ কৰি যোৱা বুলি জনা যায়। তাৰপিছত - পৰবৰ্তী গৱেষক, নৃ-তাত্বিক, ধৰ্মযাজক আদিয়ে এই মতকে গ্ৰহণ কৰি আহিছে।

এই বড়ো গোষ্ঠীৰ মানুহবিলাক কেতিয়া, কেনেকৈ প্ৰাচীন অসমত সোমাইছিল ভালদৰে জনা নেযায়। সেইবোৰ যিয়েই নহওক কিয়, এইটো ঠিক যে, তেওঁলোক একে সময়তে, একেবাটেৰে একেলগে অসমত সোমোৱা নাছিল। তেওঁলোকে বিভিন্ন সময়ত, বিভিন্ন পথেৰে, বিভিন্ন দলবদ্ধ হৈ আহি প্ৰাচীন অসমৰ বিভিন্ন ভৌগলিক পৰিবেশত বসবাস কৰিবলৈ লৈছিল। এই গোষ্ঠীৰেই উপগোষ্ঠীবোৰ হৈছে - ৰাভা, গাৰো, কছাৰী, লালুং আদি।

এই ৰাভাসকল কোন, ক'ৰ পৰা আহিল, অসমৰ কোন কোন জাতিৰ লগত এওঁলোকৰ ঘনিষ্ঠ সম্বন্ধ ইত্যাদি বিষয়ে নানা জনে নানা ভাবে মন্তব্য দি মতভেদৰ পাতনি মেলি গৈছে। এওঁলোকৰ ভাষা আৰু সাংস্কৃতিক জীৱন ধাৰাৰ বিষয়ে - Friend-Pereira, Delton, Porter, Endle Allen, Playfair, Gait, Martin, Wadel, Grierson, Stephen আদি পাশ্চাত্য লোকসকলৰ মন্তব্য বিশেষ ভাবে দ্ৰষ্টব্য। Gait চাহাবে কিন্তু, এই সকলৰ মন্তব্যবোৰ চালি জাৰি চাই সাৰাংশ দি গৈছে – 'এইটো ঠিক যে, ৰাভা 'বড়ো' গোষ্ঠীৰ অন্তৰ্ভুক্ত; কিন্তু, সেই গোষ্ঠীৰ কোনটো উপগোষ্ঠীৰ (জনজাতি) লগত ৰাভাসকলৰ কি সম্বন্ধ আছে, তাক ভালদৰে জনা নেযায়। ৰাভাৰ নিজস্ব ভাষা আছে, চহকী কৃষ্টি আছে। গতিকে ৰাভা এটা জনজাতি।

তদ্ৰূপ – ডঃ ভুবন মোহন দাসেও মন্তব্য দি গৈছে – 'ৰাভাসকলক আন জনজাতিৰ লগত সাঙুৰি দিয়াৰ কোনো যুক্তিসংগত কাৰণ নেদেখোঁ। এইটো একেবাৰেই ভিত্তিহীন যেন লাগে। মোৰ মতে – নিজস্ব ঐতিহ্য, কৃষ্টি, বৈশিষ্ট্য, বিশ্বাস, আখ্যান, উপাখ্যানেৰে পৰিপুষ্ট ৰাভাসকল এটি পৃথক জনজাতি।'

ভাৰতৰ সংবিধানত ৰাভা এটা জনজাতি হিচাপে স্বীকৃত। ৰাভা জাতিৰ মানুহ অসমৰ, মেঘালয়ৰ আৰু পশ্চিমবংগৰ বিভিন্ন ভৌগোলিক পৰিবেশত অধ্যুষিত হৈ আছে। কিন্তু, অধিক সংখ্যক ৰাভা মানুহ অসমৰ গোৱালপাৰা আৰু কামৰূপ জিলাৰ দক্ষিণ অঞ্চলত বসবাস কৰি আছে। ১৯০৩ চনত প্ৰকাশিত Grierson ৰ Linguistic Survey of India ৰ Vol. III, pt. II ত সন্নিবিষ্ট মানচিত্ৰতো বৰ্তমান গাৰোপাহাৰ জিলাৰ 'ফুলবাৰী'ৰ পৰা দক্ষিণ 'কামৰূপ'ৰ 'ৰাণী' নামৰ ঠাইলৈকে গাৰোপাহাৰ আৰু খাচীয়া পাহাৰ জিলাৰ উত্তৰ সীমান্তবৰ্তী কিছু অঞ্চলক সামৰি এই সুবিস্তৃত অঞ্চল ৰাভা মানুহৰ বাসভূমি হিচাপে সেউজীয়া ৰঙেৰে ৰঞ্জিত হৈ আছে। ১৯৭১ চনৰ লোক-গণনা মতে – অসমত ৰাভা মানুহৰ সংখ্যা ১,৩৮,৬৩০ জন আৰু পশ্চিম বংগত – ২৪৭৮ জন, মুঠ – ১,৪২, ১০৮ জন।

ৰাভাসকল কেবাভাগত বিভক্ত। যেনে — পাতি, ৰংদানী, মায়তাৰি, দাহৰি বিটলীয়া আৰু টোট্‌লা। Friend - pereirs এ সন্দেহযুক্ত ভাবে কোঁচ সকলে ৰাভা জাতিৰ এটি শাখা বুলি উল্লেখ কৰি গৈছে। 'হানা' আৰু 'চোঙা' বুলি আৰু ২ দুবিধ ৰাভাৰ শাখাৰ নাম উল্লেখ পোৱা যায়। খুউব সম্ভৱ – 'হানা' 'টোট্‌লা' ৰাভাৰ লগত আৰু 'চোঙা' দাহৰি ৰাভাৰ লগত সংমিশ্ৰণ হৈ গৈছে। ৰাভাৰ এই শাখাবোৰৰ ভিতৰত – পাতি, মায়তাৰি আৰু দাহৰি শাখাবোৰ আৰু কিছুমান সৰু সৰু ভাগত বিভক্ত। সেইসকলৰ 'বাৰায়' বুলি কোৱা হয়। যেনে – ৰুংদুন, চুৰচুং, পাম, হাচৌ, নিবাৰী- - আদি। এই শাখাবোৰৰ মাজত পৰস্পৰ 'বাৰায়ৰ' সামঞ্জস্য আছে। মাকৰ যি 'বাৰায়' ল'ৰা-ছোৱালীবিলাকে তাকেই গ্ৰহণ কৰে। পিতৃৰ 'বাৰায়' গ্ৰহণযোগ্য নহয়। আকৌ- - দুই বা ততোধিক 'বাৰায়' সংযুক্ত হৈ একো একোটা 'হুৰ' গঠিত হয়। এই বাৰায় আৰু 'হুৰৰ' সংখ্যা ক্ৰমে ১৫০ তকৈ আৰু '৫০' তকৈ অধিক। এটা বাৰায়ে দুই বা ততোধিক 'হুৰ'ত সংযুক্ত হোৱা দেখা যায়। একে 'বাৰায়' বা 'হুৰ'ৰ মাজত বিবাহ নিষিদ্ধ।

ৰাভাসকলৰ 'মাহাৰি' প্ৰথাৰ বিশেষত্ব আছে। কোনো বাৰায়ৰ মহিলা সম্প্ৰদায়েই 'বাৰায়-মাহৰি' 'বাৰ-মাহাৰি'। 'মাহাৰি' অৰ্থ মাতৃ-সম্পৰ্কীয়। কোনো বৰলা বা বিধবাই আন ঘৈণীয়েক বা গিৰীয়েক গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিলে বিধিগত ভাবে দণ্ডনীয় হব লাগে। 'বাৰায়-মাহাৰি'য়ে বিবাহৰ অনুমতি দিয়াকে 'খৌম্' বা 'খেম্' বোলা হয়।

ৰাভাসকলৰ মাজত বিচ্ছেদ প্ৰথা আছে। যুগ্ম-জীৱনত পতি-পত্নীৰ মনোমালিন্য ঘটিলে সংগত কাৰণ দশাই সমাজ-বিধিমতে বিচ্ছেদ হব পাৰে। ইচ্ছাকৃত ভাবে একপক্ষীয় ভাবে বিচ্ছেদ হব লগা হলে প্ৰস্তাৱকে (পতি বা পত্নী) দণ্ডনীয় হয়।

সাধাৰণতে বিবাহ-কাৰ্য দৰাৰ ঘৰত সমাপন কৰা হয়। বিবাহ-কাৰ্যৰ পৌৰাহিত্য নিজ সমাজৰ মানুহে কৰে। বৰ্তমান কিছুমানে কইনাৰ ঘৰতো বিবাহ কাৰ্য সমাপন কৰা দেখা যায়। এনে ধৰণৰ বিবাহত কিছুমান 'ব্ৰাহ্মণ' পুৰোহিত নিয়োজিত কৰে।

গা-ধন সমাজ স্বীকৃত হলেও-বৰ্তমান বহুতো পিতৃ-মাতৃ বা অভিভাবকে গ্ৰহণ নকৰে। ৰংদানী আৰু মায়তাৰি ৰাভাসকলৰ অধিক সংখ্যকক এতিয়াও প্ৰাচীন সামাজিক ৰীতি-নীতিৰে বিবাহ কাৰ্য সমাপন কৰা দেখা যায়।

এক পত্নী (Monogamy) বিবাহ ৰাভা সমাজত স্বীকৃত; বহু পত্নী (Polygamy) বিবাহ প্ৰথা আছে যদিও - ক্ৰমে নাইকিয়া হৈ গৈছে। বহুস্বামী (Polyandry) বিবাহ আৰু সমূহীয়া বিবাহ (Group Marriage) প্ৰথা নাই। 'নিম্ন লেভিৰেট' (Junior Levirate) — ককায়েকৰ মৃত্যুৰ পিছত তেওঁৰ বিধবা ঘৈণীয়েকক গ্ৰহণ কৰা প্ৰথা সমাজ স্বীকৃত হ'লেও — এনে বিবাহৰ সংখ্যা প্ৰায় দেখা নেযায়। 'উচ্চ লেভিৰেট' — (Senior Levirate — ভায়েকৰ মৃত্যুৰ পিছত — তেওঁৰ বিধবা ঘৈণীয়েকক পত্নী ৰূপে গ্ৰহণ কৰা) প্ৰথা একেবাৰে নিষিদ্ধ। তদ্ৰূপ — 'নিম্ন ছৰোৰেট্' (Junior Sorrorate - মৃত ঘৈণীয়েকৰ সৰু ভনীয়েকক পত্নী ৰূপে গ্ৰহণ কৰা প্ৰথা আছে যদিও — 'উচ্চ ছৰোৰেট্' (Senior Sorrorate - ঘৈণীয়েকৰ মৃত্যুৰ পিছত তাইৰ বায়েকক পত্নী ৰূপে গ্ৰহণ কৰা) প্ৰথা একেবাৰেই সমাজ স্বীকৃত নহয়।

'কাজিন-বিবাহৰ' (Cousin Marriage) প্ৰথা আছে যদিও - কেৱল মাকৰ ভায়েকৰ বা ককায়েকৰ জীয়েকককহে বিয়া কৰাৰ প্ৰথা চলি আহিছে। কিন্তু শিক্ষা-সভ্যতাৰ লগে লগে বৰ্তমান এই বিবাহ প্ৰথা ক্ৰমে নাইকিয়া হৈ আহিছে। ৰংদানী আৰু মায়তাৰি ৰাভাসকলৰ মাজত কম পৰিমানে এই বিবাহ-প্ৰথা প্ৰচলন হোৱা দেখা যায়। এওঁলোকৰ মাজত বৰলা বা বিধবা বিবাহৰ প্ৰথা আছে।

সমাজ গাঁথনিৰ ফালৰ পৰা লক্ষ্য কৰিলে দেখা যায় যে, ৰাভা সমাজ আগতে 'মাতৃ-প্ৰধানেই' আছিল। কালক্ৰমত - সমাজ গাঁথনি শিথিল হৈ অহাৰ লগে লগে বৰ্তমান সমান্তৰাল ভাবে 'পিতৃ-মাতৃ' প্ৰধান ৰূপত ৰূপান্তৰ ঘটিছে। এইয়া সম্পত্তিৰ অধিকাৰী বা অধিকাৰিণীৰ ওপৰতহে নিৰ্ভৰ কৰে।

কোনো নিঃসন্তান বা সন্তানযুক্ত দম্পতীয়ে আনৰ কোনো সন্তানৰ সমাজ বিধিমতে পুত্ৰ বা কন্যাৰূপে গ্ৰহণ কৰি লব পাৰে। ইয়াকে 'পোষ্য' প্ৰথা বোলে। এই 'পোষ্য' সন্তানেই সেই দম্পতীৰ স্থাবৰ-অস্থাৱৰ সম্পত্তিৰ আংশিক বা সম্পূৰ্ণ অধিকাৰী হব পাৰে।

'পোষ্য' প্ৰথাৰ দৰে আন এটি প্ৰথা হৈছে - 'দায়' প্ৰথা। এই প্ৰথা অনুসৰি কোনো মানুহে কোনো পুৰুষ বা তিৰোতাক বাপেক বা মাক হিচাপে গ্ৰহণ কৰিব পাৰে। ককায়েক, বায়েক নাইবা-ভাই-ভনী হিচাপেও গ্ৰহণ কৰিব পাৰে। এই প্ৰথা অনুসৰি সম্পত্তিৰ বিশেষ অধিকাৰ নেথাকে। অৱশ্যে - দানসূত্ৰে স্থাবৰ বা অস্থাৱৰ সম্পত্তি হস্তান্তৰ হোৱাত কোনো বাধা নেথাকে। এই প্ৰথানুসৰি একে পৰিয়ালভুক্ত কোনো বাধ্য-বাধকতা নাই। যি সম্বন্ধত 'দায়' প্ৰথা সম্পন্ন কৰা হয়, পৰ জন্মত এই সম্বন্ধ জড়িত হোৱা বুলি ৰাভাসকলে বিশ্বাস কৰে।

বিয়াৰ সময়ত কইনাৰ অভিভাবকে দৰা-পক্ষৰ যি কোনো উপযুক্ত মানুহক কইনাৰ 'ধৰ্মপিতা' বা 'ধৰ্ম-বাপ' সমাজ বিধিমতে অৰ্পণ কৰিব পাৰে এই 'ধৰ্ম-পিতা'ই-কইনাৰ গোটেই জীৱনৰ শুভ-অশুভৰ দায়িত্ব বহন কৰিবলগীয়া হয়। কইনাই তাইৰ ধৰ্ম পিতা-মাতাৰ কোনো সম্পত্তিৰ অধিকাৰিণী হব নোৱাৰিলেও ধৰ্ম-পিতা-মাতাই তাইক কোনো স্থাৱৰ নাইবা অস্থাৱৰ সম্পত্তিৰ অংশ হস্তান্তৰ বা দান কৰিলে কোনেও ওজৰ আপত্তি কৰিব নোৱাৰে।

ৰাভা সমাজত পিতৃ-স্বত্ব আৰু মাতৃ-স্বত্ব - এই দুটা অধিকাৰৰ প্ৰথা থাকিলেও - বৰ্তমান সংশ্লিষ্ট আত্মীয়-কুটুম্ব আৰু মাহাৰিৰ বিবেচনা আৰু অনুগ্ৰহ ক্ৰমে কোনো সম্পত্তি নাইবা তাৰ অংশ পিতৃ-স্বত্বৰ পৰা মাতৃ-স্বত্বলৈ নাইবা - মাতৃস্বত্বৰ পৰা পিতৃ-স্বত্বলৈ ৰূপান্তৰ হোৱা দেখা যায়। এই প্ৰথা ৰাভাৰ সকলো শাখাৰ সমাজৰ দ্বাৰাই বৰ্তমান স্বীকৃত।

গাৰো, কাৰ্বি আদি সমাজত নাৰীৰ স্থান অতি উচ্চ। ৰাভা সমাজতো পুৰুষে নাৰীক আবৰ্জনা বুলি নেভাবে।

ৰাভাসকলে মানৱতা আৰু সত্যকেই ধৰ্ম বুলি বিশ্বাস কৰি আহিছে। সাধাৰণতে এওঁলোক প্ৰকৃতি উপাসক। প্ৰকৃতিৰ ওপৰত এওঁলোকে বিভিন্ন দেৱদেৱীৰ আৰোপ কৰে। বৰ্তমান বহুতো হিন্দুৰ দেৱ-দেৱীৰ পূজা আৰু উৎসৱাদি এওঁলোকে সাৰ্বজনীন ভাৱে পালন কৰে।

এওঁলোকে সমাজগত ভাৱে সংগঠনশীল। সেয়ে, কোনো বিশেষ ধৰ্মীয় মতবাদে এওঁলোকৰ ওপৰত বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। ব্যক্তিগত ভাৱে কোনো ৰাভা মানুহ কোনো কোনো ধৰ্মলৈ ৰূপান্তৰ হলে পুনঃ স্বধৰ্মলৈ ঘূৰি অহাও দেখা যায়। এওঁলোকে জন্মান্তৰবাদ, আধ্যাত্মবাদ, সৰ্বপ্ৰাণ বাদ আৰু আশাবাদ স্বীকাৰ কৰে। এওঁলোকৰ নিজস্ব 'জীৱন বিজ্ঞানো' (Cosmology) আছে।

এওঁলোকে বলি-বিধানেৰে নিজস্ব প্ৰাচীন দেৱ-দেৱীৰ পূজা কৰে। মদ অবিহনে নিজস্ব কোনো প্ৰাচীন দেৱ-দেৱীৰ পূজা নহয়। এওঁলোকৰ প্ৰাচীন গৃহদেৱী 'ৰণতাক'। এই পূজা পোনতে পৰিয়াল স্তৰৰ পৰা ক্ৰমে প্ৰসাৰিত হৈ সামূহিক পূজাত ৰূপ পায়। বৰ্তমান হিন্দু ধৰ্মীয় 'লক্ষ্মীপূজা' এই - পূজাৰেই নামান্তৰ। সাধাৰণতে ৰাভাসকলৰ প্ৰধান দেৱদেৱী কি বুলি ক'বলৈ হ'লে তাৰ সঠিক উত্তৰ দিয়া টান। কিয়নো- 'বায়খো' আৰু 'খোক্চি' পূজা উৎসৱ দুটাই ৰাভাসকলৰ প্ৰধান সামূহিক পূজা উৎসৱ হ'লেও - 'বায়খো' পূজা 'মায়তাৰি' আৰু কিছুমান 'ৰংদানি' শাখাৰ ৰাভাসকলৰ মাজত সীমাবদ্ধ। তদ্ৰূপ - কিছুমান 'ৰংদানি' আৰু 'দাহৰি' শাখাৰ মাজত 'খোক্চি' পূজা - সীমাবদ্ধ। 'পাতি' আৰু 'দাহৰি' শাখাৰ ৰাভাসকলে 'খোক্চিক' গৌণ দেৱী হিচাপেহে পূজা অৰ্চ্চনা কৰে। 'বিটলীয়া' আৰু 'টোট্‌লা' ৰাভাসকলে এই দুটি দেৱীৰ পূজা নকৰে।

'হাছং' পূজা উৎসৱ-মুখৰ হ'লেও বিশেষকৈ ই ৰংদানি ৰাভাসকলৰ মাজতহে সীমাবদ্ধ হৈ আছে। বহুতেই 'খোক্‌চি' আৰু 'বয়খো' পূজাক একে বুলি কয়। প্ৰকৃততে একে নহয়। এই দুটি পূজাৰ পৰিবেশন সুকীয়া সুকীয়া। ৰাভাসকলৰ প্ৰাচীন কিম্বদন্তীতো এই দুটি পূজাৰ পৃথক পৃথক কাহিনী পোৱা যায়। সেইমতে- 'বায়খো' বায়েক আৰু 'খোক্‌চি' ভনীয়েকহে। যদিও-ৰাভাসকলে 'বায়খো' আৰু 'খোক্‌চি'ক দেৱী জ্ঞানে পূজা কৰে, ই প্ৰকৃততে বংশ পৰম্পৰাৰ পূজাহে।

জন-বিশ্বাসৰ ওপৰত ভিত্তি কৰি এওঁলোকে বিভিন্ন ভূত-প্ৰেতৰ পূজা কৰে। ভূত-প্ৰেতলৈ ৰাভাসকলৰ বৰ ভয়। যিবোৰ ঠাইত ভূত-প্ৰেত থকাৰ সম্ভাৱনা বুলি বিশ্বাস কৰে, সেইবোৰ ঠাইতে পূজা-পাতল দি ভূত-প্ৰেতক সন্তুষ্ট কৰি ৰাখিবলৈ যত্ন কৰে। এওঁলোকৰ অগাধ বিশ্বাস যে, ভূত-প্ৰেতাদিয়ে মানুহৰ বেমাৰ-আজাৰৰ কাৰণে দায়ী। সিহঁত মানুহৰ প্ৰতি হিংসাপৰায়ণ আৰু ঈৰ্ষাপৰায়ণ হ'লেও - উপকাৰী আৰু হিতৈষীও।

ৰাভাসকলৰ মাজত তন্ত্ৰ-মন্ত্ৰ আছে। এতিয়াও দাইনী, বীৰা, কালী, শিৱ, নানা প্ৰেতাদিৰ সাধনা কৰা আৰু মানুহ গাহৰি, শিয়াল, কুকুৰাদি ৰূপত ৰূপান্তৰিত হোৱাৰ কথাও শুনা যায়। কিছুমান ৰাভা মানুহৰ বাবে যাদুবিদ্যা হেনো অতি সহজ কাম। যেনে- মানুহৰ তপিনাত চকী বা পীৰা সংলগ্ন কৰা, শাওৰা গছৰ পাতৰ পৰা জীৱিত কাৱৈ মাছ তৈয়াৰ কৰা, কলডিলৰ পৰা ডেকেৰা কুকুৰা ৰূপান্তৰ কৰা, মানুহৰ পেটত কুকুৰাই মাত মতা, বাঁহৰ 'খাচাত' পানী ভৰাই অনা, জলকীয়া ভ্ৰমণাদি বহুতো। বৰ্তমান ভ্ৰাম্যমান ব্যৱসায়ী যাদুকৰ সকলে উক্ত বিদ্যা চৰ্চ্চা কৰি থকা ৰাভা গাঁৱবোৰত যাদুৰ খেল প্ৰদৰ্শন কৰা কেতিয়াও সম্ভৱপৰ নহয়। এইবোৰ গুপ্ত বিদ্যা পৰম্পৰাগত ভাবে প্ৰচলিত হৈ আহিলেও বৰ্তমান শিক্ষাৰ পোহৰ পোৱাৰ লগে লগে এইবোৰ বিদ্যা চৰ্চ্চা কৰা এৰি পেলাবলৈ ধৰিছে। আৰু এনে ধৰণৰ যাদুবিদ্যা জনা মানুহৰ মৃত্যুৰ লগে লগে বহুতো যাদুবিদ্যা হেৰাই গৈছে।

এওঁলোকে জন্ম-সংস্কাৰ মানে। প্ৰাচীন প্ৰথামতে- এগৰাকী গৰ্ভৱতী তিৰোতাৰ সুখ-প্ৰসৱৰ বাবে এমাহৰ আগতে 'বায়-মা-বায়'ৰ পূজা কৰে। বৰ্তমান এই প্ৰথা বহুতো ৰাভা মানুহে নেমানে। সাধাৰণতে কেচুৱাৰ নাড়ী কটা দিনাখনেই নামকৰণ কৰে। এমাহকাল প্ৰসূতিয়ে ৰন্ধন কামৰ পৰা বিৰত থাকে। এই সময়ছোৱাত সেই গৃহস্থৰ কোনো মানুহেই ধৰ্মীয় বা সামাজিক উৎসৱ-পাৰ্বনাদিৰ কামত সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰিব নোৱাৰে। 'পচতি'ৰ কাম সমাধা নোহোৱালৈকে গৃহস্থই কৃষি-কৰ্ম বা ধৰ্মীয় অনুষ্ঠান উদ্‌যাপন কৰাৰ পৰা বিৰত থাকে। আগতে - জন্মৰে পৰা পুত্ৰ সন্তানৰ 'টিকি' চুলি ৰখাৰ প্ৰথা আছিল আৰু ইয়াক আজীৱন ৰক্ষা কৰিছিল। 'চুড়াকৰণ' কৰা ৰাভাসকলৰ বাধ্যতামূলক নহয়। ল'ৰা সন্তান জীৱিত নথকা পিতৃ-মাতৃয়েহে 'ক্ষৌৰ-কৰ্ম' কৰে। তদ্ৰূপ - 'অন্ন-প্ৰাসন' কৰাও বাধ্যতামূলক নহয়। বৰ্তমান হিন্দু-ধৰ্মীয় প্ৰভাৱত

'চূড়াকৰণ' আৰু 'অন্নপ্ৰাসন' অনুষ্ঠান কিছুমান শিক্ষিত ৰাভা মানুহৰ বাবে ব্যক্তিগত ঘৰুৱা উৎসৱ-অনুষ্ঠান হিচাপে পৰিগণিত হৈছে।

ৰাভাসকলে স্বাভাৱিক মৃত্যুৰ শটোক পুৰি পেলায়। কাচিৎহে পুতি থোৱা দেখা যায়। শ্মশানত-মৃতকৰৰ জেষ্ঠপুত্ৰ, তাৰ অবিহনে কনিষ্ঠ পুত্ৰ নাইবা নিকটস্থ আত্মীয়জনে মুখাগ্নি কৰে। বংশবিহীন মৃতকৰৰ মুখাগ্নি গিয়াতিৰ যি কোনো মুৰব্বীজনে কৰে। বসন্ত, কলেৰা, কলাজ্বৰ আদি সংক্ৰামক বেমাৰত মৰা, বাঘে খাই মৰা, পানীত ডুবি মৰা, ফাঁচি দি মৰা মানুহৰ মৰা শটোক নুপুৰি মাটিত পুতি থয়। আত্মঘাতী হৈ মৰা মানুহৰ শ্ৰাদ্ধ কৰা নহয়। এওঁলোকৰ মতে - আত্মঘাতী হৈ মৰা এটা ডাঙৰ পাপ কৰ্ম। এনে মৰা মানুহৰ আত্মাই পৰলোকত সদ্গতি লাভ কৰিব নোৱাৰে বুলি এওঁলোকৰ দৃঢ় বিশ্বাস।

পূৰ্বতে - পূৰ্ণ এমাহৰ পিছতহে আদ্য-শ্ৰাদ্ধ কৰিছিল। বৰ্তমান ১০ নাইবা ১২/১৩ দিনৰ পিছতেই আদ্য শ্ৰাদ্ধ কৰা দেখা যায়। আগতে ৰাভাসকলৰ আদ্যশ্ৰাদ্ধ কেবা প্ৰকাৰৰ আছিল। যেনে- বেংগ্ৰেবাৰায়, গছ-ছোৱানী, বাডুংডুপ্পা, সাতাপাক, ফাৰকান্তি, তৰাংকাজি, তৰঙা আদি। সাধাৰণতে ৰংদানী ৰাভাৰ 'ফাৰকান্তি', মায়তাৰি ৰাভাৰ 'তৰাংকাঁজি' আৰু হৰি ৰাভাৰ 'তৰঙা' ডাঙৰ আদ্যশ্ৰাদ্ধ। পূৰ্বতে ৩ ৰাতি ৩ দিন নাইবা ৰাতি ৭ দিন মৃতকৰ আত্মাক মদ, মাংস, ভাত আৰু নানান ব্যঞ্জনেৰে অৰ্পন কৰিছিল আৰু তদ্ৰূপ সমাজৰ মানুহকো এই কেইদিন কেইৰাতি মদ-মাংসৰে ভোজন দিব লাগিছিল। শ্ৰাদ্ধৰ কেয়ো দিন কেয়ো ৰাতি মানুহবিলাকে মাছৰোকা, সাপ, বান্দৰ, বাঢ়েটোকা আদি বৰ কৌশলেৰে কাঠেৰে তৈয়াৰ কৰিছিল আৰু সেইবোৰ নৃত্য-গীত পৰিবেশনৰ লগে লগে নচুৱাই জাতীয় শিল্পকলাৰ প্ৰতিযোগিতা কৰি আমোদ উপভোগ কৰিছিল। এই শ্ৰাদ্ধবোৰ বৰ খৰছ-বহুল। ধনী মানুহৰ বাহিৰে এনেধৰণৰ শ্ৰাদ্ধ কৰিব নোৱাৰিছিল। অৰ্থনৈতিক সমস্যাৰ জটিলতাৰ বাবে বৰ্তমান এনে আড়ম্বৰ পূৰ্ণ আৰু খৰছ-বহুল 'শ্ৰাদ্ধ বৰ্তমান কৰা দেখা নেযায়। অন্যান্য শাখাৰ ৰাভাসকলে এদিনতে আদ্যশ্ৰাদ্ধৰ কাম সমাধা কৰিছিল আৰু বৰ্তমানো কৰি আছে। ৰংদানী আৰু মায়তাৰি ৰাভাৰ পৰিয়াল আৰু আত্মীয় কুটুম্ব সকলে মানুহ মৰাৰ দিনা আৰু আদ্যশ্ৰাদ্ধৰ দিনা উচ্চ স্বৰে কান্দিব নোৱাৰিছিল। সমাজৰ দ্বাৰা স্থায়ী ভাবে নিয়োজিত এগৰাকী বয়স্ক মহিলাইহে উক্ত দুয়ো দিনা মৃতকৰৰ বিগত জীৱনৰ কৰ্ম বৃতান্ত বৰ্ণনা কৰি কৰি উচ্চ সুৰে কান্দিছিল। তাৰ বাবে তাই গৃহস্থৰ পৰা সামাজিক ৰীতি অনুসৰি কিছু মাননি পায়। ৰাভাসকলৰ দৃঢ় বিশ্বাস যে, মৃতকৰ পৰিয়ালবৰ্গ আৰু আত্মীয় কুটুম্ব সকলে উচ্চ সুৰে কান্দিলে মৃতকৰৰ আত্মাই খুউব দুঃখ কষ্ট পায় আৰু পৰজন্মত শান্তি লাভ কৰিব নোৱাৰে, আত্মাই সদ্গতি লাভো কৰিব নোৱাৰে।

অতীজতে ৰাভাসকলে একে 'বাৰায়' আৰু 'হুৰ' সংযুক্ত পৰিয়াল লগলাগি একোখন পাহাৰৰ দাঁতি বা টিলাময় ঠাইত থুপ খাই বসবাস কৰিছিল। তেওঁলোকৰ

ঘৰবোৰ আছিল - খিৰিকি বিহীন, সমান আৰু সমান্তৰাল। একেটা ঘৰতেই আৱশ্যকীয় বিভিন্ন কোঠালী আছিল পোহনীয়া গৰু, মহ, গাহৰি, ছাগলী আদিৰ বাবে বেলেগ বেলেগ ঘৰ আছিল। তলত কোঠালীবোৰৰ নাম আৰু সেইবোৰৰ প্ৰয়োজনীয়তাৰ বিষয়ে উল্লেখ কৰা হল।

(১) মোজা .... পুতেক-বোৱাৰীয়েকৰ শোৱা কোঠালী।
(২) বাৰদাম্ .... " " "
(৩) নোক্‌চুংকায় .... ঘৰৰ বুঢা-বুঢ়ীৰ শোৱা কোঠালী।
(৪) বাৰদাম্ .... " " জুইশাল
(৫) টোকলাব্ .... ডাঙৰ ল'ৰা-ছোৱালীবিলাকৰ শোৱা কোঠালী।
(৬) মায়-ঝাম্প্ .... ধানৰ টোপা ৰখা কোঠালী (ধান ভঁৰাল)
(৭) টোগ্ৰাব্ .... মদৰ (চকো) জোভা মজুত ৰখা কোঠালী
(৮) নোক্-পিমুং .... ৰন্ধন শালা
(৯) বুডাভা-বায় .... পূজা কৰা কোঠালী।
(১০) ৰনতাক্ .... চাউল পূৰ্ণ মাটিৰ হাড়ি ৰখা কোঠালী।
(১১) বাখানক্ .... খৰি জমা কৰি ৰখা কোঠালী।
(১২) তন্‌হৰ্ .... কুকুৰা, হাঁহ-পাৰ আদি পোহা কোঠালী।
'ডোব্‌কা' বেলেগ ঘৰ। ইয়াত গাহৰি, ছাগলী আদি ৰখা হয়।

ঘৰৰ ভিতৰৰ সোঁ মাজতে এটি খালী কোঠালী। এই কোঠালীতে আত্মীয়-কুটুম্ব বা আলহী আহিলে কথা-বতৰা পাতে আৰু মদ্-ভাতেৰে অভ্যৰ্থনা কৰি তাতেই শুবলৈ দিয়ে। বৰ্তমান এনেধৰণৰ ঘৰ খুউব কম দেখা যায়। শিক্ষা আৰু সভ্যতাৰ পোহৰ পোৱাৰ লগে লগে ৰাভাসকলে আধুনিক ধৰণৰ ঘৰ নিৰ্মাণ কৰা দেখা যায়।

কৃষিয়ে হৈছে ৰাভাসকলৰ প্ৰধান জীৱিকা। কৃষি কৰ্মৰ বাহিৰে এওঁলোকৰ জীৱিকাৰ আন পথ নাই। এওঁলোকক এতিয়াও স্বল্প-তুষ্টি জাতি বুলি অভিহিত কৰিব পাৰি। দুবেলা দুমুঠি খাবলৈ পালেই যথেষ্ট বুলি ভাবে। এওঁলোকে এতিয়াও নিজৰ অৰ্থনৈতিক সমস্যা সমাধানৰ দৃষ্টিভংগী গ্ৰহন কৰিব পৰা নাই। বুদ্ধিজীৱী মানুহবিলাকে এওঁলোকক এতিয়াও শোষণ কৰি আছে। পৰম্পৰাগতভাবে এওঁলোক প্ৰকৃততে কৃষক যদিও - কৃষিৰ প্ৰধান সঁজুলি ভূমি যথেষ্ট পতিত জমি পৰি থাকিলেও ইমানদিনে নিজস্ব খেতি উপযোগী জমি হিচাপে ৰূপান্তৰ কৰি লব পৰা নাই। সেয়ে, এই জাতিৰ মানুহে এতিয়াও জমিহীন হিচাপে পৰিচয় দিবলগীয়া হৈছে। আৰ্থিক সমস্যা সমাধানৰ বাবে বেহা-বেপাৰ কৰাৰ কৌশলো এওঁলোকে এতিয়াও নেজানে। তাৰ ফলত - বহুতো পুৰুষ-মহিলা, যুৱক-যুৱতীয়ে কোনো অৰাভা ব্যক্তিগত মহাজনৰ কাৰখানাত, কোনো 'কনট্ৰাক্টৰৰ' নাইবা চৰকাৰী পথৰ দিন-মজুৰী বনুৱা হৈ - মূৰৰ ঘাম ভৰিত পেলাই কঠোৰ পৰিশ্ৰম কৰিও পৰিয়ালৰ জীৱন ধাৰণৰ অৱলম্বন কৰি লব পৰা নাই। অধিক

সংখ্যক ভূমিহীন ৰাভা মানুহ মহাজন বা চৰকাৰৰ ঋণত পোত খাই আছে। চৰকাৰৰ ঋণৰ দ্বাৰা ৰাভা জাতিৰ মানুহ মুঠেই লাভবান হোৱা নাই। কৃষি-কৰ্ম কৰা ৰাভা মানুহবিলাকৰ শতকৰা ১০ জনৰেই ধান ভঁৰালত বছৰেকৰ বাবে খাবলৈ ৰখা জমা ধান নাই। মদৰ ব্যৱহাৰ আৰু নানা দেৱ-দেৱীৰ পূজা-অৰ্চনা কৰাৰ বহুল খৰছো ৰাভাসকলৰ অৰ্থনৈতিক সংকটৰ অন্যতম্ কাৰণ বুলিব পাৰি। এওঁলোকে মদৰ উপৰিও 'ফটিকা' তৈয়াৰ কৰা প্ৰক্ৰিয়াত পৰম্পৰাগত ভাবে জানে। এটি জোঙা মদ ৪/৫ বছৰলৈকে নিৰাপদে সংৰক্ষন কৰি খাই থকাৰ প্ৰক্ৰিয়াও জানে।

· গাখীৰ এওঁলোকৰ প্ৰিয় খাদ্য নহয় যদিও - বৰ্তমান কিছু পৰিমানে ব্যৱহাৰ হবলৈ ধৰিছে। গৰুক দেৱতা জ্ঞান কৰি পূজা কৰে। শুকান মাছ আৰু মাছৰ গুৰি (ছিদল) বহুতো ৰাভাৰে প্ৰিয় খাদ্য।

প্ৰাচীন কালৰে পৰাই বয়ন শিল্পৰ প্ৰতি ৰাভা মহিলাৰ অনুৰাগ আৰু পাৰদৰ্শিতা আছে। এওঁলোকে ধুনীয়া চানেকিৰে বিভিন্ন ফুলাম কাপোৰ বব জানে। কিছুমান ফুলৰ চানেকিৰ নাম - গোৰাইনি পাৰ (ঘোঁৰাৰ চিত্ৰ), হুতিনি পাৰ (হাতীৰ চিত্ৰ), মাছা চামেন পাৰ (বাঘৰ খোজৰ চিত্ৰ), ৰান্দা বুকাই পাৰ (শাৰীকৈ থোৱা ফুলৰ চিত্ৰ), বেৰ্গা পাৰ (বিভিন্ন ফুলৰ চিত্ৰ), ৰাংছাংপাৰ (সূৰ্যৰ চিত্ৰ), চিকাদাৰা পাৰ (পানীৰ সোঁতৰ চিত্ৰ), কদম পাৰ (কদম ফুলৰ চিত্ৰ) হাছুপাৰ (পাহাৰৰ চিত্ৰ), মুছুকনিপাৰ (গৰুৰ চিত্ৰা) আদি। পূৰ্বতে ৰাভাসকলে স্বয়ং কপাহ খেতি কৰি সেই কপাহৰ পৰা সূতা কাটি কাপোৰ বৈ লৈছিল। বৰ্তমান বজাৰৰ মিলৰ সূতাই এই কপাহ খেতি কৰা আৰু সূতা কটা অভ্যাস লুপ্ত কৰি দিছে। এৰি পলু পুহি তাৰ লেটাৰ পৰা সূতা কাটি কাপোৰ বৈ লোৱা অভ্যাস এতিয়াও ৰাভা মহিলাসকলৰ মাজত জীয়াই আছে। মুগা পলু পুহি তাৰ লেটাৰ পৰা সূতা কাটি কাপোৰ বৈ লোৱা অভ্যাসো বৰ্তমান কম পৰিমানেহে দেখা যায়। ৰাভা মহিলাই সূতাৰ ৰং কৰা প্ৰণালী ভালদৰে জানে। বিচিত্ৰ ৰংবোৰ এওঁলোকে বনৰীয়া গছৰ পাত, শিপা, গুটি আদিৰ পৰা প্ৰস্তুত কৰি লয়। বজৰুৱা ৰঙীন সূতা পোৱাত এই ৰং কৰা প্ৰক্ৰিয়াও ক্ৰমে কমি আহিছে। আগতে ৰাভা মহিলাই কঁকালত বন্ধা শাল আৰু দেশী শালত কাপোৰ বৈছিল। বৰ্তমান অধিক সংখ্যক মহিলাই উৰা-মাকো শালত কাপোৰ বয়।

ৰাভাৰ ৰংদানী আৰু মায়াতাৰি শাখাৰ পৰিয়ালৰ বছৰেকৰ খৰি জমা ৰখাৰ দায়িত্ব মহিলাৰ ওপৰতহে ন্যস্ত। পুৰুষৰ ওপৰত নহয়। সেয়ে, এই দুই শাখাৰ ৰাভাৰ যুৱতী ছোৱালীবিলাকে দৈনিক হাবিলৈ খৰি কাটিবলৈ যায়। পৰিয়ালৰ বছৰেকৰ খৰি জমা ৰাখিব নোৱাৰা আৰু বয়ন বিদ্যা আৰু সূতা কাটিব নজনা যুৱতী ছোৱালী বিবাহৰ উপযুক্ত নহয় বুলি ৰাভা সমাজে বিবেচনা কৰে।

ৰংদানী ৰাভাৰ পুৰুষ-মহিলা বৰ চিকাৰ প্ৰিয়। এওঁলোকে হাবিত চিকাৰ অন্বেষণ কৰি জাল পাতে। বনৰীয়া গাহৰি, পহু, শহা আদি খেদি নি জালত পেলায় আৰু

খাপৰেৰে খুচি মাৰে। মতা-তিৰোতা আৰু বয়সীয়া ল'ৰা-ছোৱালী সকলোৱে বাধ্যতামূলকভাবে প্ৰতি পৰিয়ালৰ পৰা হাৰিলৈ চিকাৰ কৰিবলৈ যাব লাগে। অন্যথায় দণ্ডনীয় হ'ব লাগে। এনেকি ৫ / ৬ মাহ গৰ্ভৱতী তিৰোতায়ো চিকাৰলৈ যাব লাগে। চিকাৰ অন্বেষী (ঝিয়াৰী) আৰু গৰ্ভৱতী তিৰোতাই চিকাৰৰ দুভাগ পায়।

সকলো শাখাৰ ৰাভা মানুহেই মাছ মৰা কাম কৰে। ইয়ো এওঁলোকৰ অৰ্থনৈতিক সমস্যাৰ সমাধানৰ কিছু লাঘব কৰে। এই প্ৰসংগত এইটো উল্লেখনীয় যে, গাঁৱৰ কিছুমান বুদ্ধিজীৱী আৰু প্ৰতিনিধিত্ব কৰা ৰাভা মানুহে চৰকাৰৰ আঁচনিৰ অজুহাতত দেখুৱাই ব্যক্তিগত ভাবে নিজা গাঁৱত থকা প্ৰাকৃতিক বিল-খালবোৰ মীন-মহল হিচাপে দখল কৰি লৈছে। তাৰ ফলত সেই গাঁও বা অঞ্চলৰ দুখীয়া ৰাভা আৰু অৰাভা জনসাধাৰণে সেই বিল-খালবোৰত মাছ মৰাৰ পৰা বঞ্চিত হ'ব লগা হৈছে। চৰকাৰৰ আঁচনিয়ে দুখীয়া জনসাধাৰণক মাছ মৰাৰ পৰা বঞ্চিত কৰি-প্ৰাকৃতিক বিল-খালবোৰক দখল কৰি ব্যক্তিগত মীন মহল কৰি লবলৈ দিয়া নাই। যিহেতু, মাছ মৰা কাম অকল ৰাভা মানুহৰেই নহয়, ই অসমীয়া এটি জাতীয়-সংস্কৃতি। এই দৃষ্টি ভংগীৰ ফালৰ পৰা-এই বুদ্ধিজীৱী আৰু প্ৰতিনিধিবৰ্গৰ বিলসমূহ দখলে অকল ৰাভাৰেই নহয়, অসমীয়া জাতীয় সাংস্কৃতিক ৰূপটোকে বাধাগ্ৰস্ত কৰি বাধাপ্ৰাপ্ত আৰু অৰ্থনৈতিক ক্ষেত্ৰত আঘাত কৰিছে।

ৰাভা মহিলা বৰ অলংকাৰ প্ৰিয়। অলংকাৰ বিহীন ৰাভা মহিলা সমাজত ঘৃণনীয় হয়। অলংকাৰ পিন্ধা আৰু কপালত সেন্দুৰৰ ফোঁট লোৱা বিধবা ৰাভা মহিলাৰ বাবে একেবাৰেই নিষিদ্ধ। প্ৰাচীন অলংকাৰৰ পৰিবৰ্তে বৰ্তমান ৰাভা মহিলাই আধুনিক নমুনাৰ অলংকাৰৰ প্ৰতি অধিক আকৰ্ষিত হোৱা দেখা যায়। প্ৰাচীন অলংকাৰ কেইটিমান উল্লেখ কৰা হল —

(১) নাম্‌ব্ৰি — এভৰি ওজনৰ সোণ বা ৰূপৰ অলংকাৰ। ইয়াক দুখন কাণৰ লটিত পিন্ধে।

(২) বোলা-নাম্‌ব্ৰি — ইয়াক দুয়োখন কাণৰ ওপৰৰ অংশত পিন্ধে। ই সোণ বা ৰূপেৰে নিৰ্মিত।

(৩) নাকা পতি — এ সিকি ওজনৰ সোণ বা ৰূপেৰে নিৰ্মিত। ইয়াক নাকত পিন্ধে।

(৪) স্যান্ — সোণ, ৰূপ বা তামেৰে নিৰ্মিত এবিধ গোটা খাৰু। ইয়াক দুই হাত বা দুই ভৰিৰ কজ্জাত পিন্ধে।

(৫) খুছ-মাক্ৰাং — ই ৯/১০ ইঞ্চি, এবিধ লোৰ শলা। ইয়াক চুলিৰ খোপাত গুজি লয়।

(৬) বলি — সোণ বা ৰূপেৰে নিৰ্মিত। নাকৰ তলৰ অংশত পিন্ধে।

(৭) চন্দ্ৰহাৰ — ই ৰূপেৰে নিৰ্মিত। ইয়াক ডিঙিত পিন্ধে।

(৮) হাঁঞ্চা — ই গোটা ৰূপেৰে নির্মিত। ইয়াকো ডিঙিত পিন্ধে।
(৯) হাত বাজু — ই ৰূপেৰে নির্মিত। ইয়াক হাতত খাৰুৰ লগত পিন্ধে।
(১০) কাঁটা বাজু — ই ৰূপেৰে নির্মিত। ইয়াক হাতৰ বাহু দুটিত পিন্ধে।
(১১) জিঞ্জিৰি — সোণেৰে নির্মিত। ইয়াক ডিঙিত পিন্ধে।
(১২) সুকিয়া — আধলি বা সিকি মুদ্রাত আঁকোৰা লগাই তাক মলাৰ দৰে গাঁথি ডিঙিত পিন্ধে।
(১৩) মলখাৰু — সোণ বা ৰূপেৰে নির্মিত। ইয়াক হাতত পিন্ধে।
(১৪) ৰূবক — ই তিৰোতাসকলে কঁকালত পিন্ধা সাতধাৰী মালা, ই হাতীৰ দাঁতেৰে তৈয়াৰী।
(১৫) ছোছিতাম্ — সোণ বা ৰূপেৰে তৈয়াৰী আঙুঠি।
(১৬) ভৰি খাৰু — ই ৰূপেৰে নির্মিত। এই খাৰু ফোফলা। ভিতৰত বলি সুমুৱাই দি তৈয়াৰ কৰা হয়। খোজ কাঢ়োতে ৰুণ-ঝুণ শব্দ হয়। ইত্যাদি —

আমাৰ সকলো জনজাতিৰ প্রাচীন বাদ্য যন্ত্রসমূহ তুলনামূলক ভাবে বিশ্লেষণ কৰি চাঁলে দেখা যায়, ৰাভা জনজাতিৰ বাদ্যযন্ত্রসমূহ সকলোতকৈ চহকী। এইবোৰ বাদ্যযন্ত্রক ভাৰতীয় শাস্ত্র সম্মত ভাবেও ভাগ কৰিব পাৰি। উদাহৰণ স্বৰূপে –

(ক)অৱনদ্ধ বাদ্য ঃ- (১) চাক বা খাম (২) ঢোল (৩) তাৰ্চা
(খ)ঘন বাদ্য ঃ- (১) দায়দি
(গ) তত্ বাদ্য ঃ- (১) বাড়ুংডুপ্পা, (২) গম্না বা গমেনা
(ঘ) সুষিৰ বাদ্য ঃ- (১) শিঙা (২) মুখ ব্রাংচি, (৩) ত্রিস্বৰ বাঁহী (৪) সপ্তস্বৰ বাঁহী (৫) লাখৰ বাঁহী (৬) গুগুমেল (৭) গংগ্লেং (৮) বুবুৰেঙা, (৯) চানাই (১০) কাৰা বাঁহী (১১) ঝাপ-কাৰা বাঁহী।

ৰাভাসকলৰ এই ১৭ বিধ প্রাচীন বাদ্যযন্ত্রৰ ভিতৰত - কাৰা, ঝাপকাৰা, লাখৰ বাঁহী, গুগুমেল আৰু গংগ্লেং বাঁহী বজোৱা কৌশলৰ বিশেষ বিশেষত্ব আছে। কাৰা বাঁহী ৬/৭ ফুট দীঘল নল বাঁহৰ বাঁহী, বিন্ধা এটিও নাই। এই বাঁহীৰ দ্বাৰা কৰ্কশ সুৰ ধ্বনিত হয়। প্রাণায়মৰ অভ্যাস নেথাকিলে এই কাৰা বাঁহী বজোবা সম্ভৱপৰ নহয়। তদ্রূপ - ঝাপ-কাৰা বাঁহীও। লাখৰ বাঁহী ২ হাত মান দীঘল দেও বাঁহৰ দ্বাৰা তৈয়াৰী। 'ফু' দিবৰ বাবে এটি মাথোন বিন্ধা আছে। বাঁহীটোৰ এফালে গাঁঠি আছে, আনফালে খোলা। গুগুমেল ৬ ইঞ্চিমান দীঘল মাটিৰে তৈয়াৰী। ই 'ভেপুৰ' দৰে। গাত কোনো বিন্ধা নাই। সম্মুখৰ ফালে ২ টা বিন্ধা থাকে। তদ্রূপ গংগ্লেং, ইয়ো ৬ ইঞ্চিমান দীঘল মাটিৰে তৈয়াৰী। ইয়াৰ গাতহে ২ টা বিন্ধা থাকে। এই বাঁহীৰ বিশেষত্ব এয়ে যে, ইয়াক নাকেৰেহে বজাব লাগে। উশাহ কৌশল নেজানিলে এই বাঁহী ধ্বনিত কৰা সম্ভৱপৰ নহয়।

প্ৰকৃততে ৰাভাসকলৰ আদিম নৃত্য ময়ূৰ-ময়ূৰীৰহে। এই নৃত্যৰ জন্ম কাহিনী আছে। এই নৃত্যৰ প্ৰক্ৰিয়া মতে — পুৰুষসকলে দুই ভৰিৰ আগ পতাৰ ওপৰত ভৰ দি - দেও দি দি আৰু মহিলাসকলে দুই ভৰিৰ পতা চোচোৰাই নৃত্য কৰিব লাগে। ধূলি মাটিত নৃত্য কৰিব লাগিলে একো একোটা ময়ূৰৰ চিত্ৰ অংকিত হব লাগে। এই আদিম নৃত্য এতিয়াও কিছুমান গাঁৱত প্ৰচলন হৈ আছে। এই নৃত্যৰ আলমতে বিভিন্ন সময়ত চিত্ৰৰঞ্জক ৰণনৃত্য, প্ৰণয় নৃত্য, ধেমেলীয়া নৃত্যাদিৰ বিভিন্ন লয়লাসত জন্ম হৈছে। তদ্ৰূপ - ৰাভা গীতত লয়, মাত্ৰা, প্ৰথমে অৱৰোহনৰ পৰাহে হয়। - সা, গা, পা, ধা, নি - (শুদ্ধ) এই কেইটাই ৰাভা গীতৰ প্ৰকৃত স্বৰ। কিন্তু, বৰ্তমান ৰাভা নৃত্য-গীত শিল্পৰ আধুনিকীকৰণৰ ফলত বিকৃত ৰূপত ৰূপায়ণ হোৱা দৃষ্টিগোচৰ হয়।

ৰাভা মানুহৰ কিছুমান ঘৰে ঘৰে বৰ্তমানো প্ৰাচীন অস্ত্ৰ-শস্ত্ৰবোৰ সংৰক্ষিত হৈ আছে। এই অস্ত্ৰ-শস্ত্ৰবোৰ - ১৪ বিধ। যেনে –

| | | | |
|---|---|---|---|
| (১) | খুছং খাপাক বা ঢাল | (২) | তৰাল বা তৰোৱাল |
| (৩) | খাপাৰ বা খাপৰ | (৪) | ফিক্‌জুৰাৰী বা জোং-শৰ |
| (৫) | জোং-হজো বা জোং বন্দুক | (৬) | জোৰা-ৰাই-ড্যামুক্ |
| (৭) | জোৰা-ফিজিমুক | (৮) | বোল্-বলাপ বা হডো |
| (৯) | ঢালি (শেল) | (১০) | তোৰ জাপ |
| (১১) | হাগুা | (১২) | গুৰখাং |
| (১৩) | শূল | | |

— এইবোৰ অস্ত্ৰ-শস্ত্ৰ দেখি - এসময়ত যে ৰাভাসকল বীৰজাতি আছিল এই শস্ত্ৰ-শস্ত্ৰবোৰেই তাৰ প্ৰমান বুলি J.E. Friend Perina ই মন্তব্য দি গৈছে — 'From the old swords and rhinocerous hide shields in the possession of some families it would appear the Rabhas were at some former time a mortia race and indulged in warfare'.

ৰাভাসকলে এতিয়াও অন্ধবিশ্বাসত বিশ্বাসী। কাৰোবাৰ কিবা বেমাৰ-আজাৰ হ'লে পোনতে গৈ গাঁৱৰ ওজাৰ কাষ পায়। ওজাই নানা প্ৰক্ৰিয়াৰে গণনা কৰি কোন দেৱতাৰ পূজা দিলে বেমাৰ ভাল হব পাৰে তাক কৈ দিয়ে। সেইমতে পূজা-পাতল দি খৰছান্ত হয়। অৱশ্যে-ওজাৰ ঔষধ পাতিৰ দ্বাৰাও বেমাৰৰ চিকিৎসা নোহোৱা নহয়। কিছুমান ৰাভাই ডাক্তৰৰ সাহায্য লোৱাও দেখা যায়। চৰকাৰে ঠায়ে ঠয়ে ডাক্তৰখানা পাতি দিছে যদিও - এতিয়াও ৰাইজৰ বুজন ভাগেই এই সাহায্যৰ পৰা বঞ্চিত হৈ আছে। কোনো কোনোৱে আকৌ ঘৰৰ ওচৰতে ডাক্তৰৰ সাহায্যৰ সুবিধা থাকিলেও - কৌটিকলীয়া সংস্কাৰ এৰি দি ডাক্তৰৰ দৰব-পাতি খাব নোখোজে এওঁলোকৰ সপোনৰ প্ৰতিও অগাধ বিশ্বাস আছে।

ৰাভা সাধুবোৰৰ বিশেষত্ব আছে। প্ৰত্যেক সাধুৰ অন্তৰ্ভুক্ত চৰিত্ৰবিলাকৰ নাম আছে। আৰু বিষয় বস্তুৰ আধাৰ জাতীয় সংস্কৃতি। তদুপৰি দুই বা ততোধিক সাধু কথাৰ কাহিনী বিন্যাসৰ ধাৰাবাহিকতাও আছে। তিন দিন তিন ৰাতিলৈকে একে লৌঠাৰী কৈ থাকিলেও সাধুৰ ওৰ নপৰে। এই সাধুবোৰ গৱেষণাৰ বিষয় বস্তু হৈ আছে।

ৰাভাসকলৰ লোক-গীতবোৰো অতি সমৃদ্ধিশালী। লেখকে এই লোক-গীতবোৰ সংগ্ৰহ ক্ৰমে সাতোটা ভাগত ভাগ কৰি পুথি আকাৰে পাণ্ডুলিপি কৰি ৰাখিছে। যেনে - (১) পূজা-পাতলৰ গীত (২) বিবাহ-শ্ৰাদ্ধাদিৰ সামাজিক অনুষ্ঠানৰ গীত (৩) কাহিনী গীত (৪) ৰং-ৰহইচৰ গীত (৫) উৎসৱ-অনুষ্ঠানাদিৰ গীত (৬) প্ৰেম আৰু আসক্তিৰ গীত (৭) বিবিধ গীত ইত্যাদি।

শিক্ষাত ৰাভাসকল অতিকে পিছপৰা। নিজৰ ল'ৰা-ছোৱালী বিলাকক শিক্ষিত কৰি গঢ়ি তোলাৰ ক্ষেত্ৰত পিতৃ-মাতৃ এতিয়াও উদাসীন। মুষ্ঠিমেয় ৰাভা যুৱক-যুৱতী শিক্ষিত হৈছে যদিও - তেওঁলোকে চাকৰিৰ দায়িত্বত ঘৰ এৰি চহৰমুখী হৈছে। এওঁলোকে নিজৰ গাঁৱৰ উত্তৰ পুৰুষসকলক শিক্ষাৰ প্ৰতি আৰু সমাজ-উন্নয়নৰ ক্ষেত্ৰত ৰাইজক প্ৰেৰণা যোগাব পৰা নাই। সেয়ে, বুদ্ধিজীৱী মানুহবিলাকে অশিক্ষিত ৰাভা মানুহক শোষণ কৰি অৰ্থনীতিৰ ক্ষেত্ৰত জুৰুলা কৰা দেখা যায়। শিক্ষাৰ অভাৱ হেতুকে এওঁলোকে কোনো ব্যৱসায় বা শিল্পৰ কামত আত্মনিয়োগ কৰি অৰ্থ উপাৰ্জনৰ পথ সুগম কৰি লব পৰা নাই। আধুনিক বিলাসীতাত পৰি এওঁলোকক আৰ্থিক সংকটত পৰা দেখা যায়। বৰ্তমান পৰিয়াল সমস্যাকো অৰ্থ সংকটৰ অন্যতম কাৰণ নহয় বুলি কব নোৱাৰি। এনেকৈ ৰাভাসকলে দিনক দিনে অৰ্থনৈতিক সংকটৰ পিনে অগ্ৰসৰ হৈ আছে।

❖❖❖❖

*ৰাভা ৰাভা ভাষা সাহিত্য বিশিষ্ট গৱেষক।*

# অসমত শিখ প্ৰব্ৰজন, প্ৰসাৰণ আৰু সংশ্লেষণ

— ডঃ *বিৰিঞ্চি কুমাৰ মেধি*

যি সমূহ জনগোষ্ঠীয়ে বিভিন্ন কালত অসমত প্ৰৱেশ কৰি ইয়াৰ প্ৰজাতীয় গঠনৰ বৈচিত্ৰ্য বৰ্ধিত কৰিছে তথা আদান প্ৰদানৰ মাধ্যমেৰে স্ব-সংস্কৃতিক এক বিশেষ ৰূপ প্ৰদান কৰিছে, সেই জনগোষ্ঠীসমূহৰ ভিতৰত অসমীয়া শিখ সকলো অন্যতম। অতীতৰ ভিন্ ভিন সময়ত অসমলৈ অহা বিভিন্ন শিখ প্ৰব্ৰজনকাৰী আৰু শিখ সৈন্যসকলৰ বংশজ লোকসকলকে প্ৰধানতঃ অসমীয়া শিখৰূপে অভিহিত কৰা হয়। এই লোকসকলৰ মাতৃভাষা অসমীয়া। ইয়াৰ বাহিৰেও সুদীৰ্ঘকাল অসমত বসবাস কৰি যিসকল শিখ লোকে অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি খিলঞ্জীয়া অধিবাসীসকলৰ সুখ-দুখ, আশা-আকাংক্ষাৰ সহৃদয় অংশীদাৰ ৰূপে পৰিগণিত হৈছে, সেই শিখ লোক সকলকো অসমীয়া শিখৰূপে অভিহিত কৰিব পাৰি। লোকপিয়লে অসমীয়া শিখৰ প্ৰকৃত পৰিসংখ্যা ডাঙি নধৰে। এটি বেচৰকাৰী হিচাপ অনুযায়ী এই সম্প্ৰদায়টি প্ৰায় ৭০০০ লোকেৰে গঠিত বুলি জানিব পৰা যায়।

মাতৃভূমি পৰিত্যাগ কৰি বিভিন্ন দেশত বসবাস কৰা শিখ সমাজত স্পষ্ট ৰূপত শিখ বৈশিষ্ট্য পৰিলক্ষিত হয়। ইজ্জত বা মান, খিদমত, সেৱা, ৰ'ভ, জাইদাদ, জমিদাৰী, পিৰহি, জাতি বিভাজন ইত্যাদি লক্ষণে মাতৃভূমিৰ পৰা বিচ্ছিন্ন শিখ সম্প্ৰদায়ত প্ৰৱলভাৱে ক্ৰিয়া কৰে। Aurther Wesly Helweg-ৰ গৱেষণালব্ধ মন্তব্য মতে পঞ্জাবৰ পৰা বহুকাল পূৰ্বে গৈ ইংলণ্ডত স্থায়ীভাৱে বসবাস কৰা শিখসকলৰ মাজতো এনে সাংস্কৃতিক লক্ষণসমূহ স্পষ্ট ৰূপত প্ৰতিফলিত হয়। এনেবোৰ লক্ষণে বিভিন্ন অঞ্চলত বসবাস কৰা শিখ সম্প্ৰদায় সমূহৰ পৰিচয় তথা জীৱনধাৰাত এক সুকীয়া বৈশিষ্ট্য প্ৰদান কৰে। আনহাতে এনেবোৰ লক্ষণৰ পৰিৱৰ্তে অসমীয়া শিখসকলৰ জীৱনচৰ্যাত অসমীয়া সংস্কৃতিৰ সুগভীৰ প্ৰতিফলনহে দৃষ্টিগোচৰ হয়। সেইবাবেই অসমীয়া শিখসকল সুবৃহৎ আৰু বৰ্ণাঢ্য অসমীয়া সংস্কৃতিৰ অপৰিহাৰ্য অংগ।

ডঃ বাণীকান্ত কাকতিদেৱৰ মতে শিখ ধৰ্মৰ প্ৰৱৰ্তক গুৰু নানকদেৱে আহোম স্বৰ্গদেৱ চুহুংমুঙৰ ৰাজত্বকালত (১৫১৭—১৫২৬) অসম পৰ্যটন কৰিছিল। তেওঁ

উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন মঠ-মন্দিৰ দৰ্শন কৰাৰ লগতে কামাখ্যা ধামত শ্ৰীমন্ত শঙ্কৰদেৱক লগ পোৱাৰ কথা উল্লেখ কৰিছে। ডঃ ত্ৰিলোচন সিঙে মন্তব্য কৰিছে যে সেই ঐতিহাসিক মিলনৰ ফলশ্ৰুতি স্বৰূপেই শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মৰে সৈতে শিখ ধৰ্মৰ নিকট সাদৃশ্য পৰিলক্ষিত হয়। শ্ৰীমন্ত শঙ্কৰদেৱৰ জীৱনীকাৰসকলে যদিও গুৰুজনা আৰু গুৰু নানকদেৱৰ মিলন সম্বন্ধে ক'তো উল্লেখ কৰা নাই, তৎসত্ত্বেও তৎকালীন বিদগ্ধ-উদাৰ গুৰুদ্বয়ৰ মিলনক ঐতিহাসিক সত্যৰূপে গণ্য কৰা হয়। গুৰুনানকদেৱৰ প্ৰসিদ্ধ জীৱনীকাৰ ডঃ ত্ৰিলোচন সিং দেৱৰ ভাষাত ঃ

'Guru Nanak spent a whole year in this region when Sankardeva was living and preaching his misson here. Two factors strongly indicate the personal influence of the Founder of Sikhism on Sankardeva : This is the only Vaishnava sect in India, the mode of worship of which strongly resembles the one preached by the Sikh Guru. Like the Sikhs they revere the word of God, the Holy Book. In the Arati of the sect, Guru Nanak's name is mentioned. On the philosophical plane, this is the only Vaishnava sect which has given up idolatry, caste system, and the Brahmanical rites.'

গুৰু নানকদেৱৰ পাচত নৱম গুৰু টেগ বাহাদুৰ অসমলৈ আহে। তেওঁ মোগল সেনাধ্যক্ষ ৰাম সিংহৰ লগত আহি ১৬৬৮ খৃঃৰ ফেব্ৰুৱাৰী মাহত ধুবুৰীত উপস্থিত হয়। গুৰু টেগ বাহাদুৰে গুৰু নানকদেৱৰ পদৰেণু ধন্য ধুবুৰীত এটি স্মৃতিচিহ্ন ৰখাৰ প্ৰয়াস কৰে আৰু ৰাম সিংহৰ সৈন্যবৃন্দক ব্ৰহ্মপুত্ৰৰ পাৰৰ এঠাইত পাঁচঢালকৈ মাটি দিবলৈ কয়। সৈন্যসকলৰ সামূহিক প্ৰচেষ্টাত সেই স্থানত এটি দৌলৰ সৃষ্টি হয় আৰু কালক্ৰমত তাতেই 'গুৰুদ্বাৰা দমদমা চাহিব' (পাচলৈ গুৰুদ্বাৰা টেগবাহাদুৰ চাহিবজী) স্থাপিত হয়। M.A. Macauliffe, Gait প্ৰমুখ্যে বহু পণ্ডিতৰ মতানুযায়ী ১৮ শ শতিকাত আহোমৰ বিপক্ষে ৰণ কৰা শিখ সৈন্যগণে গুৰুদ্বাৰা দমদমা চাহিবত বাহৰ পাতি থকা বাবেই তেওঁলোকক দমদমীয়া বা দুন্দীয়া বুলি জনা গৈছিল।

গুৰু টেগ বাহাদুৰৰ লগত অহা শিষ্য প্ৰশিষ্য কেইগৰাকীমান অসমতে থাকি যায়। তেনে এগৰাকী শিষ্যৰ বংশোদ্ভৱ লোকৰ সতি-সন্ততি সকলে বৰ্তমান কামাখ্যাতে পূজাৰী ব্ৰাহ্মণৰূপে জীৱিকা নিৰ্বাহ কৰে। তেওঁ লোকে শিখ গুৰুৰ বংশজ ৰূপে চিনাকি দি গৌৰৱ অনুভৱ কৰে।

গুৰু টেগ বাহাদুৰৰ আগমনৰ প্ৰায় এক শতিকাৰ পাচত আহোমক গুৱাহাটীৰ পৰা বহিষ্কাৰ কৰিবলৈ হৰদত্ত-বীৰদত্ত ভ্ৰাতৃদ্বয়ৰ যি গোপন সংগ্ৰাম (১৭৯০), তাত অংশ ল'বলৈকো কিছু শিখ সৈন্য অসমলৈ আহিছিল। তাৰ পাচত আহোম স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহই ১৯ শতিকাৰ প্ৰাৰম্ভতে মানৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ যি প্ৰবল

সংগ্ৰাম চলাইছিল, সেই সংগ্ৰামত সাহায্য কৰিবলৈ পঞ্জাব-কেশৰী ৰঞ্জিত সিঙে সেনাধ্যক্ষ চৈতন্য সিঙৰ অধিনায়কত্বত ৩০০ (এই সংখ্যা সম্বন্ধে মত-বিৰোধ আছে) শিখ সৈন্য অসমলৈ প্ৰেৰণ কৰিছিল। বিখ্যাত হাদিৰাচকীৰ ৰণত চৈতন্য সিঙৰ মৃত্যু হয়। কথিত আছে যে চৈতন্য সিঙৰ লগত তেওঁৰ পত্নীও (কোনো কোনোৰ মতে মাতৃ) ৰণলৈ আহিছিল। স্বামীৰ মৃত্যুৰ পাচত চৈতন্য সিঙৰ পত্নীয়ে অৱশিষ্ট শিখ সৈন্যবৃন্দক লৈ গোৱালপাৰাৰ পৰা ব্ৰহ্মপুত্ৰৰে উজাই আহি কপিলী নৈৰে গৈ চাপৰমুখত ৰয় আৰু বসবাস আৰম্ভ কৰে। সেই চাপৰমুখতে অসমৰ দ্বিতীয়টো গুৰুদ্বাৰা স্থাপিত হয়। চাপৰমুখৰ গুৰুদ্বাৰা মাতাজীত এতিয়াও শিখ সৈন্যগণে সুদূৰ পঞ্জাবৰ পৰা কঢ়িয়াই অনা বৰটোপ, কেইখনমান শিখ ধৰ্মগ্ৰন্থ, কৃপাণ ইত্যাদি কেই পদমান দ্ৰব্য আটোমটোকাৰিকৈ সংৰক্ষিত হৈছে।

অসমত শিখলোকৰ বসতি বৰ্তমান কালৰ ঘটনা নহয়। গুৰু টেগ বাহাদুৰৰ লগত আহি ১৬৭০ খৃঃতে অসমৰ কামাখ্যা, ধুবুৰী আৰু চাওঁতলাত শিখ শিষ্য বৈ যোৱাৰ প্ৰমাণ পোৱা যায়। B.C. Allen-ৰ মতে অসমত বৈ যোৱা শিখ লোকসকলে স্থানীয় হিন্দু ছোৱালী বিয়া কৰাই অসমীয়া সমাজত মিলি যোৱাৰ পথ সুগম কৰি তোলে। Williom Robinsonএ কৈছে যে ১৮৩০ চনত সমগ্ৰ নগাঁও জিলাৰ ব্যৱসায় বাণিজ্য শিখ লোকৰ হাতত আছিল। ইংৰাজৰ শাসনকালত বিভিন্ন কাৰ্যত সহায় কৰিবলৈ বহু শিখলোক অসমলৈ আহিছিল। পাছলৈ এই লোক সকলো বিশাল অসমীয়া সমাজ-সংস্কৃতিত অৱলীলাক্ৰমে নিমজ্জিত হৈ পৰে।

বৰ্তমান অসমৰ অসমীয়া শিখসকল তিনিটা উৎসৰ পৰা উদ্ভূত; শিখ গুৰু দুজনাৰ লগত আহি অসমত বৈ যোৱা শিষ্যৰ বংশধৰবৃন্দ, ১৮ শ আৰু ১৯ শ শতিকাত ৰণ কৰিবলৈ আহি থাকি যোৱা সৈনিক সকলৰ বংশোদ্ভূত ব্যক্তিগণ আৰু ১৮৩০ চনত ব্যৱসায়-বাণিজ্য বা অন্যান্য কাৰণত অসমলৈ আহি ইয়াৰ মন আৰু মাটি আপোন কৰি বৈ যোৱা শিখ লোকৰ বংশজসকল।

১৯৭১ চনৰ লোকপিয়ল অনুযায়ী অসমৰ শিখ জনসংখ্যা ১৬,৮৯৭ অৰ্থাৎ মুঠ জনসংখ্যাৰ মাত্ৰ ০.০৯ ভাগ। এই ক্ষুদ্ৰ শিখ পৰিসংখ্যাৰ অসমীয়া শিখসকল এটি ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশ মাত্ৰ। অবিভক্ত নগাঁও জিলা অসমীয়া শিখ সকলৰ প্ৰধান বাসভূমি। এই জিলাৰ বাহিৰেও অসমীয়া শিখসকল অসমৰ বহু অঞ্চলত বিস্তৃত হৈ আছে। অসমীয়া শিখৰ বসতি সমূহৰ ভিতৰত নগাঁও জিলাৰ বৰক'লাই হৈছে সৰ্ববৃহৎ। চৈতন্য সিঙৰ পত্নীৰে সৈতে চাপৰমুখলৈ অহা সৈনিকসকলৰ মাজৰে এজনৰ নাম আছিল চুবেদাৰ ৰাম সিং। ১৮২০ চনৰ শেষাৰ্দ্ধত চুবেদাৰ ৰাম সিঙে উন্নত বাসভূমি আৰু কৃষিভূমিৰ সন্ধানত চাপৰমুখৰ পৰা বৰক'লালৈ উঠি আহি স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। তেওঁ দুগৰাকী অসমীয়া নাৰীৰ পাণি গ্ৰহণ কৰিছিল। বৰ্তমান বৰক'লাৰ সমগ্ৰ শিখ পৰিয়াল প্ৰত্যক্ষ কিম্বা পৰোক্ষভাৱে চুবেদাৰ ৰাম সিংঙৰ পৰাই উদ্ভূত।

অবিভক্ত নগাঁও জিলাৰ ২০৭৬ খন গাঁৱৰ ভিতৰত বৰক'লাও এখন। নটা চুবুৰীৰে গঠিত বৰক'লাত আঠটি সম্প্ৰদায়ৰ লোকে বসবাস কৰে। অসমীয়া শিখ আৰু তিৱাসকলক বাদ দি আন ছটি সম্প্ৰদায়েই (হীৰা, যোগী, কৈৱৰ্ত, কোঁচ, সূত আৰু চামাৰ) হিন্দু ধৰ্মাৱলম্বী। চামাৰ সকলে অদূৰ অতীতত বিহাৰৰ পৰা আহি বৰক'লাত বসবাস কৰিবলৈ লয়। ধৰ্মৰ আধাৰত বৰক'লাৰ খিলঞ্জীয়া লোকসকলক দুটা শাখাত বিভক্ত কৰিব পাৰি— বৈষ্ণৱ ধৰ্মাৱলম্বী আৰু শিখ ধৰ্মাৱলম্বী। তিৱা জনজাতীয় সম্প্ৰদায়ৰ লোক সকলেও বৰ্তমান বৈষ্ণৱ পন্থা অনুসৰণ কৰে।

অসমীয়া শিখগাঁও এখন অন্যান্য অসমীয়া গাঁও একোখনৰ দৰে সম্পূৰ্ণ একে। ঘৰ-দুৱাৰ, সাজ-পাৰ, কথা-বচন, খেতি-খোলা ইত্যাদি অন্যান্য অসমীয়া সম্প্ৰদায়ৰ লেখীয়া হোৱা বাবে অসমীয়া শিখগাঁও এখন আন সম্প্ৰদায়ৰ গাঁৱৰ পৰা পৃথক কৰা দুৰূহ; কিন্তু দূৰৰে পৰাই দৃষ্টিগোচৰ হোৱা নিচান চাহিব (গুৰুদ্বাৰাৰ সন্মুখৰ ধৰ্মীয় পতাকা) তথা গুৰুদ্বাৰা আৰু শিখ পুৰুষ সকলৰ ডাঢ়ি, চুলি, পাগুৰীৰ সাহায্যত শিখ বসতি এটিৰ চিনাক্তকৰণ সম্ভৱপৰ। শিখ পুৰুষৰ আভূষণ বৈশিষ্ট্য তথা শিখ সকলৰ গোটপাতি বসবাস কৰাৰ প্ৰবৃত্তিৰ বাবে তেওঁলোকৰ আৱাস অঞ্চলত প্ৰকৃত জনসংখ্যাতকৈ বহু বেছি লোক থকা যেন ভ্ৰম হয়। তেওঁলোকৰ ঘৰ-দুৱাৰ অন্যান্য অসমীয়া সম্প্ৰদায়ৰ ঘৰ-দুৱাৰ সদৃশ হ'লেও শিখ বাসগৃহৰ সন্মুখৰবেৰত স্পষ্টভাৱে অংকিত শিখধৰ্মীয় প্ৰতীক খাণ্ডাৰ চিত্ৰয়ো শিখসকলৰ আৱাসগৃহ চিনাক্তকৰণত সাহায্য কৰে। নিশাৰ শিখগাঁও সম্পূৰ্ণ নিশ্চুপ। ধুমপান কৰাত ধৰ্মীয় নিষেধ থকা বাবে শিখ গাঁৱত হাঁচি, কাঁহ সতকাই শুনা টান, যিটো ৰোগ অন্যান্য অসমীয়া সম্প্ৰদায়ৰ মাজত অবিচ্ছেদ্য অনুষংগ।

অসমীয়া শিখসকল মুখ্যতঃ গ্ৰামবাসী আৰু কৃষিজীৱি। তেওঁলোকৰ জীৱনৰ অৰ্থনৈতিক ধাৰা অন্যান্য অসমীয়া সম্প্ৰদায়ৰ সৈতে সম্পূৰ্ণ একে। অসমীয়া শিখসকলে বৈবাহিক সম্পৰ্ক স্থাপন কৰা নাৰীসকলৰ এক বৃহৎ অংশ অসমীয়া হিন্দু পৰিয়ালৰ পৰা অহা। সেইবাবেই অসমীয়া শিখসকলৰ জীৱনচৰ্যাত অসমীয়া সংস্কৃতি আৰু পৰম্পৰাৰ পূৰ্ণ স্পন্দন অনুভূত হয়। তেওঁলোকৰ ধৰ্মীয় জীৱন মুখ্যতঃ শিখ ধৰ্মীয় নীতিৰ দ্বাৰা পৰিচালিত; কিন্তু কিছুকাল পূৰ্বে বৰক'লাৰ অসমীয়া শিখসকলৰ মাজত শিখ ধৰ্মৰ সামান্যতম অস্তিত্বও নাছিল। তেওঁলোকে প্ৰতিবেশী হিন্দুসকলৰ দৰেই বিভিন্ন দেৱদেৱীৰ পূজা অৰ্চনা কৰিছিল। আনকি গুৰুদ্বাৰাৰ গুৰু আসনত দুৰ্গদেৱীৰ মূৰ্তি স্থাপন কৰি তেওঁলোকে বলিবিধানেৰে দেৱী পূজাও কৰিছিল। বৰক'লাৰ এটি শিখ পৰিয়ালত বৰ্তমানেও তেনে বলিকটা দা এখন আছে। কালক্ৰমত যাতায়ত, যোগাযোগ আৰু শিক্ষাৰ বিস্তৃতিয়ে এই শিখ ভাইসকলক শিখ ধৰ্ম সম্বন্ধে সচেতন কৰি তোলে। প্ৰাৰম্ভিক কালত তেওঁলোকে বিবাহ, তোলনী বিয়া, শাৱদাহ ইত্যাদি

সম্পূৰ্ণ অসমীয়া হিন্দু প্ৰথাৰে সমাধা কৰিছিল। শিখ প্ৰথাৰে পোন প্ৰথমে বিবাহ কাৰ্য সমাধা কৰা বৰক'লা গাঁৱৰ নাৰী গৰাকীৰ কেই বছৰমান পূৰ্বেহে মৃত্যু ঘটিছে। সেই বিয়াত শিখসকলে দুটা ভাগত বিভক্ত হৈ শিখ ধৰ্ম আৰু হিন্দু ধৰ্মৰ সপক্ষে বিপক্ষে মতামত ব্যক্ত কৰি যি পৰিস্থিতিৰ উদ্ভৱ কৰিছিল, বৰক'লাবাসীয়ে এতিয়াও তাৰ স্মৃতি কৌতুকেৰে ৰোমন্থন কৰে।

বৰক'লাৰ শিখ সকলে বৰ্তমানে শিখ ধৰ্ম অনুসৰ কৰে। তত্ৰাচ তেওঁলোকৰ মাজতো অসমীয়া হিন্দু সকলৰ বিভিন্ন ধৰ্মীয় ৰীতি আৰু বিশ্বাস সমান্তৰালভাৱে চলি আছে। শিখ আৱাস গৃহৰ উপাসনা স্থানত বিভিন্ন শিখ গুৰুৰ প্ৰতিকৃতিৰ লগত হিন্দু দেৱদেৱীৰ চিত্ৰও সসন্মানে বিৰাজ কৰে। অধ্যাপক ইন্দ্ৰপাল সিঙৰ এটি গৱেষণামতে অমৃতসৰৰ পৰা প্ৰায় আঠ কিলোমিটাৰ দূৰত্বত অৱস্থিত দালেকে গাঁৱত বৰক'লাৰ দৰেই ধৰ্মীয় অৱস্থা এটি পৰিলক্ষিত হয়। দালেকেবাসীসকল মূলতঃ শিখ ধৰ্মাৱলম্বী হৈয়ো বিভিন্ন হিন্দু দেৱ-দেৱী, আনকি মুছলমান পীৰ-ফকিৰকো শ্ৰদ্ধা-ভক্তি কৰাৰ বৰ্ণনা অধ্যাপক সিঙৰ গৱেষণা পত্ৰ 'Religion of Daleke : A Sikh Village'ত বৰ্ণিত হৈছে। অসমত হিন্দু ধৰ্ম শিখধৰ্মৰ প্ৰতিদ্বন্দ্বী নহয়, পৰিপূৰকহে। প্ৰতিবেশী অসমীয়া হিন্দুসকলৰ দ্বাৰা পৰিবেষ্টিত বৰক'লাৰ প্ৰাত্যহিক জীৱনত হিন্দু ধৰ্মৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। প্ৰতিবেশী লোকৰ নামঘৰত শিখ ভাইসকলৰ যেনে সঘন আহ-যাহ ঠিক তেনেদৰে শিখসকলৰ গুৰুদ্বাৰতো হিন্দু গাঁওবাসীৰ অবাধ গতি। নামঘৰৰ দৰেই গুৰুদ্বাৰাতো দবা, গামোচা, শৰাই আদিয়ে সসন্মানে বিৰাজ কৰে। অসমীয়া হিন্দু লোকৰ দৰেই তেওঁলোকে দেওঁ, ভূত, বীৰা, খেতৰ, আই, ভগৱতী ইত্যাদিত ভয়-ভক্তি কৰে; বেল, তুলসী, বট আদি গছক সন্মান কৰে; চুৱা-অশৌচ, একাদশী, পূৰ্ণিমা, বিহু ইত্যাদি পালন কৰে।

শিখ ধৰ্মৰে সৈতে শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মৰ নিকট সাদৃশ্যই অসমীয়া শিখসকলক বৈষ্ণৱ ধৰ্মৰ আৱৰ্তত নিঃসংকোচে বিচৰণ কৰিবলৈ তথা বৈষ্ণৱ ধৰ্মৰ বিভিন্ন আচাৰ-অনুষ্ঠান অৱলীলা ক্ৰমে পালন কৰিবলৈ উদ্বুদ্ধ কৰে। ডঃ মহেশ্বৰ নেওগৰ মতে ঃ 'Sikhism and Assam Vaishnavism are happy parallels. That is why the earliest Sikh settlers in Assam were absorbed into the general population and those who came within the last two centruries had no difficulty in living in great amity with the local people.'

অসমীয়া শিখসকলে কোচ-কলিতাৰ ছোৱালী বিনা দ্বিধাই বিয়া কৰায়। তেওঁলোকে এই দুই জাতিৰ লোকক তেওঁলোকৰ সম পৰ্যায়ৰ স্বৰূপে বিবেচনা কৰে। কিন্তু কোনো শিখে জনজাতীয় ছোৱালী বিয়া কৰালে উদ্ধাৰ পৰাচিত হোৱাৰ বিধান আছে। তেওঁলোকৰ ছোৱালী স্ব-ধৰ্মীয় লোকলৈ বিয়া দিয়াৰহে নিয়ম। বিবাহৰ এই

বৈশিষ্ট্যই তেওঁলোকৰ স্বজনতাবাচক শব্দাৱলীক দুটা স্পষ্ট ভাগত বিভক্ত কৰিছে। শিখ আত্মীয় সকলক তেওঁলোকে জিজা, ফুকা, নানী ইত্যাদিভাৱে সম্বোধন কৰে। আনহাতে, 'অসমীয়া' আত্মীয় সকলক মামা, পেহা, খুৰী, জেঠেৰী, খুলশালী আদি স্বৰূপে সম্বোধন কৰে। তেওঁলোকৰ সম্বন্ধবাচক শব্দাৱলীৰ বৃহৎ অংশ সম্পূৰ্ণ অসমীয়া। ভাই, ভতিজা, ভাগিন, খুলশালী ইত্যাদি নিভাঁজ অসমীয়া শব্দৰে তেওঁলোকৰ সম্বন্ধবাচক শব্দভাণ্ডাৰ পৰিপূৰ্ণ। ভাষা আৰু খাদ্যৰ ভিন্নতাৰ বাবে তেওঁলোকে ছোৱালী এজনী অনাঅসমীয়া শিখলৈ দিবলৈ উৎফুল্লিত নহয়।

অসমীয়া শিখসকল আঁহে পাহে অসমীয়া। অসম তথা অসমীয়াৰ উত্থান-পতনৰ সুদীৰ্ঘ প্ৰক্ৰিয়াৰে সৈতে তেওঁলোক অংগাংগীভাৱে জড়িত। উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈ 'মনোমতী', শৈলধৰ ৰাজখোৱাৰ কবিতা, 'পাষাণ-প্ৰতিমা', ডঃ মহেন্দ্ৰ বৰাৰ কবিতা 'চামুৰাই', বিষ্ণুপ্ৰসাদৰ ৰাভা, চৈয়দ আব্দুল মালিক ইত্যাদি অগ্ৰণী অসমীয়া সাহিত্যিকৰ ৰচনাত অসমীয়া শিখসকলৰ শৌৰ্য-বীৰ্যৰ ফল্গুধাৰা উত্তাল ৰূপত প্ৰতিভাত হৈছে। ভাৰতৰ স্বাধীনতা আন্দোলনত অসমীয়া শিখসকলৰ যি অৱদান সি বহু চৰ্চিত আৰু গৌৰৱৰ চিৰন্তন উৎস। বেণুধৰ শৰ্মাদেৱে সেই আন্দোলনৰ সময়ত যোৰহাট কাৰাগাৰত ডিব্ৰুগড়ৰ অৰ্জুন সিং পঞ্জাৱীৰে সৈতে কটোৱাৰ কথা লিপিবদ্ধ কৰি থৈ গৈছে। বিগত অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত শ্বহীদ চন্দন সিং প্ৰমুখ্যে শিখ যুৱকৰ সক্ৰিয় অংশগ্ৰহণ আৰু মৃত্যুবৰণে অসমীয়া শিখসকলৰ গৌৰৱৰ বৈজয়ন্তী নভোমণ্ডলৰ উচ্চৰ পৰা উচ্চস্তৰত স্থাপিত কৰিছে।

অসমত বসবাস কৰা বিভিন্ন জনগোষ্ঠী সমূহৰ মাজত সম্ভৱত একমাত্ৰ অসমীয়া শিখসকলেই নিৰ্বিৰোধভাৱে বসবাস কৰাৰ কৃতিত্ব দাবী কৰিব পাৰে। অসমত বসবাস কৰাৰ সুদীৰ্ঘকালৰ ইতিহাসত অসমীয়া শিখসকলৰ কোনো জনগোষ্ঠীৰে লগত ভাষিক, ধৰ্মীয় বা সাম্প্ৰদায়িক অসূয়াৰ ফলশ্ৰুতিৰূপে বিৰোধ তথা সুতীব্ৰ দ্বন্দ্বত লিপ্ত হোৱাৰ চৰম দুৰ্ভাগ্য ঘটা নাই। তেওঁলোকে শান্তি-সম্প্ৰীতিৰ এক আকৰ্ষক উদাহৰণ। প্ৰতিবেশীসকলৰ লগত তেওঁলোকৰ অকৃত্ৰিম মিলাপ্ৰীতি বৰ্তমান অশান্ত-উত্তপ্ত ভাৰতৰ ভিন ভিন জাতিগোষ্ঠীৰ সীমাহীন দ্বন্দ্বৰ মাজত আশাপ্ৰদ দৃষ্টান্ত স্বৰূপ। আপদে-আনন্দে অনাশিখ সকলৰ লগত তেওঁলোকৰ সুনিবিড় বন্ধন সংবেদনশীল লোকৰ বাবে অনুপ্ৰেৰণাৰ উৎস। কিছুকাল পূৰ্বেও বৰক'লাৰ পৰিপাৰ্শ্বৰ বিলত সমূহীয়াভাৱে মাছ মাৰি সমগ্ৰ গাঁওবাসীয়ে উৎসাহ-উদ্দীপনাৰে খোৱা 'বাৰগএগ্ৰা ভোজ' এনে সাম্প্ৰদায়িক সম্প্ৰীতিৰ উজ্জ্বল দৃষ্টান্ত। উৎসৱে-পাৰ্বণে, বিপদে-সৎকাৰে বৰক'লাৰ শিখ আৰু হিন্দুৰ পৰস্পৰক সাহায্য কৰাৰ যি আন্তৰিক প্ৰবৃত্তি, সি বৰ্তমানৰ জিঘাংসা আৰু গোষ্ঠীগত অশুভ প্ৰতিদ্বন্দ্বিতাৰ বাতাবৰণত বিৰল তথা আকৰ্ষণীয় দৃষ্টান্ত।

অসমীয়া শিখসকলে 'শিখ' আৰু 'অসমীয়া' এই দ্বৈত পৰিচয় সমান্তৰালভাৱে গ্ৰহণ আৰু বহন কৰে। বহু ক্ষেত্ৰত এই দুই অভিধা এটা আনটোৰ পৰিপূৰক। অসমীয়া হিচাপে পৰিচয় দি অসমীয়া শিখসকলে গৌৰৱ অনুভৱ কৰে। গুৰুমুখীৰ নূন্যতম জ্ঞান লৈ অসমীয়া শিখসকল এই ভীষণ প্ৰতিযোগিতাৰ যুগত এটি সম্প্ৰদায় স্বৰূপে সুদীৰ্ঘকাল বৰ্তি থকাত বহু পণ্ডিতে সন্দেহ প্ৰকাশ কৰে। এজন নগণ্য গৱেষক হিচাপে মোৰ দৃঢ় ধাৰণা, আৰবী-ফাৰ্চীৰ বিষদ জ্ঞান নোহোৱাকৈয়ে অসমীয়া মুছলমানসকল যদি সুদীৰ্ঘকাল বৰ্তি থাকিব পাৰে, তেন্তে অসমীয়া শিখ সকলো গুৰুমুখীৰ বিস্তৃত জ্ঞানবিহীনভাৱেই বৰ্তি থাকিব পাৰিব। বিশেষতঃ তেওঁলোকৰ শৌৰ্য-বীৰ্য, সম্প্ৰীতি আৰু উদাৰতাৰ যি সুদীৰ্ঘ বুনিয়াদ, সেই সুদৃঢ় ভিত্তিতে অসমীয়া শিখসকলৰ পৰিচয়ৰ নিচান চাহিব সুবিশাল অন্তৰক্ষত উড্ডীন হৈ থাকিব।

❖❖❖❖

*ডঃ মেধি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত বিভাগৰ অধ্যাপক।*

# মিচিংসকলৰ সমাজ আৰু সংস্কৃতি

— ডঃ বসন্ত কুমাৰ দলে

## মিৰি নে মিচিং ?

মিচিংসকল পূৰ্বে *মিৰি* নামে পৰিচিত আছিল। ধৰ্মীয় পুথি-পাঁজি, আহোম বুৰঞ্জী, নৃগোষ্ঠী বিষয়ক গ্ৰন্থ আৰু চৰকাৰী নথি-পত্ৰত মিচিং সকলক *মিৰি* বুলিয়েই উল্লেখ কৰা আছে। কিন্তু এই কথা স্মৰ্তব্য যে *মিৰি* শব্দই প্ৰকৃততে কেৱল মিচিং সকলকে নুসূচায় বা *মিৰি* শব্দটো *মিচিং* শব্দৰ সমাৰ্থক নহয় অথবা মিৰি সকলেই মিচিং নহয়। দৰাচলতে, *মিৰি* শব্দটোৰে পৰ্বত-ভৈয়ামৰ পাৰ্থক্য নুসূচোৱাকৈ উত্তৰে হিমালয়ৰ পূৰ্বাঞ্চলৰ পৰা দক্ষিণে অসমৰ সমতল ভূমিলৈকে, বিশেষকৈ সুবিস্তৃত ব্ৰহ্মপুত্ৰ উপত্যকাৰ সীমান্তলৈকে আৰু পূবে দিহং (চিয়াং) আৰু দিবাং উপত্যকাৰ পৰা পশ্চিমে দৰং জিলাৰ শেষ সীমালৈকে - প্ৰধানকৈ এই ভৌগোলিক সীমাৰেখাৰে আগুৰা ভূখণ্ডত বসবাস কৰা পৰ্বতীয়া জাতিৰ লোকক বুজোৱা হৈছিল। এই সম্পৰ্কে গ্ৰীয়াৰ্চন, মেকেঞ্জি, ৰবিঞ্চন আদি বিদেশী লিখক সকলে বিভিন্ন মন্তব্যেৰে উল্লেখ কৰি গৈছে।

এইখিনিতে এটা কথা উল্লেখ কৰা প্ৰাসঙ্গিক হ'ব যে অসমৰ লোকে, বিশেষকৈ অসমীয়া ভাষা-ভাষীৰ লোকে অসমৰ উত্তৰ-পূবত অৱস্থিত পাহাৰ লানিত বসবাস কৰা পৰ্বতীয়া লোক সকলক অতীজত প্ৰধানকৈ তিনিটা নাম দি তিনি ভাগত ভগাইছিল - আবৰ, মিৰি আৰু ডফলা। গ্ৰীয়াৰ্চনৰ মতে *"আবৰ, মিৰি আৰু ডফলা - এই নামবোৰ অসমীয়া নাম .....*"(পৃঃ ৫৮৪ )। কেৱল সেয়ে নহয়, এই জনগোষ্ঠী সমূহৰ লোকসকলে যি পৰ্বত লানিত বাস কৰে বুলি ভবা হৈছিল সেই পৰ্বত লানিকো সংশ্লিষ্ট জনগোষ্ঠীৰ নামেৰে নামকৰণ কৰা হৈছিল - যেনে, আবৰ পৰ্বত, মিৰি পৰ্বত আৰু ডফলা পৰ্বত। সেই কাৰণে সাধাৰণতে এইটো বিশ্বাস কৰা হয় যে মিৰি পৰ্বত মিৰি সকলৰ বাসস্থান আছিল আৰু ভৈয়ামৰ মিৰি (মিচিং) সকলো মিৰি পৰ্বতৰ পৰাই আহিছে। কিন্তু একাধিক লেখকে এই কথা উল্লেখ কৰি গৈছে যে ভৈয়ামৰ মিৰি সকল মিৰি পৰ্বতৰ পৰা নহয় ; আবৰ পৰ্বতৰ পৰাহে অহা।

মিৰি সকলৰ বিষয়ে বিবৰণ দাঙি ধৰা প্ৰায় সকলো পণ্ডিতে এই কথা উল্লেখ কৰিছে যে ***মিৰি*** নামটো অসমীয়াই দিয়া নাম আৰু অসমীয়াত ইয়াৰ অৰ্থ হ'ল -

প্ৰসৱৰ সময়ত প্ৰসূতিয়ে পিন্ধিবৰ বাবে আৰু নৱজাতকক লবৰ বাবে পূৰ্বৰ পৰাই কাপোৰ বৈ সাজু কৰি ৰখা হয়। প্ৰসৱৰ সময়ত প্ৰসূতিয়ে কেৱল নতুন কাপোৰহে পৰিধান কৰে। সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে নাড়ীডাল কপাহী সূতাৰে টানকৈ বান্ধি কটা হয়। নাড়ী কাটিবলৈ কটাৰী বা কটাৰীজাতীয় লোহাৰ সঁজুলি ব্যৱহাৰ কৰাটো নিষেধ। তাৰ সলনি ধোঁৱা চাঙত তুলি ৰখা সাধাৰণতে ভলুকা বাঁহৰ চুঙা (ধপাতৰ চুঙা)ৰ পৰা এছিটা কাটি উলিয়াই চাঁচি ধাৰাল কৰি তাৰে নাড়ীডাল কটা হয়। নাৰী কটাৰ পাচতে কেচুৱাটোক ভালকৈ ধুই-পখালি নতুন কাপোৰত শুৱাই দিয়া হয়। কেঁচুৱা জন্মৰ লগে লগে কুকুৰা মাৰি মালকাঠি, বিহলঙনী আৰু জালুকেৰে তেল নিদিয়াকৈ ৰান্ধি পঃৰ আপঙৰ লগত প্ৰসূতিক জাল খাবলৈ দিয়া হয়। এই জাল খুওৱা কাৰ্য বাজ ওলোৱা কাৰ্য সম্পন্ন নোহোৱা পৰ্যন্ত অব্যাহত থাকে। ইয়াক 'অব য়দ্‌নাম্' বুলি কোৱা হয়। সেই কাৰণে পোঁৱাতী তিৰোতাগৰাকীক চাবলৈ অহা প্ৰতিবেশী বা আত্মীয়-স্বজনে সাধাৰণতে লগত কুকুৰা আৰু চকা পঃৰ আপং লৈ আহে। কোনো কোনো খেলত চেৰাশলীয়া দিন কেইটাত পোঁৱাতী তিৰোতাগৰাকীক কাঁহৰ বাচন ব্যৱহাৰ কৰিবলৈ দিয়া নহয় ; পাতহে ব্যৱহাৰ কৰিবলৈ দিয়া হয়।

পোঁৱাতী তিৰোতাই আনে অহা-যোৱা কৰা দুৱাৰেদি অহা-যোৱা কৰিব নাপায়। সেই কাৰণে কেৱল তেওঁ অহা-যোৱা কৰিবৰ কাৰণে বেৰ কাটি পৃথক দৱাৰ এখন কৰি দিয়া হয়। কেৱল সেয়ে নহয় ; তেওঁ উঠা-নমা কৰিবৰ কাৰণে এডাল পৃথক জখলাৰো ব্যৱস্থা কৰি দিয়া হয়। নৈত গা ধুবলৈ যোৱাৰ সময়ত পোঁৱাতী তিৰোতাই সদায় লগত এখন সৰু কটাৰী বা কাচি লৈ যাব লাগে। কেঁচুৱাটোৰ মূৰ শিতানতো এখন কটাৰী আৰু এমুঠি সৰিয়হ অনবৰতে ৰখা হয়। কোনো কোনোৱে এমুঠি সৰিয়হ ৰখাৰ পৰিবৰ্তে সৰিয়হৰ এটা সৰু গাৰু বনাই তাত কেঁচুৱাটোক শুৱায়। কন্যা সন্তান হলে সাধাৰণতে অযুগ্ম সংখ্যাৰ দিনত (সাধাৰণতে পাঁচ দিনত) আৰু পুত্ৰ সন্তান হলে যুগ্ম সংখ্যাৰ দিনত (সাধাৰণতে ছদিনত) বাজ ওলোৱা মাঙ্গলিক অনুষ্ঠান পতা হয়। সেইদিনা কেচুৱাৰ মাক-বাপেক দুয়োৱে শান্তি-পানী খাব লাগে। সেই শান্তি-পানী গোঁসাইৰ কৰ্তৃত্বপ্ৰাপ্ত গাঁৱৰ সাধু বা সাতোলা বা জ্যেষ্ঠ ভকতে বনাই দিয়ে। প্ৰসূতীৰ বাজ ওলোৱা প্ৰথাক 'উচিংনাম্' (শুচি) বুলি কোৱা হয়। অৱশ্যে এই প্ৰথা মিচিং সমাজৰ আদিম পৰম্পৰা যে নহয় তাক 'শুচি' শব্দটোৱেই উনুকিয়াই দিয়ে।

সি যিকি নহওক, বাজ ওলোৱাৰ দিনাই নৱজাতকৰ নামকৰণ কৰাৰ প্ৰথা আছিল। পূৰ্বত নামকৰণৰ এক বিশেষ পদ্ধতি আছিল। সাধাৰণতে মিচিং লোকৰ নামবোৰ দুটা অক্ষৰ বিশিষ্ট আছিল। বাপেকৰ নামৰ দ্বিতীয়টো অক্ষৰেৰে পুতেকৰ নাম আৰম্ভ কৰাৰ প্ৰথা আছিল। উদাহৰণ স্বৰূপে বাপেকৰ নাম 'বতুম্' হলে পুতেকৰ নাম 'তুম'— এই অক্ষৰেৰে আৰম্ভ কৰি 'তুম্‌কং' বা 'তুম্‌বং' আদি ৰখাৰ নিয়ম আছিল।

**মৃত্যু ঃ**

মৃত্যু সকলোৰে বাবে বেদনাদায়ক। মৃত্যু-শোক প্ৰকাশ কৰাৰ সুবিধাৰ কাৰণে গাঁও-জ্ঞাতি সকলোকে জনাবৰ বাবে সৰু ল'ৰা-ছোৱালীৰ মৃত্যুৰ বাহিৰে বয়সস্থ লোকৰ মৃত্যু হলে মৃত্যুৰ সময়ত সংশ্লিষ্ট ঘৰৰ মুধচত উঠি ঢোলৰ এটা মুৰত এটা নিয়মীয়া লয়ত কোবাই থকা হয়। কেতিয়াবা ঢোলৰ পৰিবৰ্তে বৰকাঁহ কোবোৱা হয়। ঢোল বা বৰকাঁহৰ মাত শুনাৰ লগে লগে গাঁৱৰ সকলো লোকে (আনকি ওচৰৰ বেলেগ গাঁৱৰ লোকেও) পথাৰৰ পৰা কাম-বন এৰি খৰখেদাকৈ আহে আৰু মৃতদেহৰ সংকাৰৰ ব্যৱস্থা কৰে। মৃতদেহটো যথা ৰীতিৰে ধুই-পখালি তেল ঘঁহি মুৰ ফনিয়াই দি নতুন চোলা-কাপোৰ পিন্ধোৱা হয়। এই সকলো কাম সচৰাচৰ কৰাৰ দৰে কৰা নহয় ; ওলোটাকৈ কৰা হয়। কাৰণ এইটো বিশ্বাস কৰা হয় যে মৃত্যুৰ পাচত মৃতকৰ য়ালৰ সকলো কামেই ওলোটা। তাৰ পাচত নতুন কাপোৰেৰে শৱদেহটো ঢাকি ঢাৰিত মেৰিয়াই চোতাললৈ নমাই অনা হয়। চোতালত চাঙ্গী বান্ধি তাৰ ওপৰত শৱদেহটো তুলি লৈ যোৱা হয়।

মিচিং সকলে শৱদেহ দাহ নকৰে ; গাঁত খান্দি পোতে। পুতিবৰ বাবে গাঁত খন্দাৰ সময়ত মৃতকৰ বাবে মাটিৰ মূল্য হিচাপে চাৰি চুকৰ বাবে চাৰি অনা (পঁচিশ পইচা) পইচা পেলাই লয়। গাঁত খান্দি তাৰ ভিতৰত শৱদেহটো পোতাৰ আগতে 'ৰুংকুগ্' (কফিনৰ দৰে পুৰণা নাৱেৰে নিৰ্মিত কাঠৰ বাকচ)ত ভৰাই লয় আৰু তাৰ ওপৰতহে মাটি দিয়া হয়। পোতা কাৰ্য শেষ হোৱাৰ পাচত তাৰ চৌপাশে জেওৰা ভেটি মৰিশালিৰ ওপৰত বগা কাপোৰ এখন মেলি দি কাষে কাষে মৃতকে ব্যৱহাৰ কৰা সামগ্ৰীবোৰ দি দিয়া হয়।

শৱদেহ পুতিবলৈ যোৱা লোক সকল ঘূৰি অহাৰ আগতেই চোতালত একুৰা জুই জ্বলাই এটা বাতিত তেল আৰু দুবৰি সাজু কৰি ৰখা হয়। মানুহবোৰ ঘূৰি অহাৰ লগে লগে গৃহস্থই হাতত এমুঠি সৰিয়হ লৈ তেওঁলোকৰ গালৈ ছটিয়াই দিয়ে। তাৰ পাচত তেওঁলোকে গা-পা ধুই ভিজা গাৰে চোতালত জ্বলাই ৰখা জুইকুৰাত হাত সেকি তেল-পানী ঘঁহি কাপোৰ সলায়। তাৰ পাচতহে তেওঁলোক চাঙৰ ওপৰলৈ উঠে। মৃত্যুৰ তিনি দিনৰ দিনা মৃতকৰ তিলনি পতা হয়। কিন্তু এই প্ৰথা মিচিং সমাজৰ নিজা প্ৰাচীন পৰম্পৰা নহয়। হিন্দু ধৰ্মৰ সংস্পৰ্শলৈ অহাৰ পাচতহে এই প্ৰথা মিচিং সকলে গ্ৰহণ কৰে। এই কথা 'তিলনি'—এই শব্দটোৱে নিজে প্ৰকাশ কৰে। কাৰণ শব্দটো মিচিং শব্দ নহয়, অসমীয়া শব্দহে। 'তিলনি' শব্দৰ অৰ্থ 'হেম-কোষ'ত দিয়া আছে এইদৰে—"তিলনি, বি. তিলৰ খেতি, ইতৰ জাতিৰ মানুহে মৰাৰ তিন দিনৰ দিনা মৃতকৰ উদ্দেশে তিল জল আদি দিয়া কাম, "a field of the sesamum plants ; a ceremony performed by the low-caste Hindoos

on the third day after death." উল্লেখযোগ্য যে তিলনি পতা সকলৰ প্ৰতি সেই সময়ৰ সামাজিক জখলাৰ উচ্চস্তৰত থকা লোকৰ ধাৰণা কেনে আছিল তাৰ এটা স্পষ্ট ইঙ্গিত এই শব্দাৰ্থটোৱে দিয়ে।

সি যিকি নহওক, তিলনি পতাৰ পাচত মিচিং সমাজত উৰম্ আপিন্ বা উচিঃ (শুচি) আৰু তাৰ পাচত দদ্‌গাং (আদ্যশ্ৰাদ্ধ) পতা হয়। এই দুয়োটা সকামেই সংশ্লিষ্ট পৰিয়ালে আৰ্থিক সুচলতাৰ সময় চাইহে পাতে। তাৰ কোনো সময়সীমা নাথাকে।

## গ্ৰন্থপঞ্জী

### ইংৰাজী ঃ


1. Bhuyan, S.K. : *Anglo-Assamese* (3rd ed,1990)
2. Brown, W.B. : *An Outline Grammar of the Deori-Chutiya Language*
3. Bordoloi, B.N. (1987) : *Tribes of Assam*, Part I
4. Chatterji, S.K. (1974) : *Kirãta-Jana-Krti*
5. Dalton, E.T. (1872) : *Descriptive Ethnology of Bengal* (retitled and reprinted in 1978 as *Tribal History of Eastern India*
6. Datta Choudhury, S. ed (1981) : *Gazetteer of India*, Arunachal Pradesh, Subansiri District
7. Devi, Mrs. Lakshmi (1968) : *Ahom-Tribal Relations* (2nd ed, 1992)
8. Dunbar, G. (1932) : *Frontiers* (reprinted in 1984)
9. Endle, Rev. Sidney (1911) : *The Kacharis* (reprinted in 1975)
10. *Extracts from the Assam Census Report, 1881* appended to the Mackenzie, Alexander's (1884) : *The North-East Frontier of India* (retitled and reprinted, 1989)
11. Gait, Sir E. (1905) : *A History of Assam*, [Seventh ed. 1997),
12. *Gazetteer of India, Sibsagar District,* 1967
13. Grierson, G.A. (1909) : *Linguistic Survey of India*, Vol. III Part I, Second ed. 1967
14. Hamilton, A. (1912) : *In Abor Jungles* (reprinted in 1984)

15. Handoo, Jawaharlal : *Folklore, An Introduction*, CIIL
16. Handoo, Lalita : *Folk and Myth*, CIIL
17. Haimendorf-Fürer, Christoph von (1982) : *Highlanders of Arunachal Pradesh*
18. Kakati, Bani Kanta (1941) : *Assamese, Its Formation and Development* (3rd ed. 1972)
19. Lahiri, R.M. : *The Annexation of Assam* (reprint 1975)
20. Lorrain, J.H. (1910) : *A Dictionary of the Abor-Miri Language* (reprinted in 1995)
21. Mackenzie, A. (1884) : *History of the relations of government with the hill tribes of the north-east frontier of Bengal* (retitled and reprinted in 1989) as *The North- East Frontier of India.*
22. Mills, A. J. Maffatt : *Report on the Province of Assam* (2nd ed. 1984)
23. Mipun, Jatin : *Acculturation, Communication and Development in a Mishing Village* in Dubey, S.M. ed. *North-East India A Sociological Study*
24. Needham, J.F. (1885) : *Outline Grammar of the Shaiyang Miri Language*, (reprinted in 1913]
25. Pegu, Dr. Nomal Chandra (1981) : *The Mishings of the Brahmaputra Valley*
26. *Provincial Gazetteer of Assam* (1906) (reprint 1983)
27. Progress Publishers (1982) : *Fundamentals of Marxist-Leninist Philosophy*. (English translation from a revised Russian ed. 1982)
28. Rajguru, Sarbeswar (1988) : *Medieval Assamese Society 1228-1826*
29. Robinson, W. (1941) : *A Descriptive Account of Asam* (reprinted in 1975)
30. Sarma, Satyendranath (1989) : *A Socio-Economic and Cultural History of Medieval Assam* (1200-1800 A.D.)
31. Singh, Chandrika (1989) : *Emergence of Arunachal Pradesh as a State*
32. Singh, Dr. Bhupinder et al (1992) : *Report of the Expert Committee on the Plains Tribes of Assam*, vol. I

33. Wilson, Steuwart : *The Role of Folk Music in Education*, appeared in the *Music in Education*, UNESCO, 1955.

**অ[illegible]**

১। গঁগে, লীলা (১৯৯৪) ঃ ***লীলা গঁগে ৰচনাৱলী***, পৃঃ ১৩।

২। গোহাঞিবৰুৱা, ৰায়বাহাদুৰ পদ্মনাথ (১৯৩৭) ঃ ***অসমৰ বুৰঞ্জী***, (দ্বিতীয় সংস্কৰণ, ১৯৭৬)

৩। গোস্বামী, পণ্ডিত শ্ৰীযুত হেমচন্দ্ৰ (১৯২২) ঃ ***পুৰণি অসম-বুৰঞ্জী*** (দ্বিতীয় প্ৰকাশ, ১৯৭৭)

৪। দত্ত, শৰৎ কুমাৰ সম্পাদিত ঃ ***অসম বুৰঞ্জী***

৫। নেওগ, মহেশ্বৰ ঃ ***অসমীয়া গীতি-সাহিত্য***

৬। পামেগাম, তৰুণচন্দ্ৰ ঃ *মিৰি বা মিচিং* (প্ৰবন্ধ) ঃ কাগয়ুং, ভৃগুমুনি সম্পাদিত (১৯৮৯) ঃ ***মিচিং সংস্কৃতিৰ আলেখ্য*** (পৰিবৰ্দ্ধিত সংস্কৰণ)

৭। বৰদলৈ, ৰজনীকান্ত (১৮৯০) ঃ ***মিৰি জীয়ৰী*** (পুনৰ মুদ্ৰণ, ১৯৮৮)

৮। বৰবৰুৱা, হিতেশ্বৰ ঃ ***আহোমৰ দিন***

৯। বৰুৱা, বিৰিঞ্চি কুমাৰ ঃ *আগকথা*, প্ৰফুল্ল দত্তগোস্বামী সম্পাদিত '***বাৰ মাহৰ তেৰ গীত***'

১০। ব্ৰাউন, নাথান সম্পাদিত (১৮৪৮) ঃ *আবৰ, বৰ আবৰ, মিৰি আৰু ডফলাৰ বিবৰন* ঃ ***অৰুনোদই***, তৃতীয় বছৰ, একাদশ সংখ্যা, ড০ মহেশ্বৰ নেওগ সংকলিত আৰু পুনঃসম্পাদিত, অসম প্ৰকাশন পৰিষদ

১১। ভূঞা, শ্ৰীসূৰ্য কুমাৰ সম্পাদিত (১৯৩২) ঃ ***দেওধাই অসম বুৰঞ্জী*** (তৃতীয় সংস্কৰণ, ১৯৯০)

১২। ভূঞা, সূৰ্য কুমাৰ (1949) ঃ *Anglo-Assamese Relations* (3rd ed. 1990)

১৩। ৰায়চৌধুৰী, অম্বিকাগিৰি (১৮৪৬ শঁক) ঃ ***চেতনা***, ৬ষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা

১৪। শৰ্মা, শশী ঃ *অসমৰ লোক-সাহিত্য সমীক্ষা* (প্ৰবন্ধ), তোষেশ্বৰ চেতিয়া সম্পাদিত '***প্ৰগতিশীল সাহিত্য সমীক্ষা***'ত প্ৰকাশিত, নতুন সাহিত্য পৰিষদ

❖❖❖❖

*ডঃ দলে চিলাপথাৰ মহাবিদ্যালয়ৰ অধ্যাপক।*

# গাৰোপাহাৰৰ কোচ সম্প্ৰদায়ৰ সমাজ আৰু সংস্কৃতি ঃ এটি চমু পৰিচয়

— ডঃ ৰাজু বৰুৱা

বৰ্তমান অসমৰ অবিভক্ত গোৱালপাৰা জিলা আৰু মেঘালয়ৰ সমগ্ৰ গাৰোপাহাৰ প্ৰমুখ্যে অসম, উত্তৰবঙ্গ, ত্ৰিপুৰা আনকি বাংলাদেশৰ মৈমনসিং, দিনাজপুৰ জিলাকে ধৰি কিছুমান ঠাইতো 'কোচ' সম্প্ৰদায়ৰ লোক বসবাস কৰি আছে। তেওঁলোকে নিজকে প্ৰকৃত নৃগোষ্ঠীয় বা জনগোষ্ঠীয় 'কোচ' বুলি দাবী কৰে। তেনে দাবীৰ মূলত এই বিশেষ সম্প্ৰদায় বা জাতিটোৰ স্বকীয় বৈশিষ্ট্যপূৰ্ণ ভাষা, সমাজ আৰু সংস্কৃতিলৈ আঙুলিয়াই দেখুওৱা হয়।

ইতিহাসে চুকি নোপোৱা কালৰে পৰা গাৰোপাহাৰত বসবাস কৰা কোচ জনজাতিসকলে নিজস্ব কৃষ্টি-সংস্কৃতি অটুট ৰাখি আহিছে। অৱশ্যে কেতিয়া, কেনেকৈ এই কোচ জনজাতিয়ে গাৰো পাহাৰত সোমাই বসবাস কৰিলেহি তাক ঠাৱৰ কৰা টান। সম্ভৱতঃ ৩য় শতিকাত তিব্বত-বৰ্ম্মী মঙ্গোলীয়সকলে দলে দলে উত্তৰ পূৱ ফালেদি অসম সোমোৱাৰ লগে লগে এই জনজাতিৰ মানুহেও আহি মণিপুৰ, ত্ৰিপুৰা আদি বিভিন্ন ঠাইত বিস্তৃত হৈ গাৰো পাহাৰত প্ৰৱেশ কৰে।

গাৰো পাহাৰ জিলাৰ নৃগোষ্ঠীয় লোকসকলৰ সমাজ, জীৱনযাত্ৰা, সাংস্কৃতিক পৰম্পৰা, কলা-কৃষ্টি, সাজ-পাৰ, লোক-বিশ্বাস, ভাষা, নিয়ম-নীতি, আচাৰ-অনুষ্ঠান ইত্যাদি বিভিন্ন দিশৰ অভিজ্ঞতাৰ পৰা অনুভৱ কৰিব পাৰি যে এই কোচসকলৰ সেই জনগোষ্ঠীৰে এটা সুকীয়া ঠাল। বৰ্তমানে তেওঁলোকৰ শিক্ষিত সমাজত এই বিষয়ে সচেতনতা বৃদ্ধি পাইছে, তেওঁলোকেও নিজকে মংগোলীয় জনগোষ্ঠীৰ লোক বুলি দাবী কৰে।

কোচসকল সহজ-সৰল, সাহিয়াল আৰু চিকাৰ প্ৰিয়। পুৰুষ-তিৰোতা উভয়ে জোং, যাঠি, দা আৰু পহুমৰা জাল লৈ চিকাৰলৈ যায়। চিকাৰ পালে আনন্দত মতলীয়া হৈ সিদিনা ৰাতিয়েই সমজুৱা ভাৱে ভোজ-ভাত খায়। লগতে 'চকত'ৰ (মদৰ) সংযোজনত মতলীয়া হৈ নাচি-বাগি গীত গাই আনন্দ স্ফূৰ্ত্তি কৰে। কোচসকল এসময়ত ভাল যুঁজাৰুও আছিল। পুৰণি কালৰ ঢাল-তৰোৱালসমূহ কোচসকলৰ ঘৰে ঘৰে আজিও বিচাৰি পোৱা যায়। অতীতত কোচসকলৰ 'ৰান্‌যায়' নক (ডেকাচাং) আছিল।

## জীৱিকা আৰু ব্যৱসায় :

কোচ জনগোষ্ঠীৰ লোকসকল অতিশয় কৰ্মপটু আৰু পৰিশ্ৰমী। পাহাৰৰ হাবি-বননি কাটি পৰিস্কাৰ কৰি 'হাঙায়' (ঝুমখেতি)ৰ পদ্ধতিৰে খেতি কৰি তেওঁলোকে জীৱন-নিৰ্বাহ কৰে। বছৰৰ বিভিন্ন সময়ত অতিশয় পৰিশ্ৰম কৰি নানা তৰহৰ খেতি কৰে। শালিধান চপোৱাৰ পিছত মাঘ আৰু ফাগুন মাহৰ ভিতৰত প্ৰতিটো পৰিয়ালে ১০-১৫ বিঘা মানৰ পাহাৰীয়া খাছ মাটি ঝুমখেতিৰ বাবে বাছি লয়। প্ৰতিদিনে একো একোটা পৰিয়ালৰ হাবি-বননি কাটিবৰ বাবে গাঁওৰ সকলোৱে মিলি জুলি পাল পাতি লয়। চ'ত মাহত সেইবোৰ শুকালে জুই লগাই দিয়ে আৰু 'চাংক্ৰাম' (পোৰাৰ পিছত ছাই নোহোৱা গছ-গছনি)বোৰ পৰিস্কাৰ কৰাৰ পিছত বীজ ৰোপণ কৰে। নানা তৰহৰ খেতি-বাতি যেনে- মায় (ধান), মাখুই (মাকৈ), জোৱাৰ (বজ্ৰা), দিপিৰিং (তিল), কাউৰু (গাৰো টেঙা), চিঠাই (বাঙী), জগনাৎ (মিঠালাউ), থায়পক (চাল কোমোৰা), চিংকুট বা দুখডাক্ (আদা), ঝালুক বা ছুখছাক (জলকীয়া), হিম (তুলা বা কপাহ), বাম্ৰাং (মিঠা আলু), ছিমালু বা হান পাণ্ডু (গেছ আলু), লিং কচু, বান্টক (বেঙেনা), সৰাইছুক (পানী বা মদ খোৱা এবিধ দীঘল লাউ) ইত্যাদি তেওঁলোকে কৰে।

ঝুমখেতি বা খেতি-বাতিত যাতে অধিক উৎপাদন হয়, বনৰীয়া জীৱজন্তু, কীট-পতঙ্গ তথা প্ৰাকৃতিক দুৰ্যোগত যাতে কোনো ধৰণৰ ক্ষয়-ক্ষতি বা অনিষ্ট সাধন কৰিব নোৱাৰে তাৰ বাবে ঝুমখেতিৰ আৰু ধাননি পথাৰৰ সোঁমাজত 'হাচি-ৰায়' বা 'মুজ-ঠাকুৰ ৰায়ক' পূজা দিয়া হয়।

খেতি-পথাৰ আৰু ঝুমখেতিৰ সোঁমাজত চৰাই-চিৰিকতি তথা বনৰীয়া জীৱজন্তুৰ পৰা ৰক্ষা পাবৰ কাৰণে আৰু ৰ'দত কাম বন কৰি ভাগৰ পলুৱাবৰ বাবে প্ৰত্যেকটো পৰিয়ালে নিজৰ খেতিৰ ডুলিত একোটাকৈ 'নক্ঘুম' (চ'ৰা ঘৰ বা জিৰণি ঘৰ) সাজি লয়।

কৃষিজীৱি কোচসকলে ধান, সৰিয়হ, মৰাপাট, আলু, কচু, লাউ, কোমোৰা ইত্যাদি উৎপাদন কৰাৰ উপৰিও আম, কঁঠাল, কল আদি ফল-মূলৰ খেতি কৰিও জীৱিকা নিৰ্বাহ কৰে। নানা ধৰণৰ জীৱজন্তু যেনে- হাঁহ-কুকুৰা, গৰু, ম'হ, ছাগলী, গাহৰি আদিও তেওঁলোকে পোহে। পুৰুষ তিৰোতা উভয়ে জাকৈ-খালৈ, পল আদি লৈ মাছ ধৰিবলৈ যায়। খাল-ডোং আদিত বৰশী বাইও মাছ ধৰে।

খেতি বাতি কৰাৰ উপৰিও ঘৰ-সজা, ৰাস্তা ঘাট মেৰামতি কৰা, অন্যান্য ঘৰুৱা কাম বনৰ ক্ষেত্ৰতো পুৰুষসকলৰ লগত তিৰোতাসকলে সহযোগিতা কৰে। গৃহস্থই নিজৰ কামৰ বাবে গএগ্ৰা ৰাইজৰ সহায় বিচৰা কাৰ্য্যক 'মাগ'ন কামলা' বোলে। ৰাইজক পৰিশ্ৰমৰ বিনিময়ত সাধ্যানুসাৰে কেৱল মদ ভাত খুওৱা হয়। ইয়াৰ উপৰিও বিয়া-সবাহ, পূজা-পাৰ্বন, শ্ৰাদ্ধাদি কৰ্মত গএগ্ৰা ৰাইজে মুক্তভাৱে সহায় সহযোগিতা কৰাটো বিশেষ ভাৱে লক্ষণীয়।

সহজ সৰল, আমায়িক, অতিথি-পৰায়ণ কোচসকলে সততে কাজিয়া পেচালৰ পৰা আঁতৰি থাকিবলৈ ভাল পায়। সেয়ে গাঁৱত কেতিয়াবা সামাজিক কাৰ্যত লিপ্ত হোৱা লোকক সামাজিক বিচাৰ মতে গাঁও জৰিমণাসহ শাস্তি প্ৰদান কৰে। প্ৰয়োজনবোধে তেনেলোকক এঘৰীয়াকৈ ৰখাৰ নিয়মো তেওঁলোকৰ মাজত প্ৰচলিত।

**খাদ্য ঃ**

কোচসকলৰ প্ৰিয় খাদ্য 'মাচাক-মায়' অৰ্থাৎ বৰা চাউলৰ ভাত আৰু 'নাছাউ-দিকিংনি নিছাম' অৰ্থাৎ বাঁহৰ চুঙাত শুকান মাছ্ গুৰি কৰি খাৰেৰে ৰন্ধা আঞ্জা। মাছ্-মঙহবোৰো শাকৰ লগত খাৰেৰে ৰান্ধি খাবলৈ বেছি ভাল পায়। চকত বা মেৰা (মদ) পান কোচ সমাজত অপৰিহাৰ্য। সকলো ধৰণৰ পূজা বা উৎসৱত 'চকত' আগবঢ়োৱাৰ নিয়ম তেওঁলোকৰ মাজত প্ৰচলিত। তেওঁলোকে তিনি প্ৰকাৰৰ মদ নিজে প্ৰস্তুত কৰে। সেই কেইবিধ হ'ল— চিতি চকত, চুথাৰ চকত আৰু দেপা চকত।

**সাজপাৰ আৰু আ-অলংকাৰ ঃ**

সাঁজপাৰ আৰু আ-অলংকাৰলৈ লক্ষ্য কৰিলে কোচসকলৰ সুকীয়া বৈশিষ্ট্য ধৰা পৰে। কোচ তিৰোতাসকলে নিজা 'বানা' অৰ্থাৎ তাঁতশালত ৰঙ্‌চঙীয়া কাপোৰ বয়। তাক লিফান বা পাতেক বোলে। লিফান বুকুত মেথনি মাৰি পিন্ধে। পুৰুষলৈ 'ভিজাছ্‌কা' অৰ্থাৎ আঁঠুৰ মুৰত পিন্ধা ধুতি, ফুলাম গামোছা, ককাঁল বন্ধা ফুলাম কাপোৰ, চাদৰ আদি বৈ দিয়ে। পুৰুষসকলে মূৰত পাগুৰিও বান্ধে, তিৰোতাবিলাকে দুই ঠেক, তিনিঠেকলৈকে কাপোৰ পিন্ধে। ব্লাউজৰ ব্যৱহাৰ নাছিলেই। ৰঙ্‌চঙীয়া লিফান বা পাতেক তিৰোতাসকলৰ অতি আদৰৰ। বিয়া-সবাহ, উৎসৱ-পাৰ্বণ আৰু আলহীৰ ঘৰলৈ যাওঁতে এই ৰঙচঙীয়া লিফান পৰিধান কৰি নিজকে সুখী আৰু গৌৰৱবোধ কৰে। লগতে 'মুকছ্‌কক্' অৰ্থাৎ ফুলাম চাদৰ গাত শুৱাই লয়। বিবাহিতা নাৰীয়ে কপাল আৰু শিৰত সেন্দুৰ ব্যৱহাৰ কৰে। আ-অলংকাৰৰ ভিতৰত মাতুকুৰি (কাণফুল) নলক, নাকুংপাৰ, কৰেয়া, কাটাবাজু, সোনামালা, লক্‌বক্ বয়লা, হাছালি, কেটা চন্দ্ৰাহাৰ, খাৰু, শাখা, নুপুৰ ইত্যাদি ব্যৱহাৰ কৰে। সৰু ল'ৰা-ছোৱালীয়ে ৰূপ বা তামৰ মুদ্ৰাৰে নিৰ্মিত 'টাকামালা' ডিঙিত ব্যৱহাৰ কৰাও দেখা যায়। কোচ তিৰোতাসকলে কাষলতিত কলহ আৰু চাৰি পাঁচোটা কোম্বাই, মাতাকা ছাচা (ঘটি)ত পানী ভৰাই মূৰত কঢ়িয়াব পৰাতো এক সুঁন্দৰ সুকীয়া কৃষ্টিৰ চানেকি স্বৰূপ।

**কোচ জনগোষ্ঠীৰ ঘৰ-দুৱাৰ ঃ**

বিশেষভাৱে বাঁহ আৰু খেৰৰ দ্বাৰা কোচসকলৰ ঘৰ-দুৱাৰৰ নিৰ্মাণ কৌশল মন কৰিবলগীয়া। প্ৰধানকৈ ভাদ আৰু পুহ মাহত ঘৰ সজাৰ কাম আৰম্ভ কৰা হয়। ঘৰ-

দুৱাৰ আৰম্ভ কৰোঁতে কোনো ধৰণৰ নিয়ম-নীতি পালন কৰা নহয়। দুৱাৰ মুখ পূব-পশ্চিম ফালে হ'ব লাগে বুলিও কোনো নিয়ম তেওঁলোকৰ মাজত নাই। ঘৰবোৰ সাত-আঠ ফুটতকৈ বেছি ওখ নহয়। বেৰবোৰ দীঘলে প্ৰায় ১৮-২০ ফুট আৰু বহলে ১০-১২ ফুট। মূল ঘৰটোৰ সৈতে বাৰান্দাখন লগ লাগি থাকে। বাৰান্দখন মাটিৰ পৰা ডেৰ-দুই ফুটৰ ওপৰত থাকে। সেয়ে ঘৰৰ ভিতৰত প্ৰৱেশ কৰোঁতে গা কুঁজা কৰিহে সোমাব লাগে। ঘৰটোত দুখনেই দুৱাৰ থাকে-আগফালে আৰু পাছফালে, খিৰিকিৰ ব্যৱস্থা নাথাকে। এদ্ধাৰ ঘৰটোৰ ভিতৰ ভাগত কোঠালী দুটা, এটা শোৱনি কোঠা আৰু আনটো খোৱা-বোৱা, জিৰণি, মদ্যপান আৰু 'নকৃজুফাক ৱায়'ৰ থলি হিচাপে ব্যৱহাৰ কৰা হয়।

কোচসকলৰ মাজত প্ৰবাদ আছিল যে - 'ঘৰখন বেছি ডাঙৰ আৰু ওখকৈ সাজিলে ধুমুহা বতাহে ভাঙি পেলাব পাৰে; খিৰিকি বা জালানা থাকিলে বাহিৰৰ দেও-ভূত বা অপদেৱতাই প্ৰৱেশ কৰি বাহ লৈ মানুহ-দুনুহৰ অনিষ্ট সাধন কৰিব পৰে - ইত্যাদি কাৰণত সীমিত আকাৰত খিৰিকী নোহোৱাকৈ আৰু পোহৰ নপৰাকৈ ঘৰ সাজি থাকিবলৈ ভাল পাইছিল। আনহাতে 'বাহিৰৰ চকু-চৰহালোকৰ কু-দৃষ্টিৰ পৰা যাতে সাৱধানতা অৱলম্বন কৰি হাত সাৰি থাকিব পাৰে' - সেই উদ্দেশ্যেই বাৰান্দাৰ চালিখন প্ৰায় মাটিত লগাকৈ তৈয়াৰ কৰি লৈছিল।

টিন পাতেৰে সজা ঘৰত বাস কৰাৰ কথাটো কোচ জনগোষ্ঠীৰ লোকসকলে মুঠেও পছন্দ নকৰিছিল। তেওঁলোকৰ মাজত প্ৰবাদ আছিল যে - 'টিনৰ চালিৰে তৈয়াৰী ঘৰত মানুহ বা জীৱজন্তু বসবাস কৰিলে আয়ুস টুটি কম দিনৰ ভিতৰতে মৃত্যুৰ মুখত পৰিব লাগে।'

## কোচসকলৰ বিবাহ পদ্ধতি ঃ

মাতৃ প্ৰধান কোচসকলৰ বিবাহ পদ্ধতি ঘাইকৈ দুই প্ৰকাৰে সম্পন্ন হয়। এটা হ'ল বৈদিক পদ্ধতি অৰ্থাৎ ব্ৰাহ্মণ পুৰোহিতৰ দ্বাৰা হোম-যজ্ঞাদি আচৰণৰ জৰিয়তে আৰু আনটো হ'ল পুৰণিকলীয়া পৰম্পৰাগত ভাৱে আয়োজিত সামাজিক পদ্ধতিৰ জৰিয়তে।

একে নিকিনি-ইছুক-জখুত বিয়া হোৱাৰ ৰীতি মাতৃ প্ৰধান কোচ সমাজত প্ৰচলন নাছিল। সমাজৰ বৈবাহিক নিয়ম অনুসৰি মাকৰ নিকিনি বা গোত্ৰৰ ল'ৰা-ছোৱালীৰ মাজতহে বিয়া হোৱাৰ নিয়ম আছিল।

মাতৃতান্ত্ৰিক কোচ পৰিয়ালত ছোৱালীবোৰেই মাটি-বাৰীৰ অৰ্থাৎ স্থাৱৰ সম্পত্তিৰ অধিকাৰী। পূৰ্বৰ নিয়ম অনুসৰি ছোৱালী নথকা পৰিয়ালৰ সা-সম্পত্তি ছোৱালীপক্ষৰ আত্মীয়-স্বজনে পাইছিল অথবা পিতৃ-মাতৃয়ে ইচ্ছা কৰিলে নিজৰ ল'ৰা সন্তানৰ মাজতো দিব পাৰে। কিন্তু ল'ৰা আৰু ছোৱালী থকা পৰিয়ালত, ছোৱালীয়ে ল'ৰাতকৈ অলপ

বেছি হ'লেও সম্পত্তিৰ অংশ পোৱাটো সমাজৰ ধৰাবন্ধা নিয়ম আছিল। আনকি মাকে মাকৰ (আইতাকৰ) পৰা পোৱা সম্পত্তিখিনিও ছোৱালীয়েহে পোৱাৰ অধিকাৰ আছে। ল'ৰাইও এই কথাত কোনো দাবী কৰিব নোৱাৰে, যিহেতু কোচসকল মাতৃ প্ৰধান আৰু আমৰণ বৃদ্ধ পিতৃ-মাতৃয়ে ছোৱালীৰ ঘৰতে জীৱন অতিবাহিত কৰে। অৱশ্যে আজিকালি কোচসমাজত এই নিয়মবোৰত কিছু পৰিবৰ্তন হোৱা দেখা যায়।

বিয়া শব্দটোক কোচ ভাষাত 'হালাং' বুলি কোৱা হয়। জোঁৱাই খটা (কিলাংখিনি) অৰ্থাৎ ল'ৰাই ছোৱালীৰ ঘৰত জোঁৱাই খটা প্ৰথা কোচ সমাজত আদিম যুগৰ পৰাই চলি আহিছে। কিন্তু কেতিয়াবা কেতিয়াবা এই নিয়ম অৰ্থনৈতিক কাৰণতে হওঁক বা ল'ৰাই নিজৰ পিতৃ-মাতৃৰ সা-সম্পত্তিৰ কথা চিন্তা কৰিয়েই হওঁক বা ছোৱালী নথকা পৰিয়ালত ল'ৰাই ছোৱালীক বোৱাৰী হিচাপে বিয়া পতিও আনিব পাৰে। ল'ৰাই ছোৱালীৰ ঘৰত জোঁৱাই খটা আৰু ছোৱালীক ল'ৰাৰ ঘৰলৈ বোৱাৰী কৰি নিয়া এই দুয়োটা নিয়ম আছে যদিও পূৰ্বতে কিন্তু ল'ৰাই ছোৱালীৰ ঘৰত জোঁৱাই খটা নিয়মহে প্ৰচলন আছিল।

কোচ সমাজত প্ৰধানকৈ চাৰিধৰণৰ বিয়া দেখা যায়। সেয়া হ'ল ঃ

(ক) মাতা হালাং (শুভ বিবাহ)

(খ) ডাঙ্গুৱা (সাধাৰণ বিবাহ)

(গ) ণকছৰা তক্নি (চাল কোবোৱা বিয়া) আৰু

(ঘ) চাক্ চাঠুং লাউণি (গন্ধৰ্ব বিয়া)।

ল'ৰা-ছোৱালী দুয়োৰে সংসাৰখনক কোচ ভাষাত 'ণকহা দংনি' বোলে। কোনো কোনোৱে জিক্ছাৰু জিক্বান্দু হানিও বোলে।

ল'ৰা-ছোৱালীৰ অভিভাৱকৰ সিদ্ধান্ত অনুসৰিয়েই মাতা হালং অৰ্থাৎ শুভ-বিবাহ অনুষ্ঠিত হয়। দৰাচলতে মাতা হালাং মাঘ, ফাগুন আৰু ব'হাগ মাহৰ যিকোনো শুভ দিনত অনুষ্ঠিত হয়। দুয়ো পক্ষৰ কথা-বাৰ্তা শেষ হোৱাৰ পিছত তেওঁলোকৰ কথা যাতে লৰচৰ নহয়, তাৰ বাবে বিয়াৰ দুই-তিনি মাহৰ আগতে 'পানচিনি' (ঘয় গাছাকনি) নামৰ এটি মাঙ্গলিক অনুষ্ঠান হয়, য'ত গা ধনৰ উল্লেখ থাকে।

বিয়াৰ ১০-১৫ দিনৰ আগতে দুজন 'ডাকৰা'ই কোচ সমাজৰ সকলো গাঁওবাসীৰ ঘৰে ঘৰে গৈ নিমন্ত্ৰণ জনায়। এই বিয়াত যথেষ্ট খৰচ হয়। বিয়াৰ ৩-৪ দিনৰ আগৰে পৰা দূৰ-দূৰণিৰ আত্মীয়-স্বজন আহিবলৈ ধৰে। আত্মীয় -স্বজন, গাঁৱলীয়া ৰাইজেও মদ, চাউল, গাহৰি, কুকুৰা আদি বিয়া ঘৰক দিয়াৰ নিয়ম আছে।

দৰা বা কইনা আহি পোৱাৰ আগতে ঘৰৰ ভিতৰত গৃহ দেৱতাৰ (নক্ ৱায়) পূজাৰ অৰ্থে ধূপ-ধূনা জ্বলাই ৰখা হয় আৰু দৰা বা কইনা পক্ষৰ একে গোত্ৰৰ এগৰাকী আদহীয়া তিৰোতাক ঘৰৰ মাজ খুটিৰ গুৰিত বহুৱাই ৰখা হয়। দৰা বা কইনা আহি

পোৱাৰ লগে লগে প্ৰথমতে গৃহ দেৱতাক সেৱা জনায় আৰু তাৰ পিছত সেই আদহীয়া তিৰোতাগৰাকীক সেৱা জনাই দৰা-কইনাই নিজৰ কোঠাত প্ৰৱেশ কৰে।

মন কৰিবলগীয়া কথা যে কোচসকলৰ দৰা-কইনাক ৰণাঙ্গনলৈ ওলোৱা বীৰ-বীৰাঙ্গনাৰ দৰে সজোৱা হয়। দৰাৰ হাতত ঢাল-তৰোৱাল, মূৰত বগা কাপোৰৰ পাগুৰি, বাওঁ কান্ধৰ পৰা সোঁফালৰ কঁকাললৈকে এখন ধুনীয়া ফুল বছা বছা কাপোৰ ভাঁজ লগাই লয়, কঁকালত বান্ধিবলৈ এখন ফুলাম কাপোৰ আৰু আঁঠুলৈকে পৰা চুৰিয়া (ভিজাছকা) পিন্ধিছিল। কইনাকো ফুলাম কাপোৰ আৰু আ-অলঙ্কাৰেৰে সজোৱা হৈছিল। দৰা-কইনাক ঘৰৰ ভিতৰত এডোখৰ নিৰ্দ্দিষ্ট স্থানত (নকজুদাক) বহুৱাই গাঁৱৰ মুখিয়ালসকলে সামাজিক ৰীতি অনুসৰি তেওঁলোকক কিছুমান উপদেশ দি আশীৰ্বাদ কৰে।

কোচ জনজাতীয় লোকসকলৰ মাজত এনে এটা প্ৰথা আছিল, যিটো অন্য জনগোষ্ঠীৰ মাজত দেখিবলৈ পোৱা নাযায়। এই প্ৰথা অনুসৰি দৰা আৰু কইনাৰ নামত দুটা কুকুৰা আনি তেওঁলোকৰ সন্মুখতে খতে বলি দিয়া হয় আৰু কুকুৰাৰ তেজবোৰ দৰা-কইনাৰ গাত ছতিয়াই দিয়া হয়। কুকুৰাৰ মাংসবোৰ কাটি, ৰান্ধি বাঢ়ি কইনাই দৰাক খুৱাব লাগিছিল। তাৰোপৰি দৰা আৰু কইনাৰ আয়ুস কাৰ কিমান চাবৰ বাবেও তেওঁলোকৰ নামত বেলেগ বেলেগকৈ কুকুৰা বলি দিয়া হয়। বলিৰ অন্তত কুকুৰাৰ নাড়ী-ভুৰুবোৰ উলিয়াই জুখি চোৱা হয়। যিজনৰ নামৰ কুকুৰাৰ নাড়ী দীঘল, তেওঁৰ আয়ুস বেছি বুলি গণ্য কৰা হয় আৰু কম দীঘল জনৰ আয়ুস চুটি বুলি ধৰা হয়। নাড়ীবোৰ পিছত ঘৰৰ পিছফালৰ বেৰত বেলেগ বেলেগকৈ আঁৰি থোৱা হয়। এই নিয়মবোৰৰ শেষত দৰা-কইনাই সমজুৱা ৰাইজক সেৱা জনায়।

ডাঙ্গুৱা বিয়া সাধাৰণতে দেখাত 'মাতা-হালাং' (শুভ বিবাহ)ৰ দৰেই। এই বিয়াক কোচসকলে 'ফৰাল' বুলি কয়। আৰ্থিক ভাৱে দুৰ্বল শ্ৰেণীৰ ল'ৰা-ছোৱালীৰ মাজত এই বিবাহ অনুষ্ঠিত হোৱা দেখা যায়। কম খৰচেৰে পতা এই বিয়াত গাঁৱলীয়া ৰাইজক এবাৰ হ'লেও খুওৱাৰ নিয়ম বাধ্যতামূলক আছিল। মাথোন এৰাতিৰ ভিতৰতে এই বিয়া সমাপন কৰা হয়।

নকহুৰা তকনি হালাং অৰ্থাৎ চাল কোবোৱা বিয়াত কোনো ধৰণৰ খোৱা-বোৱা নহয়। সাধ্যানুসৰি কেনোবাই মদ খুৱাব পাৰিলে সেই মদেৰেই এনে বিয়াৰ কাম সমাধা কৰা হয়। জনামতে দৰা-কইনাক একে ঘৰতে ৰাখি ৰাইজে ঘৰৰ চালৰ ওপৰত কেইকোব মান মাৰি এনে বিয়াৰ কাৰ্য্য সমাপন কৰে।

চাক্ চাঠুং লাউনি হালাং (গন্ধৰ্ব) অৰ্থাৎ দায় লগা বিয়া ল'ৰা-ছোৱালীৰ দুয়োৰে গুপ্ত প্ৰণয় বা অবৈধ ভাৱে যৌন সঙ্গম হৈ স্বামী-স্ত্ৰী হোৱাটোকে বুজায়। এনে বিয়াত মাছ বা মাংস দিয়া নহয়। এনে ভোজক 'ফৰাল' বুলি কোৱা হয়।

কোচ সমাজৰ নিয়ম অনুসৰি ডাঙুৱা বিয়া, চাল কোবোৱা বিয়া আৰু গন্ধৰ্ব প্ৰথাৰে বিয়া হোৱা পুৰুষ-মহিলাই সমাজৰ কোনো শুভ কাম বা পূজা-পাতলত ভাগ ল'ব নোৱাৰে। তেওঁলোকৰ সতি-সন্ততিবোৰেও বিয়া নোহোৱা পৰ্য্যন্ত কোনো শুভ কামত ভাগ ল'ব নোৱাৰে, এনে নিয়মবোৰ কোচসকলৰ কোনো কোনো সমাজত এতিয়াও প্ৰচলিত হৈ আছে।

দৰা-কইনাই স্বামী-স্ত্ৰী ৰূপে সংসাৰ কৰাৰ পিছত, যি কোনো এজনৰ মৃত্যু ঘটিলে তেওঁলোকৰ সা-সম্পত্তি আৰু ল'ৰা-ছোৱালী ভাগ-বাটোৱাৰাৰ ক্ষেত্ৰত দুটা প্ৰথা প্ৰচলিত আছে।

(ক) 'লায়দাৱা' অৰ্থাৎ স্ত্ৰীৰ আগতে স্বামীৰ মৃত্যুৰ ক্ষেত্ৰত।

(খ) 'বাছেক বালা' অৰ্থাৎ স্বামীৰ আগতে স্ত্ৰীৰ মৃত্যু হ'লে।

স্বামীৰ মৃত্যু আগতে হ'লে আদ্য-শ্ৰাদ্ধৰ দিনা মৃতকৰ বায়েক বা ভনীয়েক অথবা ভাগিনীয়েকে স্ত্ৰীৰ ঘৰত উপস্থিত হৈ গএগ্ৰা ৰাইজৰ সন্মুখত বিধবা গৰাকীৰ ডিঙিত কাঠৰ মালা পিন্ধাই দিয়ে আৰু মৃত ব্যক্তিজনে তেওঁৰ কাম-বনত ব্যৱহাৰ কৰা দা, কুঠাৰ, কোৰ, বাচন-বৰ্তন আদি 'লায়দাৱা' ভাগ অৰ্থাৎ মৃত ব্যক্তিজনে ব্যৱহাৰ কৰা এক প্ৰকাৰ অস্থাৱৰ সা-সম্পত্তিসমূহ বিচাৰি তেওঁলোকে অৰ্থাৎ আত্মীয় স্বজনে লৈ যায়।

আনহাতে স্বামীৰ আগতে স্ত্ৰীৰ মৃত্যু হ'লে আদ্য-শ্ৰাদ্ধৰ দিনাৰ পৰা পুৰুষজনে স্ত্ৰীৰ ঘৰৰ সা-সম্পত্তি ভোগ কৰাৰ পৰা বঞ্চিত হ'ব লাগে আৰু স্ত্ৰীৰ ঘৰৰ সা-সম্পত্তি, ল'ৰা-ছোৱালীৰ মায়া-মোহ ত্যাগ কৰি খালি হাতেৰে যোৱাৰ বাধ্যতামূলক নিয়ম মাতৃ প্ৰধান কোচ সমাজত আছে। এই নিয়মকে 'বাছেকবালা' বোলে। সময়ৰ অগ্ৰগতিৰ লগে লগে অৱশ্যে এই নিয়ম কিছু শিথিল হোৱা দেখা যায়।

## ধৰ্মীয় লোক বিশ্বাস (ধৰ্মীয় আৰু লোকবিশ্বাস) ঃ

গাৰো পাহাৰৰ কোচসকলে নিজকে হিন্দু ধৰ্মাৱলম্বী বুলি চিনাকি দিয়ে। তেওঁলোক পুৰণি কলীয়া সামাজিক প্ৰথা আৰু ধৰ্ম্মীয় বিশ্বাসত অলৰ-অচৰ। গাঁৱত বেমাৰ আজাৰে দেখা দিলে তেওঁলোকৰ মাজত প্ৰচলিত পৰম্পৰাগত ৰীতি বিলাকৰ ওপৰত অধিক গুৰুত্ব দিয়ে। সেইবাবেই খেৰ কুটা বা চাউলেৰে ওজা ব্যক্তিৰ হতুৱাই সেইবোৰৰ আঁতি গুৰি নিৰ্ণয় কৰিবলৈ যত্ন কৰে। সেইবোৰ কোনোবা দেৱতা বা অপদেৱতাৰ কু-দৃষ্টিৰ ফল বুলি ভাৱে আৰু তাকেই খাটাং ভাবে নিৰ্ণয় কৰাৰ যত্ন কৰে। ঘৰখনত অশান্তিয়ে দেখা দিলে 'উজানি'ৰ দ্বাৰা মঙ্গলো চোৱায় আৰু মঙ্গল চাই যি দেৱতাই ধৰা বুলি ভাব তাৰ সন্তুষ্টিৰ অৰ্থে মানছাতি অৰ্থাৎ পূজা-পাতলৰ মানস কৰে। তেওঁলোকৰ ভাষাত সেই দেৱতাক 'ৱায়ক' আৰু মানসক 'মানছাতি' বোলে। যথাসময়ত ওজাৰ নিৰ্দ্দেশ ক্ৰমে বায়কৰ নামত কাছ, ছাগলী, কুকুৰা বা গাহৰি

বলি দিয়ে। যেনে বিশ্বাস তেনে আশা। বহু সময়ত তাৰ সুফলো পায়। পোনপটীয়াকৈ ডাক্তৰ, কবিৰাজ আদি আধুনিক কালৰ চিকিৎসকৰ ওচৰলৈ যাবলৈ টান পায়। সম্প্ৰতি শিক্ষাৰ কিছু পোহৰ পাই সেই পৰম্পৰাগত বিশ্বাস তথা সংস্কাৰৰ পৰা কিছু পৰিমাণে নিজকে আঁতৰাই আনিবলৈ সক্ষম হৈছে। নিয়মৰ ব্যতিক্ৰম ঘটিছে। তদুপৰি তেওঁলোকে নিকিনি পূজা, গোপাল ৰায়, কামাখ্যা, কালী, ৰিছিৰায় পূজা কৰে। তদুপৰি শিৱ পূজা, অৰ্থাৎ তেওঁলোকৰ ভাষাত 'ছাগলং' পূজাও পালন কৰে। পুৰণি কালত কামাখ্যা পূজাত হেনো নৰবলিৰ প্ৰথা আছিল। পিছলৈ বছৰি বা ম্যাদ অনুযায়ী সেই নৰ বলিৰ সলনি ম'হ বলি দিয়া প্ৰথাৰ প্ৰচলন হয়। তেওঁলোকৰ সকলো পূজাতে ঘৰুৱা পৰিবেশত প্ৰস্তুত কৰা মদৰ ব্যৱহাৰ অপৰিহাৰ্য। সেই মদ তেওঁলোকৰ ভাষাত 'চকত' ৰূপে জনাজাত।

কোচসকলৰ পূজা-পাতল, দেও-ভূত, তন্ত্ৰ-মন্ত্ৰ আদিত বিশ্বাসী, জৰা-ফুকা মন্ত্ৰবোৰ কোচ ভাষাতে প্ৰচলিত। বেমাৰ-আজাৰৰ পৰা ৰক্ষা পাবলৈ তেওঁলোকে তালায় বায়, লাম বায়, হালেপা বায়, হুদুম বায়, নাগিনী বায়, সোনাবায়, মইলা বায়, জাৰাং বায়, দাকাল বায় ইত্যাদি অপ দেৱতাক হাঁহ, পাৰ কুকুৰা, কাছ, মাছ, ছাগলী, গাহৰি আদি বলি দি পূজা-পাতল কৰাৰ বিধান এতিয়াও প্ৰচলিত আছে। কোচ সকলৰ ধৰ্মীয় অনুষ্ঠানত কোনো প্ৰতিমা পূজা কৰা দেখা নাযায়।

## ছুং পূজা (বাউছ) ঃ

ছুং পূজা বা গাঁও পূজা কোচ সকলৰ এবিধ প্ৰধান পূজা, সাধাৰণতে কাতি মাহৰ যিকোনো এদিনা অথবা আঘোণৰ প্ৰথম সপ্তাহত এই পূজা অনুষ্ঠিত কৰা হয়। এই পূজা পতাৰ মূল উদ্দেশ্য হ'ল - গাঁৱৰ মানুহ যাতে বেমাৰ আজাৰ বা মহামাৰীৰ পৰা ৰক্ষা পায়, খেতি-পথাৰত যাতে শস্য ভাল হয়, শত্ৰুৱে যাতে অতৰ্কিতে আক্ৰমণ কৰিব নোৱাৰে, গএগ লোকসকল যাতে ভালে-কুশলে আৰু মিলা-প্ৰীতিয়ে থাকে ইত্যাদি। এইবিধ পূজাত দহবিধ দেৱ-দেৱীক একেলগে পূজা দিয়া হয়। সেই দেৱ-দেৱীবোৰ হ'ল - ৰাউছ ঠাকুৰ, জন্তু (কামাখ্যা), চংমাৰংগ্ৰা, মায় আমেজু (লক্ষ্মী), পাৱনি, পাৱনিৰ চেলেক দাৰ, ৰাউছ ঠাকুৰৰ চেলেক দাৰ (ডাইনী-যখিনী), বাৰ দেৱতা, চৰা-বুঢ়ী ৰায়, খাং খাতী বা নাছাউ দিকিংনি ছানি ৰায়। এই আটাইবোৰ দেৱ-দেৱীৰ পূজা একেখন স্থলীতে বেলেগ বেলেগ কৈ থান পাতি কৰা হয়।

## আম পাবনি পূজা ঃ

এই পূজা-পাতল নকৰালৈকে আম খাব নাপায় বুলি তেওঁলোকৰ মাজত এটা বিশ্বাস আছে। জেঠ-আহাৰ মাহত যেতিয়া আম পকিবলৈ আৰম্ভ কৰে, তেতিয়াই

এই পূজা অনুষ্ঠিত কৰা হয়। এই পূজাত কোচসকলে বৰা চাউলৰ ভাতৰ লগত মাছ, মাংস আৰু মদ খায়।

## নকনি ওৱায় :

সাধাৰণতে আহিন মাহত অনুষ্ঠিত কৰা এই পূজা ৫ ৰ পৰা ৭ দিনলৈকে পালন কৰা হয়। কোচ সমাজৰ এজন হজায় অৰ্থাৎ দেউৰীয়ে এই পূজাৰ কাম সমাধা কৰে। গাঁৱৰ এঘৰৰ ডাঙৰ আগ চোতাল এখন এই পূজাৰ স্থান হিচাপে লোৱা হয়। চোতালখন গোবৰেৰে মুচি-কাচি লোৱাৰ পিছত এডাল দীঘল কেঁচা বাঁহ পোতা হয়। লগতে আৰু দুডাল ৫ ফুট মানৰ দীঘল বাঁহ পুতি তাৰ ওপৰত পঠালিকৈ আৰু এডাল বাঁহ দিয়ে যাতে তাৰ ওপৰত ফুল তোলা বাঁহ কেইটামান ওলোমাই ৰাখিব পাৰে। এই বাঁহ কেইটাৰ মূৰ কেইটা চুঙাৰ দৰে বনায় আৰু কেঁচা বাঁহৰ মাজৰ খিনি দাৰে চুচি ফুলৰ আকৃতি দিয়ে। সেইবোৰতে প্ৰথম দিনা দেউৰীজনে ফুল দি পূজাৰ কাম আৰম্ভ কৰে, তাৰ পিচতে ক্ৰমে আটাইকেইদিন ফুল, চাকি, ধূপ-ধুনাৰে পূজা কৰাৰ পিচত মদ আৰু লগতে ছাগলী বলি দি পূজাৰ কাম সমাধা কৰে। এই সাতোটা দিনেই কোচসকলে পূজা থলীত মিলিত হয়। সকলোৱেই যাতে কুশলে আৰু মিলা-প্ৰীতিৰে জীয়াই থাকে - সেই উদ্দেশ্যেৰেই এই পূজা কৰা হয়।

এই কোচসকলে 'কাক মাঞ্চা ৰায়' নামেৰে আৰু এবিধ পূজা কৰে। গাঁৱৰ কোনো এজন লোকৰ ঘৰত মাঘ-ফাগুন মাহৰ কোনোবা এটা দিনত এজন দেউৰী আৰু বলি দিয়া এজন মানুহৰ সহায়ত এই পূজা পতা হয়। এই দুয়োজনে পূজাৰ আগদিনা ৰাতি একো নোখোৱাকৈ থাকি পূজাৰ বাবে প্ৰস্তুতি চলায়। পিচদিনা পুৱা গা-পা ধুই পূজাৰ বেদীখন সজাই পিঠাগুৰিৰে মাটিৰ ওপৰত সজায় লয়। সেই পিঠা গুৰিৰে সজোৱা ঠাইখিনিৰ মাজত 'বিশ্ব কৰম' অৰ্থাৎ দা, কুঠাৰ, হাতুৰী, কাঁচি আদি লোৰ অস্ত্ৰ পাতি স্থাপন কৰে। দেউৰীজনে তাৰ পিছত চাকি-বন্তি, ধূপ-ধুনাৰে পূজাৰ কাম আৰম্ভ কৰে। তাৰ পিছত কোচসকলে ঘৰে ঘৰে তৈয়াৰ কৰা মদ পূজাৰ বেদীত ঢালি, দেউৰীয়ে আঁঠু লৈ আটাইৰে মঙ্গল কামনা কৰি প্ৰাৰ্থনা জনায়। বলি দিয়া মানুহজনে 'কাক মাঞ্চা ৰায়'ৰ নামত ছাগলী বলি দিয়ে। তাৰ পিছত বলিৰ তেজখিনি বাঁহৰ চুঙাত ভৰাই ঘৰলৈ নি পিঠা গুৰিৰে মিহলাই চুঙাটো জুইত পোৰে আৰু সেইখিনি পিচত পূজাৰ প্ৰসাদ ৰূপে গএগ ৰাইজক খাবলৈ দিয়ে।

## বস্তুগ পূজা :

কোচ সকলে বিশেষভাৱে এই পূজা পালন কৰে। চাউল থোৱা মাটিৰ পাত্ৰ বিধক 'বস্তুগ' বোলে। অন্য অৰ্থত ইয়াক গৃহস্থৰ লখিমী আই বুলিও আখ্যা দিয়া হয়। কোচ সকলৰ ঘৰে ঘৰে একোণত এনে ধৰণৰ মাটিৰ পাত্ৰ ৰখা দেখা যায়।

গৃহস্থৰ ঘৰৰ অৱস্থা যাতে সুস্থ-সবল হয়, তেওঁলোকৰ অনাগত দিনবোৰ যাতে সুখে-সন্তোষেৰে পাৰ কৰিব পাৰে - এই উদ্দেশ্যেৰেই এই পূজা পালন কৰে।

## নিকিনি পূজা ঃ

কোচসকলৰ নিকিনি পূজা উমাশ্ৰী অৰ্থাৎ লক্ষ্মী পূজাৰ সম পৰ্য্যায়ত পৰে। এই পূজাৰ যোগেদি লক্ষ্মীদেৱী সুপ্ৰসন্ন হয় আৰু গোটেই বছৰ অভাৱ অনাটনে দেখা নিদিয়াকৈ চলে বুলি জনবিশ্বাস। তদুপৰি পূৰ্বপুৰুষসকলৰ প্ৰতি শ্ৰদ্ধা নিবেদন আৰু তেওঁলোকৰ স্বৰ্গত আত্মাৰ মঙ্গল কামনাৰ্থে এই পূজা আয়োজনৰ গুৰুত্ব আৰোপ কৰা হয়।

ব'হাগ মাহৰ প্ৰথম বা যি কোনো দিনাই এই পূজা পতাৰ নিয়ম। প্ৰতি বছৰে বা দুই তিনি বছৰৰ অন্তৰে অন্তৰে এই পূজা কৰিব পাৰি। নিকিনি অনুসৰি পূজা পদ্ধতিও বেলেগ বেলেগ, পূজাত এনে নিকিনিৰ এজন দেউৰী থাকে। পূজাৰ আৰম্ভণিতে কোচসকলৰ প্ৰধান উপাস্য 'ৰিছি' দেৱতালৈ প্ৰথমে ভোগ-প্ৰসাদ আগবঢ়োৱা হয়। তাৰ পিচদিনা ঘৰৰ এচুকত বা গাঁৱৰ এমূৰে সৰু এটি 'ৱায়নক' অৰ্থাৎ পূজা ঘৰ সাজে। পূজাঘৰৰ ভেঁটি মুচি-কাচি ধূপ-ধূনা সহ প্ৰসাদবোৰ দোনাত সুন্দৰ ভাৱে সজাই আগবঢ়ায় আৰু হাঁহ-কুকুৰা, কাছ-কপৌ উছৰ্গা কৰে। কোনো কোনো নিকিনিত পঠা ছাগলীও বলি দিয়া হয়। এই পূজাৰ থাপনাত নতুন 'মাউৰা' অৰ্থাৎ ডাঙৰ মাটিৰ পাত্ৰত মুখলৈকে ধান ভৰাই থিয়কৈ ৰখা হয়। লগতে বলিৰ তেজ খিনিও খুউব যত্নেৰে সাতদিনলৈকে ঢাকি ৰাখে। কেচা তেজৰ উৎকট গোন্ধত পৰুৱাবোৰ আহি গোট খাই খাই দোনাকৃতি ৰূপ ধাৰণ কৰে। কোচসকলৰ বিশ্বাসমতে তেনে আকাৰ ধাৰণ কৰিলেহে পূজাৰ সাৰ্থকতা বা শুভ হয় বুলি ভাৱে। বছৰটোলৈ যেন শস্যাদি বৃদ্ধি হয়, পৰিয়ালৰ আটায়ে সুখে-সন্তোষে বছৰটো অতিবাহিত কৰিব পাৰে তাৰ বাবে প্ৰাৰ্থনা জনাই লক্ষ্মীদেৱীৰ পৰা আশীৰ্বাদ কামনা কৰি এই পূজাৰ সমাপ্তি ঘটায়। ই কোচসকলৰ এটা এটা উল্লেখযোগ্য ঘৰুৱা পূজা।

## হুদুম পূজা ঃ

এই পূজাৰ প্ৰচলন অতি প্ৰাচীন আৰু প্ৰকৃতিধৰ্মী। অনাবৃষ্টিয়ে দেখা দিলে সাধাৰণতে এই পূজা কৰা হয়। এই পূজা একেৰাহে সাত দিনলৈকে চলে। সাধাৰণতে সন্ধিয়া মুকলি পথাৰৰ পৰিস্কাৰ ঠাই এডোখৰত এজন ল'ৰাৰ হতুৱাই এজোপা বা চাৰিজোপা কল পুলি পুতোৱা হয়। কিয়নো কলগছ ৰোৱা তিৰোতাৰ বাবে নিষিদ্ধ। ঠাই ডোখৰ গোবৰেৰে লিপি তুলসী পানী ছটিয়াই পবিত্ৰ কৰি লয়। পূজাৰ আহিলাবোৰ সাধাৰণতে কোনেও গম নোপোৱাকৈ সংগ্ৰহ কৰি থাপনাত আগবঢ়ায়। ধূপ-ধূনা জ্বলায়। আটাইবোৰ তিৰোতাই হুদুম দেৱতালৈ সভক্তিৰে উৰুলি দি পূজাৰ পাতনি মেলে। তেওঁলোকৰ পৰম্পৰা ৰীতি অনুসৰি সেই পূজাত কেৱল নাৰীসকলেহে অংশ লয়,

আনকি পূজা মণ্ডপো পুৰুষে দৰ্শন কৰিব নোৱাৰে, এই কঠিন নিৰ্দ্দেশ মন কৰিবলগীয়া। ই সম্পূৰ্ণ ভাৱে স্ত্ৰী আচাৰ যুক্ত পূজা। অশ্লীলতাপূৰ্ণ গীতৰ লহৰে লহৰে কিছুমানে ৰাতিৰ আন্ধাৰত নগ্ন হৈ যৌনাচাৰৰ নানা ভঙ্গীমাৰে হিয়া উবুৰিয়াই নাচে। এই গীত আৰু নাচবোৰ যৌন উত্তেজনাৰ গোন্ধেৰে ভৰপূৰ। সাতদিনৰ অন্তত কলপুলি পোতা ল'ৰাজনেই পুনৰ উভালি নি নৈ বা বিলত উটুৱাই দিয়ে। কলপুলি উটুৱাই দিয়াৰ লগে লগে তিৰোতাবোৰে ল'ৰাটোক হাত আৰু ভৰিৰ ফালে ধৰি পানীত জুবুৰিয়াই আৰু টনা-আজোৰা কৰে। তাৰ পিচত আটায়ে গা-পা ধুই শুচি হৈ ঘৰা-ঘৰি গুচি যায়। সিদিনা ৰাতি ধাৰাসাৰে বৰষুণ দিলে পূজাৰ সাৰ্থকতা হোৱা বুলি বিশ্বাস কৰে। অনাবৃষ্টি দেখা দিলে সেইদৰে পৰম্পৰাগতভাৱে শামুক আৰু বেং পূজাও পতা হয়।

## পাৱনি পূজা ঃ

ব'হাগ মাহৰ প্ৰথম সপ্তাহত এই পূজা হয়। ন বছৰটো লৈ শুভ কামনাৰে পাৱনি অৰ্থাৎ কাম-দেৱতাৰ সন্তুষ্টিৰ অৰ্থে এই পূজা পতাৰ উদ্দেশ্য। কাতি মাহতো এই পূজা অনুষ্ঠিত হয়। এই পূজা কেৱল এদিনহে হয়। সেউজবুলীয়া শস্যৰ আদৰণি আৰু খেতি-বাতিৰ কোনো অনিষ্ট সাধন নোহোৱাৰ বাবেও এই পূজাৰ পাতনি মেলে। পূজা মণ্ডপৰ চৌপাশে সাতবাৰ প্ৰদক্ষিণ কৰাৰ লগতে পিঠা-পনা আৰু 'চকত' নৈবেদ্য হিচাপে ব্যৱহাৰ কৰে। পাৱনিকে আকৌ তেওঁলোকে 'পাৱনিৱাই' ৰূপে অভিহিত কৰাৰ উপৰিও তেওঁৰ সন্তুষ্টিৰ বাবে পঠা ছাগলী, পাৰ চৰাই আদিও বলি দিয়ে।

## লংঠায় ৱায় (শিৱ দেৱতা) পূজা ঃ

ভাৰতৰ বিভিন্ন জনজাতিৰ দৰে কোচসকলেও শিল পূজা কৰে। বতৰ খৰাং হ'লে শামুক আৰু বেং বিয়াৰ উপৰিও শিল পূজা অৰ্থাৎ লংঠায় বায়লৈ পূজা আগবঢ়োৱা হয়। এই পূজাৰ বৰ বেছি আড়ম্বৰ নাই। মাথো শিল দেৱতাৰ নামত সাত পানীৰে গা ধুৱাই দিয়া হয়।

সাধাৰণতে এই পূজা ব'হাগ মাহত উদ্‌যাপিত কৰা হয়। পূজাত এজন দেউৰী বা পূজাৰী থাকে। তাৰোপৰি সাত গৰাকী শুভ বিবাহ প্ৰাপ্ত তিৰোতাইহে পূজা অৰ্থাৎ দেৱতাৰ স্নান কাৰ্য্যত অংশ গ্ৰহণ কৰিব পাৰে। প্ৰতিগৰাকী তিৰোতাই একোটা কলহ লৈ একে উশাহতে আৰু একে সময়তে নৈৰ পৰা পানী তুলিব লাগে। তিৰোতাবোৰে আনন্দ মনেৰে উৰুলি দি সাত কলহৰ পানীৰে দেৱতাৰ গা ধুৱায়। মদ আৰু গাখীৰ ইয়াত নিবেদন কৰা হয়। তাৰ পিচত আটাইয়ে এজাক বৰষুণৰ কামনাৰে দেব-দেৱীসকললৈ প্ৰণাম জনাই ঘৰাঘৰি যায়। ৰাতি ধাৰাসাৰে বৰষুণ দিলে পূজাৰ সাৰ্থক হোৱা বুলি তেওঁলোকে বিশ্বাস কৰে।

**উৎসৱ অনুষ্ঠান ঃ**

কোচসকলৰ জীৱন প্ৰকৃতিৰ সেউজীয়া ৰূপ আৰু ভুমিৰ লগত জড়িত হোৱাৰ হেতুকে তেওঁলোকৰ উৎসৱ-অনুষ্ঠানসমূহো প্ৰকৃতিৰ দৰে প্ৰাণৱন্ত আৰু আকৰ্ষণীয়। আহাৰ শাওণৰ বোকাময় পথাৰত লুতুৰি পুতুৰি হৈ তিৰোতাসকলে ভুঁই ৰোৱে আৰু উলাহত নাচি-বাগি 'হাদেল' খেলে। বৰষুণত তিতি বুৰিও চকত, জৰা টেঙা আৰু মায়আকক অৰ্থাৎ বৰা চাউলৰ ভাত হেঁপাহেৰে খায়। কোচসকলৰ বাৰিষা ঋতুৰ এই হাদেল গীলাইনি উৎসৱ উল্লেখযোগ্য।

**পিদান মায় ঃ**

অৰ্থাৎ ন খোৱা উৎসৱো বৰ ধুম-ধামকৈ উদ্‌যাপন কৰে। ন-খোৱাৰ দিনা উপাস্য দেৱতালৈ ফলমূল নিবেদন কৰিহে খোৱাৰ ৰীতি। আহাৰ মাহত উদ্‌যাপিত আমতি চুৱাৰ তিনি দিন তেওঁলোকে মাটিৰ কাম-বন একো নকৰে। আমতি ভঙাৰ দিনা মদ-মাংস, বুকনি মায়, মাচা মায়, আম, কঁঠাল আদি আনন্দেৰে খাই ধুম ধামকৈ অনুষ্ঠান সম্পন্ন কৰে।

আহিন মাহৰ সংক্ৰান্তি আৰু কাতি মাহৰ লক্ষ্মী পূৰ্ণিমা - এই দুই তিথিত উদ্‌যাপিত 'কাতিগাছা' অৰ্থাৎ কাতিবিহু উৎসৱ-অনুষ্ঠানো কোচ সংস্কৃতিৰ সুন্দৰ চানেকি। সিদিনা কোচসকলে তুলসী তল, চাঙঘৰ আৰু সেউজীয়া খেতি পথাৰত লক্ষ্মীদেৱীলৈ বন্তি জ্বলায়। পিঠা, চকত কাতিগাছা উপলক্ষে ব্যৱহাৰ কৰে। ঘৰে ঘৰে মিঠাতেলৰ বন্তি জ্বলে। ৰাতি 'চায় লুম্‌নি' দল আহি ঘৰে ঘৰে পিঠাপনা খাই গাঁৱে গাঁৱে মাগি ফুৰে।

পুহ মাহৰ সংক্ৰান্তিত 'পুষণা' অৰ্থাৎ মাঘ বিহু খোৱা ৰীতিও এই সমাজৰ এক বিশিষ্ট অঙ্গ। পুষণাৰ ১৫-২০ দিন মানৰ আগতে গাঁৱৰ ল'ৰাবোৰে আঘোণৰ পথাৰে পথাৰে গৈ ধানৰ মুঠি সংগ্ৰহ কৰি ফুৰে। তাক 'ভালুকমাগা' বুলি কয়। তাৰেই পুষণা খোৱাৰ খৰচ উলিয়ায়। সিদিনা পুৱা দূৰলৈ দলে দলে গৈ ভোজ ভাত খায়। সন্ধিয়া পিঠা-পনা, ভোগ-প্ৰসাদ আগবঢ়ায়। তাকেই 'পুষণা' খোৱা বোলে।

**চৰমাগা ঃ**

এই বৈচিত্ৰ্যময় জাতীয় উৎসৱ কোচসকলৰ সংস্কৃতিৰ আপুৰুগীয়া সম্পদ। লক্ষ্মী পূৰ্ণিমা বা কাতি গাছা দিনৰ পৰাই এই উৎসৱৰ পাতনি মেলে। প্ৰায় এমাহলৈকে 'চৰমাগা' অৰ্থাৎ গীত গোৱা দলে ইগাঁও-সিগাঁও কৰি বিচৰণ কৰি ফুৰে। বিভিন্ন পৌৰাণিক কাহিনীক নাটকীয় ৰূপ দি গীত-নাট্য পৰিবেশন কৰে আৰু নানা হাস্যৰসৰ সাজ পৰিধান কৰি জনসাধাৰণক আনন্দ প্ৰদান কৰে। ঢোল, পেঁপা, বাঁহীৰ সুললিত সুৰে গোটেই গাঁওখনৰ আকাশ-বতাহ মুখৰিত কৰি তোলে। গাঁৱে গাঁৱে এইদৰে ঘুৰি

ফুৰা বাবেই এই বহুৰঙী উৎসৱটোৰ নাম 'চৰমাগা' বুলি অভিহিত। জনকল্যাণ আৰু দেশৰ উন্নতিৰ মহান উদ্দেশ্য নিহিত 'চৰমাগা' উৎসৱ কোচ জনসাধাৰণৰ অতি আদৰৰ। অৱশ্যে আজিকালি অৰ্থনৈতিক অৱস্থাৰ পৰিপ্ৰেক্ষিতত আগৰ সেই আনন্দ জোৱাৰ যেন নোহোৱা হৈ পৰিছে।

## কীমমাতা-কামমাতা উৎসৱ ঃ

মেঘালয়ৰ গাৰোপাহাৰ জিলাত যুগ যুগ ধৰি বসবাস কৰি কোচসকলৰ মাজত হকো গীত বা হকো নৃত্য এতিয়াও প্ৰচলিত। গাঁৱত কোনো ডাঙৰ কোচ মানুহ মৰিলে তেওঁৰ নামত হকো ৰাখে। এই হকো ৰখা ক্ৰিয়াকে কামমাতা বা কীমমাতা বুলি কোৱা হয়। কামমাতা মানে বৰশ্ৰাদ্ধ। ই কোচসকলৰ উপৰি পুৰুষসকলৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰা এক ধৰ্মীয় অনুষ্ঠান। এই কামমাতা উৎসৱৰ হকো গীত আৰু হকো নাচ কোচসকলৰ অন্যতম এক আপুৰুগীয়া জাতীয় সম্পদ।

শান্তি উৎসৱ বা মঙ্গল প্ৰাৰ্থনাৰ উৎসৱ ৰূপে জনাজাত এই 'কীমমাতা' কোচ জনগোষ্ঠীৰ এক শ্ৰাদ্ধক্ৰিয়াৰ উৎসৱ। মৃত আত্মাৰ সদ্গতিৰ বাবে পূজা-পাতল কৰাৰ লগতে গীত-মাত, ৰং-তামাছাও এই অনুষ্ঠানৰ অন্যতম ৰীতি। মৃত ব্যক্তিৰ লগতে তেওঁলোকৰ মাতৃ বংশৰ পূৰ্ব পুৰুষসকলক স্মৰণ আৰু উপাসনা কৰাও এই উৎসৱৰ অন্য এক উদ্দেশ্য।

মাতৃজাত বংশৰ বয়োজ্যেষ্ঠা নাৰীৰ পৰিচালনাত এই পূজা আৰম্ভ কৰা হয়। পৰম্পৰাগত ভাৱে সম্পাদন হোৱা এই উৎসৱক কোচ লোক-সংস্কৃতিত-চিকাবৌৰৈ ৰৌটনি-জৌৰুচিকা ছুৰনি-মৌৰমৌঞ্চী লুংনি অৰ্থাৎ মাতৃজাত গোপনীয় বীজমন্ত্ৰ বোলা হয়। পূৰ্বপুৰুষক শ্ৰদ্ধা তৰ্পণ কৰা এই বীজমন্ত্ৰ 'চিকাবৌৰৈ' বা 'মৌৰমৌঞ্চৗ'ৰ প্ৰচলিত প্ৰথা কোচ মাতৃ সমাজে নিজৰ মাজতে মৌখিক ভাৱে অথচ গোপনীয়তাৰে চলাই অহা ৰীতি আজিও বিদ্যমান।

'কীমমাতা' উৎসৱ কোচসকলৰ পৰম্পৰাগত জাতীয় ঐতিহ্যৰ প্ৰতীক। অতীত সমাজ জীৱনৰ সংঘৰ্ষ পূৰ্ণ ঘটনাৰ বৰ্ণনাও নৃত্য-গীতৰ মাধ্যমেৰে এই উৎসৱত পৰিৱেশন কৰা হয়। এই উৎসৱক কীমছানি-কীমতমোংনি-কীমতৰংনি-হকোতমোংনি-হকোলুংনি আদি নামেৰেও জনা যায়। কোচ জনগোষ্ঠীৰ লোকৰ মাজত কোনো পৰিয়ালত কোনো ব্যক্তিৰ মৃত্যু হ'লে গাঁৱৰ তিৰোতাসকলে হিয়া ধাকুৰি কান্দে। এই কান্দোনত শোক মিহলি হৈ থাকিলেও ই তেওঁলোকৰ এটা পৰম্পৰাগত ৰীতিও। কিয়নো এই জনগোষ্ঠীৰ মাজত কোনোবা ব্যক্তিৰ মৃত্যু হ'লে কোচ তিৰোতাসকলে 'চিন্চালাও' অৰ্থাৎ এবিধ সৰু কৰতাল বজাই মৃত ব্যক্তিৰ প্ৰতি সমবেদনা জনাই তালত তাল মিলাই কান্দে। মৃত ব্যক্তিৰ আত্মাৰ সদ্গতিৰ বাবে কোচ মহিলাসকলে কন্দা কান্দোনৰ গীতি-তথাক 'মৌৰমৌঞ্চীলঙী' বা 'চিকাবৌৰৈ ছুৰনি' বোলে।

'কীমমাতা' উৎসৱ অৱস্থাসম্পন্ন লোকে কৰা ব্যয় বহুল অনুষ্ঠান, যিটো সাধাৰণ পৰিয়ালে পৰিবেশন কৰা সম্ভৱ নহয়। অতীতত এই উৎসৱ কমেও তিনিদিন নাইবা সাতদিন, নৃত্য-গীত, ভোজ-ভাতেৰে এটা আনন্দমুখৰ পৰিবেশেৰে সমাপ্ত হৈছিল। বৰ্তমান এই উৎসৱ এদিন, দুদিন নাইবা তিনিদিনৰ বেছি পালন কৰা নহয়। কেৱল সাধাৰণ কৰণীয় কৰ্মখিনি সম্পাদন কৰে।

কীমমাতা উৎসৱৰ ৰীতি অনুসৰি মৃত লোকজনক আত্মীয় স্বজনৰ সৈতে কৰণীয় কৰ্মখিনি কৰাৰ পিছত শ্মশানলৈ নি মৃতদেহ দাহন কৰা হয়। তাৰ পিছত মৃত ব্যক্তিৰ অস্থি (ক্ৰেং) বা সামান্য ছাঁই তেওঁৰ ঘৰলৈ অনা হয়। সংগ্ৰহ কৰা ছাঁই খিনি মাটিৰ পাত্ৰ এটাত ভৰাই ঘৰৰ চৌহদৰ এডোখৰ ভাল ঠাইত সযত্নে ৰখা হয়। কোনোৱে এটা অস্থায়ী সৰু ঘৰ সাজিও সেইখিনি থোৱা দেখা যায়। এই ঘৰটোক 'ক্ৰেংনক্' বোলা হয়। মৃত ব্যক্তিৰ আতম্মাৰ সদ্‌গতিৰ বাবে প্ৰতিদিনে পুৱা আৰু সন্ধিয়া পূজা-পাতলৰ লগতে তেওঁৰ পছন্দৰ নৈবেদ্য আগবঢ়োৱা হয়। পৰিয়ালৰ এজন পুৰুষে আৰম্ভণিৰ পৰা শেষৰ দিনলৈ এই কাৰ্য্য পালন কৰে। এই 'ক্ৰেংনক্'ত মৃত ব্যক্তিৰ আত্মাৰ সদ্‌গতিৰ বাবে পূজা-অৰ্চনা কৰা ৰীতিক 'মায়লীচীন তাননি' বোলা হয়। এই পদ্ধতিৰে কৰা শ্ৰাদ্ধক্ৰিয়াকে কোচসকলে কীমমাতা (বৰশ্ৰাদ্ধ) উৎসৱ বোলে।

মৃতকৰ পুণ্য শ্ৰাদ্ধ ক্ৰিয়া গএগ্ৰা ৰাইজে মহা সমাৰোহেৰে সমাপন কৰে। 'কাম কৰা ভোজ'ৰ নিশা ৰাইজে মদ-ভাত খোৱাৰ অন্তত কোচ ডেকা-গাভৰুৱে প্ৰণয়মূলক হকো গীত আৰু হকো নাচৰ পাতনি মেলে। সেইদিনা ডেকা-গাভৰুসকল স্বাধীন। তেওঁলোকে পৰস্পৰে পৰস্পৰৰ লগত মনৰ গুপুত কথা ব্যক্ত কৰে আৰু শেষত প্ৰণয় আসক্ত ডেকা-গাভৰুৱে বিবাহ-পাশত আবদ্ধ হৈ সংসাৰ কৰি সুখে-দুখে দিন কটায়। অতি আড়ম্বৰেৰে এই হকো গীত আৰু নৃত্যৰ পাতনি মেলা হয় আৰু লয়-তাল ৰক্ষা কৰিবৰ বাবে হেমমাতা (ডাঙৰ মাদল), দুদুমাৰি (মাদল), থুত থুলি (ম'হৰ শিঙৰ পেঁপা), বা খান্দিং (বাঁহৰ বাঁহী), তালিম (কৰ তাল) আদি বাদ্য ব্যৱহাৰ কৰে।

এই হকো গীত গাওঁতে কোচ ডেকাবিলাকে মূৰত ফুলাম গামোচা, আঁঠুৰ ওপৰত 'ভিজা ছকা' (হাতে বোৱা ধুতি), হাতত ঢাল-তৰোৱাল লৈ বাদ্যৰে ছেৱে ছেৱে ঘুৰি ঘুৰি নাচে। সেইদৰে গাভৰুসকলেও আন এটা বৃত্ত সাজি বুকুৰ পৰা আঁঠুৰ তললৈকে 'পিছাক লিফান' অৰ্থাৎ ৰঙচঙীয়া পাটানি পিন্ধি, ' কাম্বাং' বা ছকা থাৰায়' (ফুলাম চাদৰ) কান্ধত মেৰিয়াই আৰু 'লক্‌বক্' বা 'মুক ছকা হানি' অৰ্থাৎ কঁকালত ফুল বছা গামোচা বান্ধি, হাতে-ভৰিয়ে সোণ-ৰূপৰ অলঙ্কাৰ পিন্ধি বাদ্যৰ ছেৱে ছেৱে নাচে। উভয়ে উভয়ক গীতেৰে জোকায়। গীতৰ জৰিয়তেই তেওঁলোকৰ প্ৰশ্ন আৰু গীতৰ মাজেদিয়েই তাৰ উত্তৰ।

ব্যয় বহুল অনুষ্ঠান বাবেই এই উৎসৱ সকলোৱে পালন কৰাটো সম্ভৱ নহয়। সেয়ে সকলো শ্ৰাদ্ধ ক্ৰিয়া কাৰ্য্যক 'কৌমমাতা' বুলি ক'লে সঠিক নহ'ব। সাধাৰণ পদ্ধতিৰে কৰা কোচসকলৰ শ্ৰাদ্ধক্ৰিয়া কাৰ্য্যক 'গুন্দিমায় বাকায়নি' বোলে। এই শ্ৰাদ্ধক্ৰিয়া এদিনতে সমাপ্ত কৰা হয়। এই পদ্ধতিৰে কৰা শ্ৰাদ্ধক 'কৌমপীমুৰ' বা 'কৌমছা' অৰ্থাৎ সৰুশ্ৰাদ্ধ বোলে। একে উদ্দেশ্যেৰে কৰা এই 'কৌমমাতা' (বৰশ্ৰাদ্ধ) আৰু কৌমছা (সৰুশ্ৰাদ্ধ)ক কৌমতৰং বুলিও কোৱা হয়।

## কোচসকলৰ বাদ্য-যন্ত্ৰ ঃ

সঙ্গীতপ্ৰিয় কোচ সকলৰ মাজত বিভিন্ন ধৰণৰ বাদ্য-যন্ত্ৰৰ ব্যৱহাৰ আছে। তলত কেইটামান বাদ্য-যন্ত্ৰৰ উল্লেখ কৰা হ'ল ঃ

(১) হেমমাতা বা মাতাঢাকী অৰ্থাৎ ডাঙৰ মাদল ঢোল ঃ

কোচসকলৰ প্ৰায়বোৰ নৃত্য-গীতত এই হেমমাতাৰ ব্যৱহাৰ অপৰিহাৰ্য্য, ইয়াৰ দৈৰ্ঘ্যতা তিনি ফুটৰ পৰা পাঁচ ফুট পৰ্য্যন্ত আৰু বহলে প্ৰায় ছয় ফুটলৈকে দেখা যায়।

(২) দুদুমাৰি-দুদুমাদুলি অৰ্থাৎ সৰু মাদল। ইয়াৰ গঠন আৰু আকাৰ ঢোলৰ দৰে, হেমমাতাৰ দৰে দুদুমাদুলিৰ প্ৰয়োগত গীত অপৰিহাৰ্য আছিল। বৰ্তমান এইবিধ বাদ্য-যন্ত্ৰৰ ব্যৱহাৰ লোপ পাই আহিছে।

(৩) মেয়াও ঢাকী ঃ

আকাৰত দুদুমাদুলিতকৈও সৰু এবিধ ঢোল, মেয়াও অৰ্থাৎ মেকুৰীৰ ছালেৰে এই ঢোলৰ ছাউনি কৰা হয়। মেকুৰীৰ ছালেৰে প্ৰস্তুত কৰা বাবেই এই ঢোলৰ নাম মেয়াও ঢাকী, ইয়াৰ ব্যৱহাৰো ক্ৰমাগত লোপ পাই অহাৰ ফলত দুই এখন কোচ গাঁৱত কেৱল ইয়াৰ খোলাটোহে দেখিবলৈ পোৱা যায়।

(৪) নাগাৰা ঃ

কোচসমাজত বিশেষকৈ চিকাৰৰ সময়ত এইবিধ বাদ্য-যন্ত্ৰৰ ব্যৱহাৰ বিশেষভাৱে মন কৰিবলগীয়া।

(৫) কালা ঃ

ই এবিধ শ্বাসৰ দ্বাৰা চালিত বাদ্যযন্ত্ৰ। একোটা বাঁহৰে এটা গাঁথনিৰ পৰা আনটো গাঁথিলৈ সামঞ্জস্য ৰাখি এইবিধ বাদ্যযন্ত্ৰ তৈয়াৰ কৰা হয়। ই দীঘলে দহৰ পৰা বাৰ ফুট। 'কালা' কৰুণতাৰ প্ৰতীক। ইয়াৰ সুৰ বৰ বেদনাদায়ক। কামমাতা বা মৃতকৰ আদ্য শ্ৰাদ্ধৰ সময়ত এইবিধ বাদ্যযন্ত্ৰক ব্যৱহাৰ কৰা দেখা যায়। সেয়ে ইয়াৰ সুৰে পৰিবেশ দুগুণে বেদনাদায়ক কৰি তোলে।

(৬) মহৰি :

ইও এক প্ৰকাৰ শ্বাস চালিত বাদ্য-যন্ত্ৰ, হাড়গিলা চৰাইৰ ঠোঁটৰ দ্বাৰা এই বাদ্য-যন্ত্ৰ প্ৰস্তুত কৰা হয়। কিন্তু বৰ্তমান ইয়াৰ প্ৰচলন প্ৰায় লোপ পাইছে।

(৭) মুছিকৰং বা শিঙা :

অসমীয়া সমাজৰ দৰে কোচ সমাজতো ম'হৰ শিঙৰ পেঁপাৰ ব্যৱহাৰ দেখিবলৈ পোৱা যায়। বাঁহৰ নাল লগোৱা এইবিধ শিঙাৰ ব্যৱহাৰ কিন্তু বিবাহ উৎসৱত নিষিদ্ধ।

(৮) তামিং অৰ্থাৎ কৰতাল :

অন্যান্য জনগোষ্ঠীৰ দৰে কোচ সকলৰ মাজতো এই বাদ্য-যন্ত্ৰৰ ব্যৱহাৰ দেখা যায়।

এখন নিজস্ব সমাজ আৰু বিশিষ্ট জীৱন-যাত্ৰা, আদিম জনগোষ্ঠীয় পৰম্পৰাগত সংস্কৃতি ইত্যাদি বিভিন্ন দিশৰ পৰা লক্ষ্য কৰিলে গাৰোপাহাৰৰ কোচসকলৰ এক স্বতন্ত্ৰ নৃগোষ্ঠীয় পৰিচয় উমান পোৱা যায়।

গাৰোপাহাৰ জিলাৰ 'কোচ' জনগোষ্ঠীৰ মানুহখিনিৰ নিজস্ব সামাজিক, সাংস্কৃতিক বৈশিষ্ট্য আছে। গাৰোভাষী মানুহৰ মাজত থাকিয়েই এই সকলো বিলাক বৈশিষ্ট্যকে তেওঁলোকে পৃথক ভাৱে ৰক্ষা কৰি আছে। সেইদৰে তেওঁলোকৰ দৈনন্দিন কাম-কাজ, সাজ-পোছাক, খাদ্য, উৎসৱ-পাৰ্বণ, ধৰ্ম-ভাষা, ৰীতি-নীতি সকলো ক্ষেত্ৰতে নিজা বৈশিষ্ট্য অটুট আছে। হয়তো অদূৰ ভৱিষ্যতে আধুনিক জীৱন ধাৰা আৰু শিক্ষা-দীক্ষাৰ দ্ৰুত প্ৰভাৱৰ ফলত তেওঁলোকৰ সেই বৈশিষ্ট্য লোপ পাব পাৰে।

কিন্তু গাৰোপাহাৰৰ এই কোচ জনজাতিৰ জীৱন, নিজস্ব ভাষা, লোকগীত, নানান আখ্যান-উপাখ্যান আৰু ঐতিহ্যময় সংস্কৃতিৰে সুন্দৰভাৱে পৰিপূৰ্ণ। আজিও সেই সাংস্কৃতিক জীৱন বহুলাংশে বিদ্যমান।

*ডঃ বৰুৱা, জাগীৰোড মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰধান অধ্যাপিকা।*

# কাৰ্বি লোক গীতৰ মাজেৰে কাৰ্বিৰ ঐতিহ্য

— *ডঃ দিলীপ কুমাৰ কলিতা*

ভাৰতীয় সংবিধানৰ ষষ্ঠ অনুসূচীৰ অধিনত কাৰবিসকলে ১৯৫২ চনৰ পৰাই স্বায়ত্ব শাসনৰ অধিকাৰ লাভ কৰি আহিছে। কাৰবি আংলঙত বসবাস কৰা কাৰবিকে আদি কৰি অন্যান্য জনগোষ্ঠীসকলৰ সুৰক্ষাৰ অৰ্থে কাৰবিআংলং আৰু উত্তৰ কাছাৰ এই স্বায়ত্ব শাসিত জিলা দুখন গঠন কৰা হৈছিল। নগাওঁ আৰু গোলাঘাট জিলাৰ কিছু অংশক লৈ কাৰবি আংলং জিলা গঠিত হৈছিল। এই কাৰবি আংলং জিলাৰ বাহিৰেও অসমৰ অন্যান্য জিলাতো কাৰবি লোকৰ বসতি আছে। সেয়েহে বহু কাৰবি লোক এই স্বায়ত্ব শাসনৰ অধিকাৰৰ পৰা বঞ্চিত হৈ ৰ'ল। বাসভূমিৰ পৃথকতা আৰু অন্যান্য জনগোষ্ঠীৰ লোকৰ লগত একেলগে বসবাস কৰাৰ ফলত ভৈয়ামত বাস কৰা কাৰবিসকলৰ ভাষা আৰু সংস্কৃতিলৈ যথেষ্ট পৰিৱৰ্ত্তন আহি পৰিছে। ভৈয়ামৰ অন্যান্য জনগোষ্ঠীৰ লোকৰ সৈতে তেওঁলোকৰ ভাষা-সংস্কৃতিৰ ক্ষেত্ৰত যঠেষ্ট আদান প্ৰদান ঘটিছে। ফলত পাহাৰত বাস কৰা কাৰবিসকলৰ সৈতে তেওলোকৰ ভাষা-সংস্কৃতিৰ যথেষ্ট প্ৰভেদ দেখা যায়। তেওঁলোকক মূলতঃ পাহাৰীয়া কাৰবি আৰু ভৈয়াম কাৰবি এই দুটা ভাগত বিভক্ত হৈ পৰা বুলি কব পাৰি।

কাৰবিসকলৰ world view সুন্দৰ ভাৱে প্ৰকাশ পাইছে তেওঁলোকৰ লোক সাহিত্যৰ মাজত। কাৰবি লোকসাহিত্যৰ ৰহঘৰাত আছে বিভিন্ন কিংবদন্তি, সাধুকথা, সাঁথৰ, ফকৰা-যোজনা আৰু বিভিন্ন প্ৰকাৰৰ অসংখ্য গীত। তেওঁলোকৰ মাজত ৰামায়নৰ কাহিনীও পদ আকাৰে প্ৰচলিত আছে আৰু কাৰবি ভাষাৰ ৰামায়নখনক ছাবিন আলুন বুলি জনা যায়। মাধৱ কন্দলিয়ে মূল সংস্কৃতৰ পৰা অনুবাদ কৰা ৰামায়নখন অসমৰ জনসমাজত ইমান জনপ্ৰিয় হৈ পৰিছিল যে কাৰবি স্বভাৱ কবিয়েও সেই কাহিনী শুনি হয়তো ছাবিন আলুনৰ সৃষ্টি কৰিছিল। অৱশ্যে কাৰবি কবিৰ ৰচনাত ৰামায়ণৰ কাহিনী হৈ পৰিছিল একান্তই কাৰবি সমাজ পটভূমিৰ এটি কাহিনী। এই ৰামায়নত কাৰবিসকলৰ ভৌগলিক অৱস্থা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ সুন্দৰভাৱে প্ৰকাশিত হৈছে। কাৰবিসকলে এই ৰামায়নৰ কাহিনী সুন্দৰভাৱে সুৰ লগাই গায় আৰু ইয়াক গীত বুলিয়েই গণ্য কৰে।

কাৰবি সকলৰ গীতৰ কথা কবলৈ গ'লে প্ৰথমে ক'ব লাগিব গায়কৰ কথা কাৰবি সকলৰ মাজত গায়কৰ স্থান অতি উচ্চ। কাৰবি ভাষাত গীতক "লুন" আৰু পৰম্পৰাগত লোকগীতৰ গায়কক "লুনছে" বোলা হয়। অৱশ্যে আধুনিক গীতৰ গায়কক বুজাবলৈ লুনছে শব্দটোৰ পৰিবৰ্তে "লুন কিলুন আবাং" হে ব্যৱহাৰ কৰা দেখা যায়। কাৰবি সকলৰ মাজত প্ৰচলিত "লুনছে কেপ্লাং" নামৰ গীতত গায়ক আৰু গীতৰ উৎপত্তিৰ বৰ্ণনা পোৱা যায়। এই গীতটিৰ মতে কাৰবি সকলৰ গীতৰ আদি গুৰু আছিল ৰাংছিনা ছাৰপ'। তেওঁ স্বৰ্গৰ পৰা নামি আহি কাৰবি সকলক গাত মাত শিকালে। গীত সৃষ্টি হোৱাৰ পূৰ্বৰ অৱস্থা এটাৰো বিৱৰণ দিয়া হৈছে এই গীতটিত। গীত সৃষ্টি হোৱাৰ আগতে "কাংকই বেঙ"ৰ গীত অৰ্থাৎ বেবেৰিবাং যাক ইংৰাজীতে cacophony বুলি কোৱা হয়, তেনে গীতৰহে প্ৰচলন আছিল। লোকসংস্কৃতি বিজ্ঞানৰ ভাষাত এনে ধৰণৰ গীতৰ বিষয়ে গীত বা সাধুৰ বিষয়ে সাধু আদিক metafolklore বুলি কোৱা হয়। কাৰবি সকলৰ মাজত প্ৰচলিত এই লুনছে কেপ্ৰাং গীতটো metafolklore অৰ এক উৎকৃষ্ট নিদৰ্শন।

"লুনছে কেপ্লাং" গীতৰ দৰেই কাৰবি জীৱনৰ অন্যান্য সংস্কৃতিক উপাদানৰ জন্মবৃত্তান্ত মূলক বা উৎপত্তি বিষয়ক অনেক গীত আছে। এই গীতসমূহৰ বেছি ভাগকেই "কেপ্লাং আলুন" অৰ্থাৎ জন্ম কাহিনীৰ গীত বোলা হয় যদিও উৎপত্তি বিষয়ক প্ৰায়বোৰ গীতকেই "কেপ্লাং আলুন" বুলি কোৱা নহয়। সেয়েহে ইয়াক গীতসমূহৰ জাতিগত নাম (generic name) হিচাবে ব্যৱহাৰ কৰাত কিছু অসুবিধা নোহোৱা নহয়। "মাছিৰা কহিৰ" "আদাম আছাৰ", "ৰংকেকিম" আদি গীতক "কেপ্লাং আলুন" বুলি নকয় যদিও এনে গীতত উৎপত্তিৰ কাহিনীয়েই বৰ্ণনা কৰা হয়। "মাছিৰা ক'হিৰ" গীতটোত অসমীয়া, নগা, খাছি আৰু কাৰবিৰ উৎপত্তি, "আদাম আছাৰ কাংথুৰ" গীতত বিবাহ প্ৰথাৰ উৎপত্তি, আৰু "ৰংকেকিম" গীতটোত গাঁৱৰ উৎপত্তিৰ কাহিনী বৰ্ণনা কৰা হয়। সেইদৰেই "তেৰাং কেকিম" নামৰ গৃতটোত ডেকা-চাঙৰ উৎপত্তিৰ বৰ্ণনা আছে। বিৰিক কেপ্লাং (জলকীয়াৰ উৎপত্তি) হাঞ্চ'কেপ্লাং (আদাৰ উৎপত্তি) পিৰ্থে কেপ্লাং (পৃথিবীৰ উৎপত্তি) আদি অনেক গীত জনসমাজত পোৱা যায়। উৎপত্তি বিষয়ক এই গীতবোৰত প্ৰাকৃতিক শক্তি (natural agent) আৰু আলৌকিক শক্তিৰ (supernatural agent) লগতে মানৱীয় শক্তিকো (human agent) সৃষ্টিকৰ্তা হিচাবে চিত্ৰায়িত কৰিছে। যিবোৰ বিষয়ৰ সৃষ্টিৰ ৰহস্য মানুহৰ মনে ঢুকি নাপায় সেইবোৰ বিষয়ৰ সৃষ্টি প্ৰাকৃতিক আৰু আলৌকিক শক্তিৰ দ্বাৰা হোৱা বুলি দেখুউৱা হৈছে। যেনে লখি কেপ্লাং গীতটোত স্বৰ্গৰ পৰা কাঠিপী অৰ্থাৎ লখিমীয়ে আহি ধানৰ সৃষ্টি কৰিলে। "লুনছে কেপ্লাঙ" গীতত গীত আৰু গায়কৰ উৎপত্তি, "কাৰবি কেপ্লাঙ" কাৰবি মানুহৰ উৎপত্তি, "থাপ কেপ্লাঙ" গীতত মদ বনোৱা বাখৰৰ উৎপত্তি,

"বংকেপ্লাঙত" মদ খোৱা লাওৰ পাত্ৰৰ উৎপত্তি, ইত্যাদি প্ৰাকৃতিক আৰু আলৌকিক শক্তিৰে হোৱা বুলি বৰ্ণিত হৈছে। আনহাতে "তেৰাং কেকিম" "হংথৰ কেকিম" আদি গীতত মানুহে যিদৰে তেৰাং (ডেকাচাঙৰ ঘৰ), হংথৰ (চাং), আদি সাজে তাৰেই বৰ্ণনা কৰা হৈছে। "ৰংকেকিম" গীতটোৰ গাঁৱৰ উৎপত্তি সম্বন্ধে কাৰবি সমাজৰ ধাৰণা প্ৰকাশ হৈছে । এই গীতটোৰ মতে "কাছেন" নামৰ এজন মানুহে পোন প্ৰথমে গাওঁ স্থাপন কৰে।

এই গীতসমূহত কোনো এটা বস্তুৰ উৎপত্তিৰ কাহিনী বৰ্ণিত হোৱাৰ লগতে কাৰবি সমাজৰ একোখন সুন্দৰ প্ৰতিচ্ছবি ফুটি উঠিছে। "থাপ কেপ্লাং" গীতটিত কাৰবিসকলৰ পৰম্পৰাগত মদ বনোৱা প্ৰথাৰ এক বিস্তৃত বিৱৰণ পোৱা যায়। লগতে মদ সম্পৰ্কে কাৰবিসকলৰ ধ্যান-ধাৰণাৰ পৰিচয় পোৱা যায় গীতৰ মাজেৰে। "থাপ কেপ্লাং" গীতটিত তিতা লাওৰ পৰা মদ খোৱা পাত্ৰ তৈয়াৰ কৰা আৰু এই "হৰবং" বা মদ খোৱা পাত্ৰৰ সমাজত কিমান আদৰ তাৰেই আভাষ পোৱা যায়। "লখি কেপ্লাং" গীতটিত আকৌ ধান বা শস্যৰ উৎপত্তিৰ লগতে কাৰবি সমাজত মান ধৰা প্ৰথাৰ প্ৰধান্যৰ-কথা উমান পোৱা যায়। "কাৰ্বি কেপ্লাং" গীতটিৰ এটা পাঠত মান দিবৰ বাবেই কাৰবি জাতিৰ সৃষ্টি বুলি বৰ্ণিত হৈছে। কাৰবি সকলৰ প্ৰকৃতি পূজাৰ প্ৰচলনৰো সম্ভেদ "লখি কেপ্লাং" গীতৰ মাজত আছে। "লুনছে কেপ্লাং" গীতটোত গীত আৰু গায়কৰ উৎপত্তিৰ লগতে গায়কৰ সমাদৰ আৰু সন্মানৰ আভাষ পোৱা যায়। মান দিয়া প্ৰথাত মদৰ লগতে "বান্তা" অৰ্থাৎ পাঁচ জোৰ তামোল-পাণৰ প্ৰয়োগৰো উমান পোৱা যায়। মাঙ্গলিক দ্ৰব্য হিচাপে তুলসীৰ ব্যৱহাৰৰ বৰ্ণনাৰ লগতে আসন হিচাবে ঢাৰীৰ ব্যৱহাৰৰ বিষয়ে এই গীতত বৰ্ণনা পোৱা যায়। "তেৰাং কেকিম" গীতটোত কাৰবিসকলৰ ঘৰ সজা প্ৰণালীৰ এটা প্ৰাঞ্জল বৰ্ণনাৰ লগতে খুটা, মাৰলি আদিৰ বাবে কি গছৰ কাঠ ভাল তাৰো সম্ভেদ আছে। গীতটোত সাজি উলিওৱা ঘৰটো কাঠৰ খুটা, বাঁহৰ চাং, বাঁহৰ বেৰ আৰু খেৰৰ চালৰ এটা সুন্দৰ কাৰবি পাৰম্পৰিক প্ৰথাৰ চাংঘৰ। ঘৰ সজাৰ লগতে কাৰবি গাঁৱত ঘৰ সাজোঁতে গাঁৱৰ ৰাইজৰ সহযোগৰ চিত্ৰও সুন্দৰ ভাৱে ফুটি উঠিছে। এইদৰে প্ৰতিটো গীতেই কাৰবি সমাজ জীৱনৰ ছবিখনৰ কোনোবা এটা অংশ ফুটাই তুলিছে। এই গীত সমূহক "বেলাড" বা কাহিনী গীতৰ শাৰীত থব পাৰি। "বেলাড"ত গীতৰ মাধ্যমেৰে একোটা কাহিনীৰ বৰ্ণনা কৰা হয়। বেলাডক মালিতা বুলিও কোৱা হয়। ("The long ballads in uper Assam are sometimes called malita.........." P. Goswami, Ballads and Tales of Assam.) অৱশ্যে মালিতা নামেৰে অসমত উৎপত্তি বিষয়ক এশ্ৰেণী গীতৰ প্ৰচলন আছে। ঢোলৰ মালিতা, খোলৰ মালিতা, ৰাগৰ মালিতা আদি অসমীয়া গীতি সাহিত্যত বহুতো মালিতা আছে। কাৰবি সকলৰ উৎপত্তি বিষয়ক গীত সমূহকো এই শ্ৰেণীৰ

মালিতাৰ শাৰীত থলেহে শুৱাই পৰিব। বৰ্তমান কাহিনী গীতৰ প্ৰতিশব্দ ৰূপেই হওক বা পূৰ্বৰ উৎপত্তি বিষয়ক গীত ৰূপেই হওক, এই কাৰবি মালিতাবোৰতো একোতা কাহিনী বৰ্ণিত হৈছে। সাধু কথাৰ ক্ষেত্ৰত কোনো বস্তুৰ উৎপত্তিৰ বৰ্ণনা থাকিলে তেনে সাধুক ইংৰাজীতে etiological tales বোলা হয়। সেইফালৰ পৰা এই শ্ৰেণীৰ মালিতা সমূহক etiological ballads বুলিব পাৰি।

এনে কেইটিমান কাৰবি মালিতাৰ কাহিনী সংক্ষিপ্ত আকাৰত পঢ়ুৱৈ সমাজৰ আগত দাঙি ধৰা হ'ল। এই খিনিতেই উল্লেখযোগ্য যে এই গীত সমূহৰ অঞ্চল ভেদে বিভিন্ন ৰূপ আৰু ভিন্ন পাঠো নোহোৱা নহয়। তাৰোপৰি গীতসমূহ মৌখিক হোৱা বাবে লুন্‌ছে বা গায়কৰ প্ৰভাৱৰপৰা মুক্ত নহয়। গায়কৰ কল্পনাই গীতত নতুন কথাৰ সংযোজন কৰা নাইবা পুৰণি কথা বাদ দিয়া অসম্ভৱ বা অস্বাভাৱিক নহয়। কাহিনীসমূহ একোটা মাত্ৰ পাঠৰ (text) ওপৰত ভিত্তি কৰি আগ বঢ়োৱা হৈছে।

**কাৰবি কেপ্লাং ঃ** এই গীতটোত কাৰবি জাতিৰ উৎপত্তিৰ কাহিনী বৰ্ণনা কৰা হৈছে। সৃষ্টিকৰ্তা ব্ৰহ্মাই প্ৰথমে গছ-গছনি, চৰাই-চিৰিকতি, কীট-পতঙ্গ, জীৱ-জন্তু আদি সৃষ্টি কৰিলে। কিন্তু আটাই বোৰকে সৃষ্টি কৰিও দেখিলে যে কোনেও তেওঁক মান দিয়া নাই। তেতিয়া ব্ৰহ্মাই কাৰবি জাতি সৃজিলে যাতে তেওঁ মান পায়। সেয়েহে কাৰবিয়ে ঈশ্বৰক মান দিয়ে।

**মাছিৰা ক'হিৰ ঃ**এই গীতটো কাৰবিসকলে যথেষ্ট সন্মান সহকাৰে গায় আৰু ইয়াক য'তে-ত'তে গোৱা নিষেধ। মৃতকৰ দহা বা চ'মাংকান উৎসৱতহে এই গীত গাব পাৰে। ইয়াত কাৰবিৰ লগতে নগা আৰু অসমীয়াৰো উৎপত্তিৰ কাহিনী বৰ্ণিত হৈছে। এজোপা অমৰা গছৰ তলতে কাৰবিৰ জন্ম হ'ল। "ৰ'প্লাকপী" নামৰ চৰাই এটাই কণী পাৰিলে। তাৰে এটাৰ পৰা নগা আৰু এটাৰ পৰা অসমীয়াৰ জন্ম হ'ল। আটাইটকৈ ডাঙৰ কণীটোৰ পৰা কাৰবি জাতিৰ সৃষ্টি হ'ল। কণীৰ পৰা মূৰ উলিয়ায়েই কাৰবিয়ে দেখিলে আকাশত কাউৰী, শগুণ আৰু দৈত্য-দানৱে বিচৰণ কৰি আছে। এইবোৰ দেখি যথেষ্ট ভয় খালে যদিও অৱশেষত ভয়ে ভয়ে কণীৰ পৰা ওলাই আহিল।

**লখি কেপ্লাং ঃ** এই গীটটোত লখিমী আৰু শস্যৰ উৎপত্তিৰ এটা দীঘলীয়া কাহিনী বৰ্ণিত হৈছে। লখিমীৰ আগমণৰ আগতে কাৰবিসকলে "লংলে আংকৰ" অৰ্থাৎ গছৰ শিপা খাই জীৱন ধাৰণ কৰিছিল। গছৰ শিপা বোলোতে হয়তো আলু কচু আদিকেই বুজোৱা হৈছে। স্বৰ্গৰ পৰা লখিমীয়ে "বাৰিথে" দেৱতাৰ অনুমতি লৈ কাৰবিক চাবলৈ আহিল। আহি দেখিলে কাৰবিৰ কানি-কাপোৰ নাই, খাদ্য নাই, দুখ লগা অৱস্থা। স্বৰ্গ লৈ উভতি গৈ কাৰবিসকলৰ দুখ-দুৰ্দশাৰ কথা কোৱাত লখিমীক কাৰবিৰ হিত সাধিবৰ বাবে পুনৰ পৃথিৱীলৈ পঠোৱা হ'ল।

কাৰবিৰ উদ্দেশ্য লখিমীয়ে এটা সোণৰ টোপোলা পেলাই দিলে। সিও বাটতে বৈ গ'ল। এশজনী ভাই-ভনীয়ে মিলি টোপোলাটো চোঁচৰাই আনিছে যদিও পৃথিৱী পোৱাবহি পৰা নাই। কাৰবিৰ মাজৰ টেৰণ উপাধিৰ এজনে সপোনত এই কথা দেখি চাকৰ-বাকৰেৰে সৈতে সোণৰ নাৱত উঠি লখিমীক আনিবলৈ দলে বলে গ'ল। নাৱেৰে উজাই গৈ লখিমী নামি অহা জখলাৰ কাষ পাওঁতেই নাও ডুবিল। ৰংসিং নামৰ এজন মাউৰা ল'ৰাৰ বাহিৰে সকলো পানীত ডুবিল। ৰংসিংঙে এজোপা বৰগছত উঠি লখিমীক দেখি অদ্যোপান্ত বিৱৰি ক'লে আৰু লখিমীক লগতে লৈ আহিব খুজিলে। লখিমীয়ে বৰগছৰ গুটিৰ ৰূপ লৈ ৰংসিঙৰ লগতে আহিল। গুটিটো হাতত লৈ সাঁতুৰি ৰংসিঙ আহি পাৰত উঠিবৰ হওঁতেই গৰুৱা মাছ এটাই গুটিটো খাই পেলালে। এন্দুৰ এটাই সেই মাছ মাৰি আনিলে। পেট ফালি গুটিটো পাই ৰুই থ'লে। তাৰ পৰা যিজোপা গছ হ'ল, গাত লাগিলেই হিয়া জুৰ পৰি যায়। টেৰণে মাছ খুজিবলৈ আহোতে গছজোপা খুজি লৈ গ'ল। তাৰ পৰাই গৈ গৈ ভঁৰাল ভৰি শস্য হ'ল। লখিমীও সুখে সন্তোষে থাকিল। কিন্তু লখিমীক মান নিদিয়া বাবে খণ্ডতে এদিন গুছি গ'ল। কাৰবিৰ আকৌ দুৰ্দশা হ'ল। এইবাৰ টেৰণে সপৰিয়ালে মদ ভৰা লাউৰ পাত্ৰ লৈ লখিমীক মান দি ফিৰাই আনিবলৈ গ'ল। লখিমীয়ে নৈৰ পাৰত শামুক বুটলি থাকোতে পাই লৈ আহিল মান দি। লখিমীক আনোতে বাধা দিয়া বাবে নদী, পাহাৰ সকলোকে মদেৰে মান দি সন্তুষ্ট কৰিবলগীয় হ'ল। অৱশেষত “তোংছিৰি ৰেচ' ” আৰু “জেংকেঙে” বাধা দিয়াত তেওঁলোককো মান দিবলগীয়া হ'ল। (“তোংছিৰি ৰেচ' ” আৰু “জেংকে” কি জনা নগ'ল।) শেষত দুৱাৰৰ বাধাক মদ দি অতিক্ৰম কৰি লখিমীক ঘৰ সুমুউৱা হ'ল। তাৰ পিছৰ পৰা লখিমী স্থায়ীভাৱে কাৰবিৰ মাজত থাকি গ'ল।

**থাপ কেপ্লাং ঃ** এই গীতটোট মদ বনোৱা বাখৰ আৰু মদৰ উৎপত্তিৰ কাহিনী বৰ্ণনা কৰা হৈছে। কুলেং নদীৰ পাৰত ৰংৰেংছাং নামে ঠাইত মুংৰিং নামৰ গাওঁত ৰাংমুক্ৰাং নামেৰে এজন ৰজা আছিল। ৰজাৰ দুজনী জীয়েক কাৰেং আৰু কাদিঙে নৈত গা ধুই থাকোতে “ৱ'কংচিং” নামৰ চৰাই এহালে ঘাটৰ শিলত মলত্যাগ কৰি উৰি গুছি গ'ল। লগে লগে কাৰেং আৰু কাদিঙে এনে এটি গোন্ধ পালে যিটোত তেওঁলোকৰ ভোক, পিয়াহ ভাগৰ সকলো হৰিল আৰু মনত এটা আনন্দৰ ঢৌ খেলি গ'ল। কিহৰ গোন্ধ ওলাইছে বিচাৰি চলাঠ কৰি অৱশেষত চৰাইৰ মল পাই বুকুৰ মেঠনীত বান্ধি ঘৰলৈ আনি জুহালৰ ওপৰৰ চাঙত তুলি থ'লে।

ৰাতি সপোনত দেখিলে মলখিনি পিঠাগুড়িত মিহলাই নখন পিঠা কৰিছে। পিঠাকেইখন ডলাত শুকুৱাই তিনিৰাতি থৈ দিছে। গোন্ধ ওলালত আকৌ টঙালেৰে বান্ধি ৰ'দত শুকুৱাইছে। ভাত ৰান্ধি চেঁচা কৰি পিঠা কেইখন গুড়ি কৰি মিহলাই তিনিৰাতি মেলি থৈছে। তিনি ৰাতিৰ মূৰত গোন্ধ ওলাওতে কলহত ভৰাই মুখ বান্ধি

দিছে। তিনিৰাতিৰ মূৰত খোলোতে হালধীয়া পানী পাই দেউতাকক খাবলৈ দিছে। পুৱা সপোনৰ কথা ব্যক্ত কৰি সেইমতে কৰি দেউতাকক খাবলৈ দিলে। দেউতাকে দেৱতাক দিব পৰা উত্তম বস্তু বুলি শলাগিলে। এয়েই মদ, মদ বনোৱা বাখৰৰ সৃষ্টিৰ কাহিনী।

**বং কেপ্লাং ঃ** কাৰবি সমাজত মদ যেনে আদৰৰ মদ থোৱা পাত্ৰ তিতা লাওৰ খোলাও তেনে আদৰৰ। তিতা লাওৰ খোলাৰ এই পাত্ৰক কাৰবিসকলে "বং" বুলি কয়। উল্লেখযোগ্য যে কাৰবি ভাষাত "মইনা", "সোনাই" আদি মৰমৰ মাতৰ অৰ্থতো বং শব্দকেই প্ৰয়োগ কৰা হয়।

থাপ কেপ্লাং গীতটোৰ কাহিনীত উল্লেখিত ৰজা ৰাংমুক্ৰাঙে নৈত গা ধোওতে মুখ কুলু কুলু কৰিলে। তেতিয়া তেওঁৰ দাঁত এটা সৰি পৰিল সৰা দাঁতটো লৈ আনি বাৰীৰ চকুত ৰুই থলে। তাৰ পৰা এজোপা লতা গজিল। লহ-পহকৈ বাঢ়ি অহাত জেং দিলে। জেওত বগাই লতাজোপাত দুটা ফল লাগিল। ঘৈণীয়েকে পাৰি আনি ঠাৰিৰ গুৰিতে মূৰটো কাটি বাঁহৰ শলাৰে ভিতৰৰ গুটিবোৰ উলিয়াই নৈত ধুই খোলাটো ধোৱাচাঙত তুলি থলে। কাৰেঙ আৰু কাদিঙে বস্তুটো কি সোধাত দেউতাকে ক'লে— "মোৰ দঁতৰ পৰা সৃষ্টি হৈছে যেতিয়া তোমালোকৰ কনিষ্ঠ ভাই বা ভনী। গতিকে তোমালোকে বং বুলি কবা।" সেইদৰেই বঙৰ সৃষ্টি হ'ল। আৰু মানুহৰ দাঁতৰ পৰা হোৱা বাবে লাও খাব নাপায় বুলি কাৰবিৰ মাজত জনবিশ্বাস আছে।

❖❖❖❖

*ডঃ কলিতা আনন্দৰাম বৰুৱা ভাষা সাহিত্য সংস্কৃতি-কলা পৰিষদ (ABILAC) ৰ সঞ্চালক।*

# ৰাভা ভাষা আৰু সংস্কৃতিত অসমীয়া উপাদান

— ডঃ উপেন ৰাভা হাকাচাম

প্ৰত্যেক জাতিৰে বিশেষকৈ ভাষা-সম্প্ৰদায় (Speech community) আৰু জনগোষ্ঠীয় সম্প্ৰদায় (Ethnic race) ৰ একোটা স্বকীয় বৈশিষ্ট্যৰে পৰিপূৰ্ণ ভাষা-সংস্কৃতি আছে। এই ভাষা-সংস্কৃতি বোঁৱতী নদীৰ দৰে। বিভিন্ন যুগ বা সময়ৰ পৰিপ্ৰেক্ষিতত ই গতিপথ সলায়, কেতিয়াবা বালি-চাপৰি পৰি ই মৰা সুঁতিলৈ পৰিণত হয় আৰু কেতিয়াবা ন-পানী পাই যেনে-ফোটোকাৰে ই কোবাল ৰূপ ধাৰণ কৰে। ৰাভা ভাঁষা-সংস্কৃতিৰ মূল সুঁতিনো কি আছিল, বৰ্তমানৰ বিৰাট অৱয়বৰ আৰু বিশাল পৰিসৰৰ ৰাভা ভাষা-সংস্কৃতিৰ ৰূপলৈ চাই ইয়াৰ পূৰ্বানুমান কৰিব নোৱাৰি। বৰ্তমান ৰাভা ভাষা প্ৰধান তিনিটা উপভাষাত বিভক্ত ১। ৰংদানি উপভাষা গোষ্ঠীয়ে ব্যৱহাৰ কৰা আৰু যাৰ আধাৰাত বৰ্তমানৰ মান্য ৰাভা ভাষাৰ জুমুঠি প্ৰস্তুত হৈছে সেই ৰংদানি (ৰংদা) উপভাষা, ২। মায়তৰি উপ-ভাষাগোষ্ঠীয়ে ব্যৱহাৰ কৰা আৰু নানা ধৰণৰ উচ্চাৰণশৈলী আৰু বাক্যৰ ঠাচেৰে বৰ্তমান ৰাভা মান্য ভাষাক সমৃদ্ধিশালী কৰা মায়তৰি (মায়তা) উপভাষা আৰু ৩। কোচা উপ-ভষাগোষ্ঠীয়ে ব্যৱহাৰ কৰা আৰু কিছুক্ষেত্ৰত প্ৰাচীন বৈশিষ্ট্যৰে ৰাভা শব্দসম্ভাৰ চহকী কৰা কোচা উপভাষা। তদুপৰি অন্যান্য সামাজিক উপগোষ্ঠী যেনে-পাতি, দাহৰি, টোটলা, বিটলীয়া, হানাৰ লগতে নব্যস্বীকৃতি শৰণীয়া, মদাহী বা হালুৱা ৰাভা, যিসকলৰ মাজত ৰাভা ভাষা মূলতঃ চৰ্চিত নহয় অথচ অধঃস্তৰ (substratum) পৰ্যায়ত প্ৰচলিত ৰাভা ভাষাৰ সমলেৰে ভাৰাক্ৰান্ত অসমীয়াৰ অন্যতম নৃগোষ্ঠীয় উপভাষা 'ৰাভামিজ' বা 'লেমা কাথা' বিদ্যমান এইসকলক লৈ ৰাভা সমাজ গঠিত। সুকীয়া সুকীয়া সাংস্কৃতিক আৰু সামাজিক পৰিচয়েৰে তেওঁলোকো সমৃদ্ধ যদিও সামগ্ৰিকভাৱে ৰাভা হিচাপেই এওঁলোক পৰিচিত। ভাৰতীয় সংবিধানৰ অষ্টম অনুসূচীত অসম প্ৰদেশ আৰু পশ্চিম বংগত ভৈয়ামৰ অনুসূচিত জনজাতি (STP) হিচাপে মূল ৰাভা সম্প্ৰদায়ত অন্তৰ্ভুক্ত আৰু অতি সম্প্ৰতি মেঘালয়, অৰুণাচল আদি পাৰ্বত্য ৰাজ্যত পাৰ্বত্য অনুসূচিত জনজাতি হিচাপে নথিভুক্ত হৈছে। গতিকে বৰ্তমানৰ ৰাভা সমাজ-সংস্কৃতি আৰু ভাষা-সাহিত্যৰ উত্তৰাধিকাৰী 'ৰাভা জাতি'

বুলিলে এই সমস্ত ভাষিক আৰু সামাজিক গোষ্ঠীৰ সম্মিলিত আৰু সমাহিত ৰূপকে বুজোৱা হয়।

'বৃহত্তৰ অসমীয়া জাতিসত্তা' গঠনৰ অন্যতম হোতা হিচাপে মংগোলীয় মূলৰ আৰু তিব্বৰ্বত-বৰ্মীয় ভাষাগোষ্ঠীৰ ৰাভাসকলৰ অৱদানৰ কথা পণ্ডিতসকলে স্বীকাৰ কৰি গৈছে। এই বিষয়ে ইতিমধ্যে যথেষ্ট আলোচনা-বিলোচনাও হৈছে। কিন্তু ইয়াৰ বিপৰীতে ৰাভা ভাষা-সমাজ-সংস্কৃতিৰ যে অসমীয়া ভাষা-সংস্কৃতিলৈ ওভোটা অৱদান (প্ৰতিদান) থাকিব পাৰে অৰ্থাৎ অসমীয়া ভাষা আৰু সাহিত্যৰ উপাদান আৰু [illegible] মাজত সৰ্বাধিক সমাদৃত পিতৃতান্ত্ৰিক সমাজ-ব্যৱস্থাৰ দ্বাৰা সুনিয়ন্ত্ৰিত সমাজ-ব্যৱস্থা, ধৰ্মীয় আচাৰ বিধি আৰু লোকাচাৰ আদিয়ে সামৰা সাংস্কৃতিক সমল ৰাভা ভাষা-সংস্কৃতিও সোমাই থাকিব পাৰে। সেই সম্বন্ধে বিশেষভাৱে আলোচনা অতি কমেইহে দেখা যায়।

আলোচ্য নিবন্ধটিত এই সম্বন্ধে গুৰুত্ব দিয়া হৈছে যদিও যথোচিত সমলৰ অভাৱত সাংস্কৃতিক উপাদানৰ ক্ষেত্ৰত অকল লোক-সাহিত্যৰ দিশতে সীমাৱদ্ধ থাকিব লগা হৈছে। অৱশ্যে ভাষাৰ দিশত আলোচনা কৰাৰ যথেষ্ট সুবিধা আছে কাৰণ ভাষা এখন লিখিত দলিল আৰু অলিখিত হ'লেও ভাষাক শিকি প্ৰত্যক্ষভাৱে আয়ত্ত কৰা যায় আৰু ইয়াক বিশেষ মাধ্যমেৰে বিয়পাই দিব পাৰি। কিন্তু ৰাভাৰ দৰে প্ৰাচীন লিখিত সাহিত্যৰ নিদৰ্শন নথকা ভাষাৰ ক্ষেত্ৰত অসমীয়া আদি ভাষাৰ বহিৰ্প্ৰভাৱ কেতিয়া আৰু কেনেকৈ ঘটিবলৈ পালে ইয়াক নিৰূপণ কৰাটো অত্যন্ত জটিল।

স্বতঃস্ফূৰ্তভাৱে কেতিয়ানো এটা ভাষা-সংস্কৃতিৰ ওপৰত আন এটা ভাষা-সংস্কৃতিয়ে প্ৰভাৱ পেলায় সেইটো জনাৰ উপায় নাথাকে যেতিয়া ইয়াৰ কোনো লিপিবদ্ধ দলিল নাথাকে। ৰাভাৰ দৰে লিখিত সাহিত্যৰ পৰম্পৰা নথকা ভাষা-সাহিত্যৰ ক্ষেত্ৰত আৰু সমকালীন বুৰঞ্জী বা ইতিহাসত সজোৰে উত্থাপন নোহোৱা এটা স্বল্পখ্যাত জাতিৰ ক্ষেত্ৰত অসমীয়াৰহে নালাগে আন কিবা সমগোত্ৰীয় জাতিৰ সৈতে কেনেকৈ ক'ত কি ধৰণে সংস্পৰ্শ বা পৃথকতা ঘটিছিল তাৰো অনুমানকে কৰিব নোৱাৰি। অৱশ্যে জনশ্ৰুতি বা লোক-সাহিত্যত এনে সাক্ষ্য অলপ হ'লেও পোৱা যায়। প্ৰাচীন শোণিতপুৰৰ বাণৰজাৰ সমকালীন দদান ৰজাৰ অন্যতম ভাগিনী জোঁৱায়েক আৰু সহযোদ্ধা ক্ষত্ৰীয় কুলোদ্ভৱ (লেমা নোক-কলতা নোক অৰ্থাৎ আলপাইনীয় আৰ্যভাষী কলিতা কুলৰ) মাৰুক্ষেত্ৰীৰ (মৰৎ + ক্ষত্ৰীয়) সাহচৰ্যত পোনপ্ৰথমবাৰৰ বাবে ৰাভা ভাষালৈ আৰ্যভাষাৰ (লেমা কাথা) উপাদান সোমাই পৰিছিল বুলি ধাৰণা কৰা যায় যদিও বাণৰজা, দদান বা মাৰুক্ষেত্ৰী কেউটাই ঐতিহাসিক চৰিত্ৰ নোহোৱা গুণে আৰু তেওঁলোকৰ কাল নিৰ্ধাৰণ কৰা নাযায় বাবে ৰাভা ভাষা-সংস্কৃতিলৈ আৰ্য প্ৰভাৱৰ কথাও নিৰ্ভৰ কৰিব নোৱাৰি। বৰঞ্চ ৰাভাৰ মাজত প্ৰচলিত লেমাবায় (আৰ্যমূলীয় দেৱ-দেৱী)-

ৰ ধাৰণা আৰু সিবিলাকক তুষ্ট কৰাৰ বাবে ৰচিত বন্দনা, স্তোত্ৰ-মন্ত্ৰত 'লেমা কাথা' (আৰ্যভাষা)ৰ অৱতাৰণাহে আমাৰ বাবে ইয়াৰ প্ৰাচীনতা আৰু অৱশ্যম্ভাবিতা সম্পৰ্কে স্পষ্ট ধাৰণা দিয়ে। ৰাভাসকলে যেতিয়া পৰ্বতত বসবাস কৰা সময়ৰ ঝুমখেতি এৰি গৰু-ম'হেৰে হাল টনা পানীখেতি কৰিবলৈ ভৈয়ামলৈ নামি আহিছিল তেতিয়াই আৰ্যভাষী হিন্দুধৰ্মী কলিতা আদি জাতিৰ মাজত জনপ্ৰিয় গৰু-ম'হ পালনৰ বিদ্যা আৰু হলকৰ্ষণ কাৰ্যৰ শিক্ষা লাভ কৰিছিল যেন লাগে। সেয়েহে এতিয়াও মাতৃভাষী ৰংদানি, মায়তৰি আৰু কোচা ৰাভাসকলেও গৰুৰে হাল-মৈ টানোতে বা অইন সময়তো খেদা-মেলা কৰাত একমাত্ৰ 'লেমা কাথা' অৰ্থাৎ বাংলা-অসমীয়া-মিশ্ৰিত কথিত ভাষা (ৰাভামিজ) হে ব্যৱহাৰ কৰে। এতিয়াও ৰাভাসকলে লাঙামাৰা, কাচাখাইতী, দেশফিৰা, ঠাকুৰাণী (ভগৱতী), ঝাকুৱা, টুকুৰীয়া, মাৰাই, জাগাৰ (কালী) আদি লেমাবায় অৰ্থাৎ আৰ্য দেৱ-দেৱীৰ পূজাত এই 'লেম কাথা' বা ৰাভামিজকে ব্যৱহাৰ কৰে। আটাইতকৈ তাজ্জব মানিবলগীয়া কথাটো হৈছে জন্মসূত্ৰে অসমীয়া বা বাংলা ভাষা নজনা ৰাভাভাষী এগৰাকীক যদি এনে লেমাবায় বা লেমাদেওৱে ভৰ কৰে আৰু দেওধনী হিচাপে আত্মপ্ৰকাশ কৰে তেন্তে তেনে ব্যক্তিয়ে একমাত্ৰ লেমা কাথা অৰ্থাৎ লেমা ভাষাৰেহে কথোপকথন কৰে। সেইবাবেই ৰাভাসকলে লেমা ভাষা বা আৰ্যমূলীয় ৰাভামিজ (অসমীয়াৰ অন্যতম নৃগোষ্ঠীয় উপভাষা)-ক দেৱভাষা জ্ঞান কৰে আৰু ইয়াক যথেষ্ট শ্ৰদ্ধা সহকাৰে আয়ত্ত কৰিবলৈ যত্ন কৰে। ৰাভাৰ মায়তৰি উপভাষাত আন তিব্বত-বৰ্মীয় ভাষাত বিৰল সঘোষ মহাপ্ৰাণ ধ্বনি (ভ ধ ঘ হ আদি)-ৰ লগতে সংস্কৃত তালব্য চ, ঝ আদি ধ্বনিৰো অতি শুদ্ধভাৱে উচ্চাৰণ আছে। সেইদৰে ৰাভা ভাষাত অসমীয়াত সৰবৰহী নোহোৱা বহু প্ৰাচীন সংস্কৃত তৎসম বা তদ্ভৱ শব্দৰো প্ৰয়োগ পোৱা যায়। মৃতকৰ উদ্দেশ্যে গোৱা শোক-গীত (কায় ছিবায়না খাপকায়), প্ৰণয়মূলক ছাথাৰ গীত, পূজা-পাৰ্বনৰ স্তোত্ৰ-গীত, সাধুকথাৰ মাজত নিক্ষেপিত প্ৰবাদ-পটন্তৰ আদিত এনে ধৰণৰ সংস্কৃতমূলীয় চৰ্যাপদ বা প্ৰাচীন অসমীয়া ভাষাত প্ৰচলিত বহু শব্দ আৰু বাক্যাংশৰ প্ৰয়োগ পোৱা যায়। তাতোকৈ ডাঙৰ কথা ৰাভাভাষী তিনিটা উপভাষা গোষ্ঠীৰ লোকৰ বাহিৰে আন উপগোষ্ঠীৰ দৈনন্দিন জীৱনত ৰাভা ভাষাৰ ব্যৱহাৰ নাজানে আৰু আঞ্চলিক অসমীয়াকে (ৰাভামিজ) ব্যৱহাৰ কৰে। এনেদৰে আঞ্চলিক অসমীয়া ভাষাত বহুতো গীত-পদৰ ৰচনাও নোহোৱাকৈ থকা নাই। সেইসমূহৰ ভিতৰত পতিৰাভাসকলৰ মাজত সমাদৃত বহুৰাঙী বা বগেজাৰী গীত, লাঙামাৰা-পাৰবাহ-টুকুৰীয়া গীত, দাহৰি ৰাভাৰ তৰঙা শ্ৰাদ্ধৰ গীত, টোটলা ৰাভাৰ বাম্বল পিঠা গীত, আহু-শালি গীত, বিয়াৰ বাৰুৱা-বাৰুৱানীৰ গীত, হানা ৰাভাৰ হানাঘোঁৰা বা জাৰীঘোঁৰা নচুওৱা গীত অন্যতম। সেইদৰে মাৰেগান (মনসা পূজাৰ গীত), ভাৰীগান, কাতিপূজাৰ গীত, ভালুক নচুওৱা গীত (মাগন গীত) ইত্যাদি অকল আৰ্যীভূত ৰাভা সমাজতে

আবদ্ধ নহয়, ৰাভাভাষী সংৰক্ষণশীল সমাজতো ই সমানেই জনপ্ৰিয়। ৰাভাভাষী লোকৰ মাজত বহুতো পূজাত আৰাধনা কৰা চুবাখেল বা নাচৰগুটি (হেতালি) খেলা, ঠাট্টা-মস্কৰা কৰা (চায় খিজ্‌লায়কায়), জৰাফুকা কাৰ্যত ব্যৱহাৰ হোৱা গীত-মাত উদ্ধাৰ কৰা হৈছে। সিবিলাকৰ প্ৰতিনিধিত্বমূলক কেইবিধমান লোক-সাহিত্যৰ নিদৰ্শন আমাৰ দ্বাৰা সংকলিত 'ৰাভামিজ ঃ ভাষা আৰু নিদৰ্শন' (বীণা লাইব্ৰেৰী, ২০০৫) নামৰ গ্ৰন্থৰপৰা তুলি দিয়া হ'ল।

**ক) ৰাভামিজৰ ৰচিত প্ৰণয়মূলক ছাথাৰ গীত ঃ**

(বায়খো উৎসৱত ডেকা-গাভৰুৱে প্ৰণয়মূলক ছাথাৰ গীত পৰিবেশ কৰে। ছাথাৰ গীত ৰাভা ভাষাত ৰচিত যদিও দুই-এটা অতি অশ্লীলধৰ্মী ৰাভামিজত ৰচিত ছাথাৰ গীতো পোৱা গৈছে। কথিত আছে যে বায়খো পূজাৰ দ্বিতীয় স্তৰত প্ৰচলিত ডেকা-গাভৰুৰ বিয়া-বাছনি গীতৰ অন্যতম পৃষ্ঠপোষক আছিল যুদ্ধবিধ্বস্ত ৰাভা সমাজৰ বংশ বৃদ্ধিৰ বাবে দদানৰ জ্যেষ্ঠ ভাগিনীয়েক তোবাৰাণীৰ লেমানুকিনি-কলতা নুকিনি অৰ্থাৎ আৰ্যমূলজ ক্ষত্ৰিয় কুলৰ স্বামী মাৰুক্ষেত্ৰী। মাৰুক্ষেত্ৰীয়ে দদানৰ সেনাপতিৰ মৰ্যাদা লাভ কৰিছিল। ভিনিহিয়েক-খুলশালীয়েকৰ মাজত চলা পৰিহাসসূচক যৌনগন্ধী গীতসমূহ তেওঁৰ দিনতে ৰচিত হোৱা বুলি ভাবিবৰো যথেষ্ট অৱকাশ আছে।)

**১) প্ৰশ্নোত্তৰমূলক গীত ঃ**

*আজি দুবং দুবং না*
*কালি দুবং দুবং,*
*ভাল বিটী দেখিলে*
*লাগে ... ... (অশ্লীল)।*

...

*এতামাটি দুখলাকে দাখলাকে*
*বুক বিষাইছে,*
*বুগিলাৰ ঠেং দিয়া*
*(অশ্লীল) ঘুটাইছে।*

...

*জোং যাঠি গৰায়ছে*
*আলু খুন্দিবাৰ,*
*মাও বাপে তুলিছে*
*পৰে ... (অশ্লীল)*

...

দহলাতে গাজিছে
    হিয়া হিয়া চামা,
যাৰ বিটী ভাল দেখং
    তাকে বোলোং মামা।

আকাশতে উৰিছে
    কামছেৰুক পাল,
কুন গাওৰ ছেংৰা
    আমাক নিয়াৰ তাল।
    ...
লেতেৰা-পেতেৰা ধুতি ৰকাৰা
কোন গাওৰ চেংৰা চোলা থাকালা।
    ...

আলি আলি নেৰেবাৰি
    আলি ভাণ্ডিবক,
পৰৰ বিটী নোজোকাৰি
    দায় লাগিবক।
    ...

পাহামীয়া খাবাৰ মাটি
    ওড়াল গাছেৰ বন,
উজানিয়া ভেডা মাটি
    বৰ যাবাৰ মন।
    ...
হাইস্কুল মাজে মাজে
    মায়নাৰ স্কুল পৰেজ্ব
ঘৰী পিঙ্কা চেংৰাৰে
    কুন ক্লাছেৰ পৰে।

* * *

*হাসে কান্দে ভেক ভেক*
*চৰাই কান্দে কিয়;*
*ছোটৰ পৰা গৰু চাৰাং*
*তিৰী নাপায় কিয়।*
* * *
*আজি কালি ওলাইছে*
*নানা ৰকম বিড়ী;*
*তোৰ মুখত দেখা পাইছে*
*নাই কুনু দাড়ী।*
* * *

২) আৰম্ভণি গীত ঃ

*না এৰিবৰে না ছাৰিব*
*না এৰিবৰে না ছাৰিব;*
*আজি বছৰ পাইছেৰে (ছালে)*
*না এৰিবৰে না ছৰিব।*
* * *

৩) সামৰণিত বা মাজে মাজে গোৱা বেসুৰীয়া গীত ঃ

*টিক্রিকিয়া ৰাজাৰৰ টেঙা*
*একটা গৰু কিনিছে মেনা;*
*হো হো হো হেই*
*থেৰ্‌ছং থেৰ্‌ছং।*

## স-স্প্ৰী-তি ঃ

এইদৰে ৰাভা লোক-সাহিত্য প্ৰধানকৈ দুটা ভাগত আলোচনা কৰিব পাৰি। লোক-সাহিত্যত চহকী ৰাভা ভাষা-সংস্কৃতিৰ আলোচনাত ৰাভা ভাষাত ৰচিত আৰু ৰাভামিজত ৰচিত লোক-সাহিত্যৰ এই দুটি প্ৰধান ভাষা। ৰাভা ভাষাত ৰচিত লোক-সাহিত্যৰো ৰাভা ভাষাৰ অন্যান্য ক্ষেত্ৰত পোৱাৰ দৰে অসমীয়া আদি আৰ্যমূলীয় ভাষাৰ সমল সোমাই আছে। বৰ্তমানৰ কথিত ৰাভা-ভাষাত প্ৰচুৰ পৰিমাণে অসমীয়া শব্দসম্ভাৰৰ প্ৰয়োগ দেখা যায়। এইবোৰ শব্দৰ কিছু পৰিমাণে পোনে পোনে সংস্কৃতৰপৰা পালি-প্ৰাকৃতৰ মাজেদি ৰূপ সলাই লাভ কৰা আৰু সৰহ সংখ্যাকেই গোৱালপৰীয়া বা কামৰূপী উপভাষাৰ সাদৃশ্যত 'ৰাভামিজ' হিচাপে গঢ়িত হোৱা। প্ৰয়োজনৰ তাগিদাত উপযুক্ত ভাব প্ৰকাশৰ বাবে মাতৃভাষী ৰাভাসকলে অসমৰ একমাত্ৰ সংযোগী ভাষা আৰু চৰকাৰী ভাষা অসমীয়াৰ পৰা নানা ধৰণৰ ভাষাতাত্বিক সমল

মুক্তহস্তে গ্ৰহণ কৰি আহিছে। তাৰ ভিতৰত শব্দগত প্ৰভাৱেই সৰ্বাধিক। আনকি বিদেশী আৰু প্ৰাদেশিক ভাষাৰ শব্দও অসমীয়াৰ মাজেদিহে ৰাভা ভাষাত অনুপ্ৰৱেশ ঘটাটো সম্ভৱ হৈছে। এনেকৈ শব্দ আহৰণ কৰোঁতে বহু শব্দ* ৰাভাৰ নিজা শব্দৰ দৰে গঠন লাভ কৰি (জতুৱাকৃত হৈ) একাকাৰ হৈ পৰিছে। সাধাৰণতে অসমীয়া ভাষাৰ সৰ্বনামৰ বাহিৰে ক্ৰিয়া বা ধাতু, বিশেষণ, ক্ৰিয়া বিশেষণ (অব্যয়), সংখ্যাবাচক শব্দ, সম্বন্ধবাচক শব্দকে ধৰি বিভিন্ন জীৱ-জন্তু, চৰাই-চিৰিকতি, মাছ-মগৰ, গছ-লতা বুজোৱা শব্দ, সাত বাৰ, বাৰ মাহৰ নাম, ৰোগ-ব্যাধি, মা-মছলাৰ নাম, দৈনন্দিন ব্যৱহাৰ্য সা-সঁজুলি, বাচন-বৰ্তনৰ নাম ৰাভাত আহি গৈছে।

অসমীয়াত প্ৰচলিত প্ৰায় সকলোবোৰ বৰ্ণ ৰাভাত প্ৰয়োগ হয় গুণে অসমীয়া প্ৰভৃতি আৰ্যমূলীয় ভাষাৰ ঋণ কৰা শব্দ প্ৰায়ভাগেই ৰাভাত বিকৃতি নঘটে। অৱশ্যে ৰাভাতো বহুতো আৰ্যমূলীয় শব্দ প্ৰত্যয়যোগে বা সমাৰ্থক শব্দযোগে দেশীয়কৰণ বা জাতুৱাকৃত (nativized) হোৱাৰ পাছতহে প্ৰয়োগ হয়। কেতিয়াবা অৰ্থ সংকোচন কিম্বা অৰ্থ সংশ্লেষণো নোহোৱা নহয়। তলত তেনে বিভিন্ন শ্ৰেণীৰ ৰাভাত প্ৰয়োগ হোৱা ঋণকৃত শব্দৰ তালিকা দিয়া হ'ল।

**ক) অবিকৃত শব্দ (তৎসম / অৰ্দ্ধতৎসম) ঃ** অন্যায়, আঞ্চল (অঞ্চল), আকাল (অকাল), আদৰ, আদ্যা - (আদ্য-), আশ্বিন, আছাৰ (আষাঢ়), আছা (আশা), ঈশ্বৰ, উত্তৰ , উদ্ধাৰ, ৰিছি (ঋষি), ৰিণ (ঋণ), ভাৰ, মন্ত্ৰ, মান, মালা, মূৰ্তি, ৰাজা, ৰাজ্য, ৰক্ষা, লজ্জা, শনি, শালি, শান্তি, শাস্তি, সংসাৰ, সময়, সত্য, সন্যাসী, সন্মান, সেৱা, ক্ষতি, ক্ষমা ইত্যাদি।

**খ) অৰ্ধবিকৃত শব্দ ঃ** আখাই (আখৈ), আমাক (অমুক / অমুকী), আৰো (আৰু), কাপাল (কপাল), গাব / গাবা (গাব / গৰ্ভ), গাধা (গাধ < গৰ্দ্দভ্-), চাহা (চাহ), চুখ্ৰি (চেৰেকি), ছবা (সবাহ), ছিথা (সিটা / শিষ্ট), ভাতিজা (ভতিজা), মুথা (মুঠি < মুষ্টি), মুনিয়া (মনিয়া < মনাৰ্ক), মোখা (মুখা < মুখ-স, আহা (লৈহি), হিতী < হুতী (হাতী), হুবিছ (হবিচ / হবিষ্য) ইত্যাদি।

**গ)** ৰাভাত আকণ, খাল, খিলা গোজ (গোঁজ), গোটা, ছুৱা (চুা), জাত, ডাক (মাত), থান, থাল, বাম্কন, যোৰ, লাছ (লাজ), ছাও (শাও), ছেও (সেও), হল, নল, পুলি, বাদলি (বাদুলি), ভৰ, ভৰা, ৰং আদি মান্যৰূপৰ দৰে আলছিয়া (গা. < আলস্য), ইন্দ্ৰা তু. ইন্দিৰা (কাম.) কাণা (কাম), কামছাঁয়া (কাম.), কিৰা (কাম.), কুৰ (কাম.), ক্ৰ'মা তু. কুমাৰ (কাম.), কোদাল (গো), গুলি (গো.), বিলতি (বিলাতী / বিলায়তী), বালটিং (বাল্টি), বেগাৰ (বেগাৰি < বি-গাইৰ), বেৰানচি (ব্ৰেঞ্চি < bench), বেৰাম (বেমাৰ < বে-আৰাম), মানা (মনা), মানে, মাৰ্কা (trademark), মুকুল, লম্বৰ (নম্বৰ < number), হাজাৰ, হয়জাৰ (হুছিয়াৰ) আদি বিদেশীমূলীয় (অসমীয়াতো সৰবৰহী) শব্দবো প্ৰয়োগ আছে।

ৰাভাত এনে কিছুমান শব্দ আছে যিবোৰ সংস্কৃত বা প্ৰত্ন অসমীয়া ৰূপতো পোৱা যায়। অথচ সমকালীন অসমীয়াত এইবোৰ সিমান সৰবৰহী নহয়। বিদেশীমূলীয় এনে শব্দ কিছুমানো ৰাভাত প্ৰয়োগ আছে। উদাহৰণ - আগি-ৰাইনী (অগ্নি-ৰাণী 'চিতাগ্নি'), গান্‌থে (< গ্ৰন্থি), গেন্দ্ৰই তু. ঘৃণা, ঘিণ কৰ', ঠাকুৰ 'ভগবান, প্ৰভু', চান্দল তু. চান্দোৱাৰ < চন্দ্ৰতাপ, চান্দ তু. চান্দা < চন্দ্ৰ, চান্দায় তু. চন্দ 'চলাথ কৰ্', ধুমা তু. ধুম - 'ধোঁৱা', বেছৰ তু, ৰেসবাৰ 'সৰিয়হ', চিকা-বাৰি < বাৰি 'পানী', মোদু তু. মধুফল, ৰাতা < ৰাতুল সূৰ্য্য, হাংছি < হংস; আদাত 'মূল, আচল', আলাদা 'আচুতীয়া' < অলাহিদহ, কিল্লা 'দুৰ্গ', খিৰচা < কেচ্ছা 'গল্প', চাৰ্খা < চৰখহ 'যঁতৰ', জামাদ < জমায় 'সম্মিলন', জুম্বা 'শুক্ৰবাৰ' + নোক 'ঘৰ'। জুম্বানোক 'মছজিদ', ঝামা < জামাদ 'চাপকন', তিয়াৰ < তইয়াৰ 'সাজু', ফাছিলা < ফাজিল 'উপৰুৱা', ফি'লনা < ফুলান 'তমুক', বাধা < বাদা 'শিবিৰ', মছৰ < মৌসিম 'বতৰ', মৌৰুছি < মৌৰুশ 'উত্তৰাধিকাৰ, ৰাহা < ৰাহ 'উপায়', লাৰছি < নালিশ 'অভিযোগ', হায়তাৰ 'খড়গ < হতিয়াৰ 'অস্ত্ৰ-শস্ত্ৰ', আতাফল < আতা 'আতলচ', গামলা < গামেল্লা 'চৰিয়া', তাংকু < tobacco, তামাকু 'মলা ধঁপাত', এলাতাৰি < electric 'বিজুলী, উৰপ্লেন < aeroplane 'উৰাজাহাজ', তৰু 'মুছলমান' < তুৰ্কি / তুৰুক ইত্যাদি।

গ) বিকৃত শব্দ ঃ আংকাৰ (আঁক / অঙ্কন), আজাংগাৰ (অজগৰ), আদুৰা / আদ্ৰা (আধৰুৱা / অৰ্দ্ধ আলৰি / আম্বলাউ (আমলখি / আমলক). উপাছ (উপৰাশ), কয়লা (কেৰেলা / কৰ কৃ), খেৰ / খেৰে (খেলে / ক্ৰী), গান্দায় (গড় / গণ্ড), গিনাল / ঘিয়াল (ঘঁৰিয়াল / ঘন্টিকা ), গুন্দ্ৰা (গুড়া / গুণ্ড), গি'মাৰ (ঘাম / ঘৰ্ম), গোৰায় (ঘোঁৰা ঘটক), চাতালা / চাতলা (চোতাল / চত্বাল), ছেপ্লাই (শেৱালি / শেফালিকা), ছুংক / ছুংকা (শঙ্কা), ছদ (স্বাদ / সোৱাদ), ছালতা (শলিতা), ছাছ / ছাহ'ছ (সাহ / সাহস), ছাব্ৰি (সোভৰিযসভাউৰি) ছাস্তাৰ (শাস্ত্ৰ), ছুৰুং (শুঁৰ / শুণ্ড), ছাংকয় (সাঁকো / সংক্ৰম), ছাংক (শাখা / শঙ্খ), ছিকি (সখি / সখী), ছিংগা (সাঁকো / সংক্ৰম), ছাংক (শাখা / শঙ্খ), ছিকি (সখি / সখী), ছিংগা (শিঙা / শৃঙ্গ), ছিছু / ছুছু (শিছ / শিশুক), ছি'ংখিনী / ছাংখিনী (শাঁখিনী / শংখিনী), ছি'তিনী, (সতিনী / সপত্নী), ছিৰ্গি / ছি'ৰ্গা (সৰগ / স্বৰ্গ), ছেকোৰা (শিকিয়া / শিক্যা), জাওয় (জোঁৱাই / জামাতৃ), জাৱানজা (যংজ / যমজ), তৰগছ (তল-কাচ), তাকাছালি (তাঁতশাল / তন্ত্ৰশাল), তুলছিং (তুলসী), তাৰান্দা (তুৰন্ত), দানক (ধানব), দিপৰ / দুইপৰ (দুপৰীয়া / দ্বি-প্ৰহৰ), দি'ৰছি'ন (নিদৰ্শন), দুব্‌লা (দুবৰি / দূৰ্বা), দু'ম্ব্ৰে (ডিমৰু / উডুম্বৰ), পছৰ (প্ৰসাদ) পাখাৰ / পুখ্ৰি (পুখুৰী / পুস্কৰ), পুৰমায় (পূৰ্ণিমা), পিৰ্‌থিমী (পৃথিৱী), ফৰে (পূবৈ / পূতিকা), বল্লা (বৰল / ৱৰট), বানজায় (বঁজা / ৱন্ধ্যা), বিগ্‌নি (বিঘ্নি / বিঘিনি), বেৰগা (বেলেগ / বিলগ্‌-), বেৰ্না (বিৰিণা / ৱিৰন্‌-), বি'ছামু'তা (বসুমতী), মানেক (মানিক), মুতুক (মুকুট)', মাংছি-/ মাংছিং (মাংস), মাৰাম (মামৰ / মৰ্মট),

মি'থায় (মিঠৈ/মিষ্ট-), ৰামপাত (ৰাংপতা / ৰঙ্-), ৰায়কছ / লায়কছ (ৰাক্ষক), লাইংটা / লি'ংটা (নাঙঠ / নগ্নবৃত্ত), হদ্দাৰ (আন্ধাৰ / অন্ধকাৰ), হাংগাৰ (এঙাৰ / অঙ্গাৰ), হি'ৰদি'ন / হি'ৰজি'ন (হৰিধ্বনি), উদ্রং-মালা (ৰুদ্রাক্ষ), সোপাধৰা-ছোমাধাৰ।

ৰাভাত কিছুমান ঋণকৃত শব্দৰ গৌণাৰ্থত প্ৰয়োগ হোৱাত অৰ্থৰো বিকৃতি ঘটে। উদাহৰণ - কিলায় 'ৰাজহুৱা মাৰ সোধা' (কিলা), ঘামায় 'জ্বৰ উঠোঁতে গা ঘাম, ধান আদি মলঙ (ঘাম / ঘমা), জন্মি / জি'ন্মি 'বীজাণু আদিয়ে বাহ ল' (জন্ম্), ফলি 'কথা ফলিয়া' (ফল্), ফাতায় 'গাখীৰ ফাট্' (ফাট্), ভুলায় 'পতিয়ন নিয়া, ফুচুলা' (ভুলা), লাগি 'দণ্ড ভৰ (লাগ), লাগায় 'যৌন সহবাস কৰ' (লগা), কাওচা 'কিতাপ' (কাগজ), চলি 'প্ৰচলন হ, চলাচল কৰ (চল্), ছিৰবল্ 'এলুমিনিয়াম' (silver), আন্দায় 'বাট কেণা লাগ' (অন্ধ), ৰোছ 'ভাত সাজ, ভোজ' (ৰোজ), মাংছি 'হাড় নোহোৱা মঙহ' (মাংস), ঠাকুৰ (প্ৰভু, দেৱতা), ঠাকুৰাণী (দেৱী), জোৰা (বিবাহ, মিলন), ছাস্তাৰ (শাস্ত্ৰ, সাধুকথা), কাণ্ড (ঘটনা, অঘটন) ইত্যাদি।

**ঘ) ৰাভাত দেশীয়কৰণ ঘটা ঋণকৃত শব্দৰ উদাহৰণ :**

**১) -আয় / -ই প্ৰত্যয়ান্ত ধাতু :** আওজায় (আঁউজ্), আকায় (আঁক্), আতকি/ আতকায় (আটক্), উল্‌তায় (ওলট্) কমি / কমায় (কম্), খাটি (খাট্), চাৰায় (চৰা), জাগি / জাগায় (জাগ / জগা), থেলায় (ঠেল), তৰায় (তৰ্), পৰায় (পঢ়্), বুজি (বুজ), বুজায় (বুজা), মাগি / মাগ্ৰি (মাগ), মাগায় (মগা), মিল্ (মিলি), মিলায় (মিলা), ছিকি (শিক্), ছিকায় (শিকা), আংকোলায় (আঁকোৱাল < অঙ্কপাল্), আওলায় (উৱল < আ-কুল), ইত্যাদি।

**২) -চি,-ছা,- ৰাইনী, -ৰা, -অং / আং আদি প্ৰত্যয়যোগ পোৱা ৰূপ :** খাৰ -চি 'খাৰণি' তু. ক্ষাৰ, চান্দা-চি 'জোনালী' তু. চন্দ্ৰ / চান্দ ৰাতা-চি 'ৰ'দালি' তু. ৰাতুল; কোব-ছা 'একোব' তু. কোব, ভাৰ্-ছা 'এভাৰ' তু. ভাৰ, হাত-ছা 'এহাত' তু. হাত, হাতাপাক-ছা 'এসপ্তাহ' তু. হপ্তাহ (ফাৰ্চী / হিন্দী); বৈনী-ৰা / বি'নি-ৰা তু. বৈনাই / ভাগিনী পত্নী, জাং-ৰা তু. জোঁৱাই / জামাতৃ, বুৰি-ৰা/ ভুৰি-ৰা তু. বোৱাৰী / বধুআৰী; ভিতৰাং (ভিতৰে), বাজিং (বাজাত). বাহেৰাং (বাহিৰে), মু'নাং মু'নাং (মনে মনে), বাৰাংবাৰাং (বাৰে), ইপুৰং (ইপুৰী) ইত্যাদি।

**৩) সমাৰ্থক শব্দ বা সাধাৰণ অনুপদ যোগে লাভ কৰা সংকৰ শব্দ :** হা 'মাটি' + ছাৰ (সাৰ) < হা-ছাৰ, হা 'মাটি' + পুলি (পলস) > হা-পুলি, মায় মাতায় তু, মৰনা মাৰ্, পেংকন মাৰি, লোকক দেখুৱাই এফালেদি আগুৱাই পিছ মুহূৰ্ততে আনফালেদি অগ্ৰসৰ হ, ফালৰি কাট্, গাহাক ৰেং তু, বিক্ৰী যা বা গ্ৰাহক ওলা অৰ্থাৎ গৰাকী লগাবলৈ আহ (বেয়া অৰ্থত) লাগা দুণ্ড / ৰেং তু লগা হ বা আৱশ্যকতা পৰ অৰ্থাৎ নিয়োজিত হ (বেয়া অৰ্থত) ইত্যাদি।

**ছ) নৱনির্মিত শব্দ ঃ** অসমীয়া বা আন বিদেশী ভাষাৰ শব্দকে ৰাভা ভাষাৰ গাঁথনি অনুসাৰে নির্মাণ কৰি নতুবা অসমীয়া বা বিদেশী ভাষাৰ গাঁথনিৰে ৰাভাই অনুবাদ ধাৰ কৰি বহু শব্দৰ গঠন হৈছে। উদাহৰণ -

১) ছাদু (সাধু) + গুৰু = ছাদু গুৰু (সন্যাসী), আধা (অস) + মৰা (আ) = আধামৰা, মৃতপ্রায়, আধামুৰী, মৰা (আ) + বর্তা (অস / সংস্কৃত) = মৰা-বর্তা > মৰভতা / মৰভতা 'কোনো মতে, মৰোঁ জীওঁ সোঁ অধিকৈ', উঠান (গো ঃ 'উঠা') + বসান (গো ঃ বহা) = উথান - বছান 'একেবাৰে বহোঁতে দুসাজ খাবলগীয়া হোৱা অৱস্থা'; ফুল টাইম, হাফছার্ট, ছর্টকাট, আপ-ডাউন ইত্যাদি।

২) জিব্রা-হাছুং (মাতৃভূমি, motherland), প্রা-দাম (ওপজা ঠাই), নাছিকায় (মৰমী, প্রেয়সী), গিৰিকায় (প্রণনাথ, স্বামী), পুছিয়ানি বাও (পছোৱাৰ বা), চাকগ্রকায় (কৰমর্দন, hand shake), বানা -চিকা (বান-পানী), বাৰখা-হাচু (আগ্নেয়গিৰি), চাখাম-ৰাছুং (পদমর্যাদা), ছান-চুকায় (দিনলিপি), ৰাছুং ফাক (কীর্তিস্তম্ভ), নেমফুং (সুপ্রভাত, good morning), নেমছান (শুভদিন, good day) ইত্যাদি।

দেখাত যদিও ৰাভাত প্রয়োগ হোৱা অসমীয়া আদি আর্য ভাৰতীয় শব্দৰ ধ্বনি পৰিৱর্তনৰ বিশেষ নিয়ম নাই; তথাপিও চাৰিটামান প্রধান ধ্বনি সূত্রৰ জৰিয়তে এইবোৰ ব্যাখ্যা কৰিব পাৰি। যেনে-

১) ৰাভাত প্রয়োগ নথকা অসমীয়া আদি সংস্কৃতমূলীয় ভাষাৰ নিম্ন অ. দীর্ঘ ঈ, উ, মূর্দ্ধন্য ট, ঠ, ড, ঢ, ঋ আৰু উষ্ম শ, ষ, স, সমবর্গীয় বর্ণলৈ ৰূপান্তৰিত হয় অর্থাৎ অ > আ / ই' (যেনে-বর্ষ / বছৰ > বি'ছাৰ), ঢ > ধ (ঢাল > ধাল), ণ > ন (মাণিক > মানেক), ড় > ৰ (ৰাজ হাড় > মাৰু - হাৰা), ঢ় > ৰ (পঢ় > পৰায়), ঋ > ৰি / ইৰ্ (ঋষি > ৰিছি, পৃথিৱী > পিৰ্থিমি), শ > ছ (শশক / শহা > ছাছা), ষ > ছ (আষাঢ় > আছাৰ), স > ছ (বয়স > বি'ইছ) ইত্যাদি ধৰণে উচ্চাৰিত হয়। অৱশ্যে তৎসম শব্দত মূলৰ একে বানানকে ৰখা হয়।

২) অন্ত্য অৱস্থানত সকলো মহাপ্রাণ বর্ণ (সঘোষ নতুবা অঘোষ ভ ধ ঘ আৰু ফ থ খ) অল্পপ্রাণ হয় অর্থাৎ ভ > ব / প (যেনে - লাভ > লাপ / লাব) ধ > দ / ত (বোধ > বোদ / বোত), ঘ > গ / ক (মাঘ > মাগ (মাক), ফ / প (মাফ > মাপ), থ > ত (জেঠ > জেত), খ > ক (দুখ > দুক) ইত্যাদি হয়। সেইদৰে সঘোষ অল্পপ্রাণৰ (ব দ গ) বিকল্পে অঘোষ অল্পপ্রাণ (প « ত « ক) হয় অর্থাৎ

ব~প (যেনে—চাহেব~চায়েপ), দ~ত (স্বাদ~ছদ~ছত), গ~ক (দাগ~দাক) হয়। অন্ত্য অৱস্থানত ঋণকৃত শব্দৰ জ > ছ হয়। যেনে- ভোজ > ভোছ, তেজপাত > তেছপাত, ৰোজ > ৰোছ, লাজ, > লাছ, তাবিজ > তাবিছ ইত্যাদি।

৩) অসমীয়া হ কাৰান্ত তদ্ভৱ শব্দৰ ক্ষেত্ৰত ৰাভাত পূৰ্বৰ স্থিতিয়ে বাহাল থাকে অৰ্থাৎ সংস্কৃত বা প্ৰত্ন অসমীয়া ৰূপৰ দৰে শ, ষ, স, থাকে; মাথোন উচ্চাৰণত দন্তমূলীয় ছ হয়। উদাহৰণ- বিষ (বিছ) তু. বিহ, মাস (আছ) তু. মাহ, মনুষ্য (মনুছ) তু. মানুহ।
অন্যান্য শব্দৰ ক্ষেত্ৰত অন্ত্য অৱস্থানৰ হ হয় লোপ হয়; নহয় আ অন্ত্যআগম সহ হা হিচাপে প্ৰয়োগ হয়। যেনে- চাহা তু. চাহ, লোহা তু. লৌহ / লো, দহা তু. হ্ৰদ / দ, লাহা তু. লাক্ষা / লা, হাবিলাস (হাবিলাছ) তু. হাবিয়াহ / অভিলাস।

৪) ৰাভাত কিছুমান শব্দত হ আদ্য আগম হয়। উদাহৰণ-হাংগাৰ তু. অঙ্গাৰ / আঙাৰ / এঙাৰ, হান্দাৰ তু. অন্ধকাৰ / আন্ধাৰ, হাদাৰ তু. আধাৰ / আহাৰ, হুদা তু. উদ / উৰ্দ্ধ।

৫) ৰাভাত প্ৰায়বোৰ ঋণকৃত শব্দই আ কাৰান্ত (অন্ত্যআগম ঘটি বা অন্যান্য স্বৰবৰ্ণৰ বিকল্পে) হয়। উদাহৰণ- বালা / বাউলা তু. বালি / বালুকা, বেলাভাটি তু. আ-বেলি, সোণা তু. সোণ / স্বৰ্ণ, ৰূপা তু. ৰূপ / ৰৌপ্য, তামা « তু. তাম / তাম্ৰ, খেলা তু. খেল, দেহা তু. দেহ, হাৰা তু. হাড় ইত্যাদি।

এইদৰে ৰাভাত অসমীয়াৰ মাজেদি বহুতো ভাৰতীয় আৰ্য আৰু বিদেশী মূলজ শব্দৰ আগমন ঘটিছে। এইটো লক্ষ্য কৰিয়েই ড.উপেন্দ্ৰ নাথ গোস্বামীয়ে সঠিক মন্তব্য আগবঢ়াইছিল এইবুলি "ৰাভা ভাৰ্ষাত অসমীয়া ভাষাৰপৰা পশ্চিম অসমীয়া আৰু মান্য ভাষাৰ বহুতো শব্দ সোমাই আছে।" (অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ, ১৯৯১, পৃ. ৫১)

শব্দৰ দৰে ধ্বনিৰূপ আৰু বাক্যতত্ত্বতো অসমীয়াৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱ ৰাভাত অনুভূত হয়। ৰাভাত অন্যান্য তিৰ্বত বৰ্মীয় ভাষাত বিৰল অথচ আৰ্য ভাৰতীয় ভাষাত প্ৰবল সঘোষ মহাপ্ৰাণ ধ্বনি ঘ ধ ভ ঝ আদিৰ বিস্তৃৰ প্ৰয়োগ আছে যিটো অসমীয়াৰ প্ৰত্যক্ষ প্ৰভাৱ। সেইদৰে ৰাভাত অসমীয়া আদি আৰ্যভাষাৰ দৰে ঙ নাসিক্য ধ্বনিৰ আদ্য প্ৰয়োগ লোপ হৈছে, শ্বাসাঘাতৰ প্ৰাধান্যৰ গুণে সুৰৰ বিশিষ্টতা খৰ্ব হৈছে। একাক্ষৰিক শব্দৰ পৰিবৰ্তে বহু আক্ষৰিক শব্দৰ গঠন হৈছে বা একক স্বৰৰ ঠাইত দ্বিস্বৰ, নিস্বৰৰ প্ৰয়োগ আহি গৈছে যিবিলাক আৰ্য অসমীয়াৰ ভাষাৰ মাজেদিয়ে লাভ কৰাটো সম্ভৱ।

ৰূপতত্ত্বৰ দিশতো ৰাভা ভাষাত মূল তিৰ্বত বৰ্মীয় বৈশিষ্ট্য বহুখিনি খৰ্ব হৈছে। অৱস্থানগত বৈশিষ্ট্যৰ পৰিবৰ্তে বৰ্তমানৰ ৰাভা ভাষা প্ৰত্যয়ান্ত ভাষা হৈ পৰিছে। কাৰক বিভক্তি, ক্ৰিয়াবিভক্তি, বহুবচনবাচক প্ৰত্যয়, লিংগবাচক প্ৰত্যয় আৰু অন্যান্য কৃৎ আৰু তদ্ধিত প্ৰত্যয়েৰে ৰাভা ভাষাৰ ৰূপ-ৰচনা অসমীয়াৰ সৈতে একে। ৰাভাত অসমীয়াৰ বহু প্ৰত্যয়ৰ পোন পটীয়াকৈ প্ৰয়োগো আছে। বিশেষকৈ স্ত্ৰীলিংগবাচক ঈ,-ইনী,-মাই, সূক্ষ্ম বাচক / স্বাৰ্থিক-আই, বিশেষণবাচক-ঈয়া, উৱা-আৰু বা বিদেশীমূলীয় আওলা (ৱালা),-গিৰি আদি প্ৰত্যয়ৰ বিস্তৰ প্ৰয়োগ ৰাভাত দেখা যায়।

বাক্যতত্ত্বৰ ক্ষেত্ৰতো অসমীয়াৰ সৈতে ৰাভা ভাষাৰ বিশেষ সাদৃশ্য পৰিলক্ষিত হয়। অৱশ্যে লোক-সাহিত্যত ব্যৱহৃত প্ৰাচীন শৈলীৰ ৰাভা ভাষা আৰু দৈনন্দিন জীৱনত ব্যৱহৃত আধুনিক শৈলীৰ ৰাভা ভাষাৰ মাজত যি পাৰ্থক্য পোৱা গৈছে তাৰ গুৰিতে অসমীয়া আদি ভাষাৰ প্ৰভাৱ। প্ৰাচীন অপ্ৰচলিত শব্দৰ প্ৰাচুৰ্য আৰু ছন্দগন্ধী বাক্যগাঁথনিৰে ৰাভা লোক সাহিত্যৰ ভাষা বৈচিত্ৰ্যমণ্ডিত। আনহাতে জটিল আৰু মিশ্ৰ বাক্যৰ গাঁথনি, স্বাৰ্থিক প্ৰত্যয়ৰ সঘন প্ৰয়োগেৰে সমকালীন ৰাভা ভাষাৰ গদ্যৰীতি ভাৰাক্ৰান্ত। উভয় ক্ষেত্ৰতে প্ৰাচীন অসমীয়া আৰু মান্য অসমীয়া গদ্য-ৰীতিৰ সৈতে বিশেষভাৱে মিল পোৱা গৈছে।

এইদৰে বড়ো, গাৰো আদি ভাষাৰ ওচৰ সম্পৰ্কীয় বড়ো ভাষাবৰ্গৰ, তিৰ্বত বৰ্মীয় শাখাৰ চীন-তিববতীয় বৃহৎ পৰিয়ালৰ অন্তৰ্গত ৰাভা- ভাষাত বিষমমূলীয় ভাৰতীয় আৰ্য ভাষাৰ অন্তৰ্গত অসমীয়া ভাষাৰ প্ৰভাৱ অনস্বীকাৰ্য। ৰাভা লোক-সাহিত্যত অসমীয়াৰ প্ৰত্যক্ষ প্ৰভাৱৰ কথাও ইতিমধ্যে তথ্য সহকাৰে দাঙি ধৰা হৈছে। কিন্তু এই প্ৰভাৱৰ কাল নিৰূপণ এতিয়াও বিতৰ্কৰ বিষয় হৈয়ে আছে। সামৰণিত ক'ব পাৰি যে যুদ্ধ-বিগ্ৰহাদিত বিজিত আৰু বিজেতাৰ মাজত, ব্যৱসায়-বাণিজ্যত ক্ৰেতা আৰু বিক্ৰেতাৰ মাজত নতুবা বৈৱাহিক, সামাজিক আৰু সাংস্কৃতিক বিনিময়ত ব্যক্তি আৰু ব্যক্তিৰ মাজত ভাষা সাহিত্যৰ আদান প্ৰদান হোৱাৰ দৰে ৰাভা আৰু অসমীয়াৰ মাজত ভৌগোলিক, ৰাজনৈতিক আৰু মানসিক কাৰণতে বুৰঞ্জীয়ে ঢুকি নোপোৱা দিনতে (সহ অৱস্থানৰ সময়ৰপৰা) ভাষা-সাহিত্যৰ দিশত উমৈহতীয়া প্ৰভাৱ পৰিছিল, যিটো পৃথকাই উলিওৱাটো কোনোপধ্যে সম্ভৱ নহয়।

❖❖❖❖

*ডঃ উপেন ৰাভা হাকাচাম গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।*

# টাই-আহোম জনগোষ্ঠী আৰু আহোম যুগৰ অসমীয়া সংস্কৃতি

*— ডঃ প্ৰফুল্ল কুমাৰ নাথ*

টাই-আহোমসকলে উত্তৰ-পূব ভাৰতৰ অসম আৰু অৰুণাচলকে ধৰি এক বিস্তৃত ভূ-খণ্ডত বসবাস কৰে। টাই-সংস্কৃতি বিশ্বৰ অতি পুৰণি আৰু সু-সমৃদ্ধ সংস্কৃতি। এই সংস্কৃতি চীনা সংস্কৃতিতকৈয়ো প্ৰাচীন।

টাই সংস্কৃতিৰ সম্পৰ্কে উল্লেখ কৰি বিশিষ্ট ইতিহাসবিদ অল্‌ফাৰ্ম এবাৰহাৰ্ডে লিখিছে ঃ

"They mingled later with the last great culture of the south, the Tai-Culture, distinguished by agriculture. The people lived in the Valleys and mainly cultivated rice. In the course of time they spread farther and farther, and totally form the principal component of the siamese people."[১] বিশিষ্ট পণ্ডিত লীলা গগৈয়ে উল্লেখ কৰিছে যে 'চীন দেশত চীনা সংস্কৃতি নামেৰে এটি সংমিশ্ৰিত সংস্কৃতিয়ে গঢ় লোৱাৰ আগেয়েই অন্ততঃ খৃষ্টপূৰ্ব কেইবাশ বছৰৰ আগতে টাই সংস্কৃতিয়ে জন্ম লাভ কৰে।'[২] অনুৰূপভাবে পদ্মেশ্বৰ গগৈয়ে উল্লেখ কৰিছে যে, টাই এটা উত্তৰাধিকাৰৰ সম্পন্ন ৰাজকীয় বিষয়াৰ উপাধি আৰু ইয়াৰ ব্যৱহাৰ আৰম্ভ হয় খৃষ্টপূৰ্ব ২৫০০ চন মানত। চীনদেশৰ বুৰঞ্জী অধ্যয়ন কৰিলে দেখা যায় যে চীনৰ টাই বংশীয় সম্ৰাটসকলেই এই উপাধিৰ ব্যৱহাৰ কৰে।[৩] পিচলৈ টাই শব্দই ৰাজনীতি আৰু প্ৰশাসনৰ সৈতে জড়িত একশ্ৰেণীৰ মানুহক বুজাবলৈ ধৰে।

১২২৮ খৃষ্টাব্দৰ কোনো এটা শুভক্ষণত টাই জাতিৰ এটা গোট পাটকাই পৰ্বত পাৰ হৈ উত্তৰ ব্ৰহ্মাৰ পৰা আহি অসমত প্ৰবেশ কৰে। ইতিহাসবিদসকলৰ মতে চুকাফাৰ নেতৃত্বত মুঠ মানুহ আহিছিল ১৯০০ জন ; এই ১৯০০ জন মানুহৰ সতি-সন্ততি আৰু খেলত তুলি লোৱা বৰাহী, কছাৰী, মৰাণ, চুটিয়া, নগা আদি লোকসকলৰ সতি-সন্ততিয়েই আজিৰ আহোম জাতি। আহোমসকল অসমলৈ অহাৰ সময়ত উজনি অসমত মৰাণ, বৰাহী, কছাৰী, চুটীয়া আদি ৰজাই সৰু সৰু ৰাজ্য পাতি বাস কৰিছিল।

আহোমসকলে বিভিন্ন জাতি-উপজাতিক একগোট কৰি 'সাতৰাজ মাৰি একৰাজ' কৰাৰ সংকল্পেৰে পোন প্ৰথমে বৃহত্তৰ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া আৰম্ভ কৰে। পৰৱৰ্ত্তী কালত তেওঁলোকৰ ৰাজ্যৰ পৰিসৰ বৃদ্ধি পায় আৰু টাই ভাষা-সংস্কৃতিৰ বিকাশতো তেওঁলোকে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে।

অসমত বসবাস কৰা বিভিন্ন টাই জনগোষ্ঠীৰ ভিতৰত আহোম সকলেই সবাতোকৈ আগতে অসমলৈ আহি স্থায়ী ৰাজ্য স্থাপন কৰিছিল। অৱশ্যে, তেওঁলোকৰ আগতেই এই জনগোষ্ঠীৰ দুই এটা ফৈদ অসমত প্ৰবেশ কৰাটো একো অস্বাভাৱিক কথা নহয়। পৰৱৰ্ত্তী কালত এই জনগোষ্ঠীৰ বিভিন্ন ফৈদ সণ্টালনীভাৱে অসমত প্ৰবেশ কৰে। তেওঁলোকৰ ভিতৰত টাই খামতি, টাই ফাকে, টাই-আইতন, টাই তুৰুং, টাই খাময়াং আদি প্ৰধান।

খামতিসকল থেৰবাদী বৌদ্ধ ; এওঁলোক অন্যান্য টাই বৌদ্ধ জনজাতিতকৈ কলা-সংস্কৃতিৰ দিশত অধিক চহকী।

টাই খাময়াং বা নৰাসকল খামতিসকলৰ দৰেই আহোমসকলৰ অতি ওচৰ সম্বন্ধীয়। এওঁলোকো থেৰবাদী বৌদ্ধ।

ফাকিয়াল টুৰুং বা টাই-তুৰুং আদি টাই জাতিৰে এটা ঠাল আৰু ৰীতি-নীতিৰ ফালৰ পৰা খামতিসকলৰ প্ৰায় ওচৰচপা। খামতিসকলৰ দৰেই টাই-ফাকে, টাই-আইতন, টাই-তুৰুং আদি লোকৰ মাজত এতিয়াও নিজৰ মাত-কথা জীয়াই আছে।

"টাই-খাময়ংসকলক আকৌ অসমৰ থলুৱা মানুহে নৰা বা শ্যাম বোলে। তেওঁবিলাকক কিন্তু টাই ভাষাত থকা ঠাইৰ দ-বাম অনুসৰি 'মান-বাম আৰু মান-নই' বুলি কোৱা হয়। খামতিসকলৰ বৰ্ত্তমান বাসস্থান উত্তৰ-পূব সীমান্তৰ লোহিত আৰু টিৰাপ জিলা আৰু লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰ। একালত লক্ষীমপুৰ জিলাৰ ধেমাজিৰ চিচি ডিব্ৰু আৰু চেচাঁ নৈৰ পাৰৰ চৌকিটং আৰু জকাই অঞ্চল, লিডুৰ ওচৰৰ ম্যু-লাং আৰু চৈখোৱা অঞ্চলতো খামতি গাওঁ আছিল। টাই-ফাকেসকল মানৰ আক্ৰমণৰ পিছত নাম-চিক নৈৰ পাৰৰ পৰা উঠি দিহিঙৰ পাৰত দুভাগ হৈ বাস কৰিবলৈ লয়। উজনিত বৰ্ত্তমান মাৰ্ঘেৰিটাৰ ওচৰৰ বৰ ফাকিয়াল আৰু টিপাম-ফাকিয়াল গাওঁ অৱস্থিত।[৪]

নৰা, খাময়াং, আইতন আৰু তুৰুং সকলোৱেই পাটকাইৰ চৌকান গিৰিপথেদি আহে আৰু খামং বা বৰ্ত্তমান বিজয় নগৰ হৈ শদিয়াৰ ওলায়হি। খামতিসকলে শদিয়াক পাং-টেউ লা (পাং-চাপৰি; টেউ-ৰা; টিউ-ৰা, চুটীয়া) বা খামায়ংসকলে ম্যুং-টেউ-লা (ম্যুং-ৰাজ্য, দেশ; টেউ-লা-চুটীয়া) বুলিছিল। নৰা-খাময়াংসকলক আহোম ৰজা

কমলেশ্বৰ সিংহৰ দিনত (১৭৯৫-১৮১১) শিৱসাগৰৰ জিলাৰ তিতাবৰ-খৰিকটীয়া অঞ্চলত বসতি কৰিবলৈ দিয়ে। টুৰুং আৰু আইতনসকল ইংৰাজ আগমণৰ পিছতহে গোলাঘাট মহকুমাৰ অঞ্চল বিশেষত বাস কৰিবলৈ লয়। খামায়াংসকলৰ এটা অংশ পিছত শিৱসাগৰ মহকুমাৰ দিচাং নৈৰ পাৰৰ পৰা চিলাপথাৰ, ধেমাজি, চিচাংপানী, মহনপথাৰ আদিলৈ উঠি আহে। মানৰ আক্ৰমণৰ সময়ত উত্তৰ ব্ৰহ্মৰ শ্যান ৰাজ্যৰ পৰাও কিছুমান সৈন্য আহিছিল; তেনে এদল মানুহ অসমত বৈ যায় আৰু তেওঁবিলাক এতিয়াও গোৱালপাৰা আৰু গাৰোপাহাৰৰ জিলাত বসবাস কৰি আছে।[৫] বোধকৰোঁ অসমত টাই জাতিৰ তেজ থকা মানুহ পোন্ধৰ লাখ মান হ'ব।"[৬]

টাইসকলৰ মূল ধৰ্ম কি কোৱাটো কঠিন। চীনদেশত বসবাস কৰা কালছোৱাত তেওঁলোক তাওঁধৰ্মৰ অনুগামী আছিল। এই ধৰ্মৰ অনুগামী হিচাপে তেওঁলোকে এক পৰম শক্তিত বিশ্বাস আৰু আস্থা স্থাপন কৰিছিল। অৱশ্যে কনফুচিয়াচ ধৰ্মৰ নীতি আৰু আদৰ্শৰো কিছু প্ৰভাৱ তেওঁলোকৰ ওপৰত পৰিছিল।

টাইসকলৰ ওপৰত হীনযানী বা থেৰবাদী বৌদ্ধধৰ্মৰ প্ৰভাৱ অতি গভীৰ। বিশেষকৈ লাওচ, ভিয়েটনাম, থাইলেণ্ড, চীন আৰু ব্ৰহ্মদেশত বাস কৰা টাই মানুহেই হীনযানী বৌদ্ধধৰ্ম অনুসৰণ কৰা দেখা যায়। আহোমসকলে অসমলৈ আহি থলুৱা জনগোষ্ঠীৰ লগত মিলিজুলি থাকিবলগীয়া হোৱাত স্বাভাৱিকতেই তেওঁলোক হিন্দুধৰ্মৰ প্ৰতি আকৰ্ষিত হয়। অৱশ্যে অসমত বসবাস কৰাৰ কেইবাশ বছৰ পাছতহে তেওঁলোকে হিন্দুধৰ্ম গ্ৰহণ কৰে। বিশেষকৈ স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনৰ পৰা হিন্দুধৰ্মই ৰাজধৰ্ম হিচাপে স্বীকৃতি লাভ কৰে। ৰুদ্ৰসিংহৰ পিতৃ গদাধৰ সিংহই কিন্তু পৰম্পৰাগত ধৰ্মীয় বিশ্বাস আৰু মৌলিক ৰীতিকে মানি চলিছিল।

আহোমসকলে অতীজৰে পৰা কুল দেৱতা হিচাপে চোম দেৱতাক পূজা কৰিছিল। তেওঁলোকে চোমদেৱৰ উপৰিও লাংকুৰি বা বুঢ়া গোঁহাই, লেংডন বা ইন্দ্ৰ, খাওখাম আদি দেৱতাক পূজা কৰাৰ উপৰিও দেও-ভূত আদিত বিশ্বাস কৰিছিল।

হৰকান্ত বৰুৱা সদৰামীনৰ মতে চুদাংফা বা বামুনীকোঁৱৰৰ দিনতে আহোমসকল পোনপ্ৰথমে ব্ৰাহ্মণ্য হিন্দুধৰ্মৰ সংস্পৰ্শলৈ আহে আৰু আহোম ৰজাৰ ইষ্টদেৱতা চোমদেওৰ লগতে লক্ষ্মীনাৰায়ণ শালগ্ৰামেও ঠাই লয়।[৭] স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত হিন্দুধৰ্মৰ প্ৰভাৱ কিছু বৃদ্ধি পায় আৰু ৰজাই নিজেই ৰাজগৃহত দুৰ্গাপূজা অনুষ্ঠিত কৰিবৰ বাবে মৰঙিয়াল খনিকৰক কোচবিহাৰলৈ পঠিয়াই তাৰ পৰা প্ৰতিমা নিৰ্মাণ সম্পৰ্কীয় কৌশল আয়ত্ব কৰি আহিবৰ বাবে নিৰ্দেশ দিয়ে।

গতিকে দেখা যায় যে আহোম ৰাজত্বকালৰ শেষৰফালে হিন্দুধৰ্ম ৰাজধৰ্মৰূপে পৰিগণিত হয় আৰু শৈৱ আৰু শাক্ত পৰম্পৰাৰ লগতে বৈষ্ণৱ পৰম্পৰাৰ সমৃদ্ধি

আৰু বিকাশত আহোম ৰজাসকলে গুৰুত্বপূৰ্ণ উদ্যোগ গ্ৰহণ কৰে। অৱশ্যে, আহোমসকলৰ বাহিৰে টাই জনগোষ্ঠীৰ অন্যান্য ফৈদৰ লোকসকল মূলতঃ বৌদ্ধ ধৰ্মাৱলম্বী ; এই কথা আগতে উল্লেখ কৰি অহা হৈছে। কিন্তু আহোমসকলে ব্যাপক ৰূপত হিন্দুধৰ্ম গ্ৰহণ কৰিলেও তেওঁলোকৰ মাজত কেতবোৰ পৰম্পৰাগত ৰীতি-নীতি আৰু লোকাচাৰো বৰ্ত্তি থাকিল।

টাই ভাষা টাই জনগোষ্ঠীৰ নিজস্ব ভাষা আৰু ই অতি প্ৰাচীন ভাষা। অৱশ্যে সময়ৰ পৰিৱৰ্ত্তনৰ লগে লগে এই ভাষাটো ভালেমান পৰিৱৰ্ত্তন সূচিত হৈছে। 'উচ্চাৰণধৰ্মী টাই ভাষাৰ ধ্বনি-ব্যঞ্জনা অনুভূত হয়। মূলতে ভাৰতীয় লিপিৰ পৰা ওলোৱা ছটামান লিপি টাইভাষাত ব্যৱহৃত হয়। আখৰবিলাকৰ মূল জঁকাটোত সম্পূৰ্ণ সামঞ্জস্য আছে ; লিখাৰ ধৰণ বা ৰীতিহে সুকীয়া। থাইলেণ্ডত ব্যৱহৃত লিপিত সিংহলী লিপি আৰু পালি ভাষাৰ প্ৰভাৱ স্পষ্ট। শ্যানসকলৰ লিপি আৰু ভাষাত আকৌ মান আৰু কাচিন ভাষাৰ সাদৃশ্য আছে। পূৰ্বতে টাই লিপি আৰু লিখাৰ ধৰণ চীনালিপি আৰু লিখাৰ ধৰণৰ লগতে একে আছিল।'[৮]

আহোমসকলৰ মাজত 'বু-লান-জী' বা বুৰঞ্জী লিখাৰ পৰম্পৰা অতি পুৰণি। টাই আৰু অসমীয়া ভাষাত ৰচিত বুৰঞ্জীসমূহ টাই আহোমসকলৰ অসমীয়া সাহিত্যলৈ মহৎ দান। বুৰঞ্জীসমূহ ভাৰতীয় প্ৰাদেশিক ভাষাবোৰৰ ভিতৰতে একক আৰু অতুলনীয়। ছশ বছৰীয়া আহোমৰ ৰাজত্বকালত কেইবাশও বুৰঞ্জী ৰচনা কৰা হৈছিল। অসমৰ বুৰঞ্জীসমূহৰ বিষয়ে মন্তব্য কৰি সূৰ্যকুমাৰ ভূঞাই লিখিছে ঃ

"বুৰঞ্জীৰ কথা শুকান হাড়-ছাল নহয়; তাত ভাবৰ সমাবেশ আৰু আবেগৰ সৌৰভ লক্ষ্য কৰিব পাৰি। সেইদেখি এই বুৰঞ্জীসমূহক বুৰঞ্জীৰ শাৰীৰ পৰা আনি বিশুদ্ধ সাহিত্যৰ অংগীভূত কৰা হৈছে। বুৰঞ্জী আৰু সাহিত্যৰ এনে অপূৰ্ব সংগম বৃটিছ পূৰ্ব যুগৰ কোনো ভাৰতীয় ভাষাতে দেখিবলৈ পোৱা নাযায় বুলি ক'লেও সত্যৰ অপলাপ নহয়।"

আহোম যুগত সাধাৰণতে ৰজাঘৰীয়া পৃষ্ঠপোষকতাত ভালেমান সাহিত্য সৃষ্টি হৈছিল সত্ৰীয়া পৰম্পৰাৰ ধৰ্মীয় সাহিত্য আৰু দৈনন্দিন জীৱনৰ বাবে প্ৰয়োজনীয় ব্যৱহাৰিক সাহিত্য — এই উভয়বিধ সাহিত্যই অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছিল। আহোম স্বৰ্গদেউসকলৰ কেইবাগৰাকীও সাহিত্যৰ প্ৰতি অনুৰাগী আছিল বুলি বুৰঞ্জীত উল্লেখ আছে। স্বৰ্গদেউ জয়ধ্বজ সিংহ, ৰুদ্ৰ সিংহ আদি সাহিত্য-সংস্কৃতিৰ প্ৰতি বিশেষ অনুৰাগী ৰজা আছিল। ৰুদ্ৰসিংহই নিজে গীত ৰচনা কৰিছিল। এওঁৰ পৃষ্ঠপোষকতাতে কবিৰাজ চক্ৰৱৰ্ত্তীয়ে জয়দেৱৰ 'গীতগোবিন্দ' অসমীয়ালৈ ভাঙনি কৰে। 'ভাস্বতী', 'শকুন্তলা কাব্য', 'শঙ্খচূড় বধ' আদি চক্ৰৱৰ্ত্তীৰ উল্লেখযোগ্য গ্ৰন্থ। ইয়াৰ

বাহিৰেও অনন্ত আচাৰ্যৰ 'আনন্দ লহৰী', কবিচন্দ্ৰ দ্বিজৰ 'ধৰ্মপুৰাণ', ৰমানন্দ দ্বিজৰ 'বৃহৎ উষাহৰণ' আৰু সুকুমাৰ বৰকাঠৰ 'হস্তী বিদ্যাৰ্ণৱ' আদি আহোম ৰাজ পৃষ্ঠপোষকতাত ৰচিত কেইখনমান উল্লেখযোগ্য গ্ৰন্থ। ইয়াৰ লগতে বাগীশৰ 'নীতিলতাঙ্কুৰ', শ্ৰীকান্ত সূৰ্য বিপ্ৰৰ 'ৰামচৰিত মানস', লক্ষ্মীকান্ত দাসৰ 'কুমৰ হৰণ নাট', ধৰ্মদেৱ ভট্টৰ 'ধৰ্মোদয়', আদি বিভিন্ন গ্ৰন্থৰ উল্লেখ কৰিব পাৰি। ৰজাৰ লগতে ডা-ডাঙৰীয়াসকলেও গ্ৰন্থাদি ৰচনাত অনুপ্ৰেৰণা যোগোৱাৰ কথা বুৰঞ্জীত উল্লেখ আছে।

বুৰঞ্জীৰ বাহিৰেও টাই ভাষাত অনেক বৌদ্ধ গ্ৰন্থ আৰু অসমীয়া ভাষাত অনেক ব্যৱহাৰিক জ্ঞানৰ পুথি ৰচিত হৈছিল। এনে গ্ৰন্থৰ ভিতৰত ৰাজনীতি, জ্যোতিষ, নীতিশিক্ষা, চিকিৎসা, পূজাবিধি, গৃহনিৰ্মাণ পদ্ধতি ইত্যাদিৰ কথা উল্লেখ কৰিব পাৰি।

টাইসকল মূলতঃ কৃষিজীৱি। তেওঁলোকে ধানখেতি কৰিছিল আৰু প্ৰব্ৰজন কৰোঁতে ধানৰ সঁচো লগতে লৈ ফুৰিছিল। তেওঁলোকে বাওঁধান (বান-খাও-ব্ৰাই), শালিধান আৰু লাহিধানৰ খেতি কৰিছিল। অৱশ্যে শালিধানতকৈ লাহিধানৰ খেতি বেছিকৈ কৰিছিল। কাৰণ তাৰে তেওঁলোকৰ অতি প্ৰিয় লাওপানী প্ৰস্তুত কৰাটো সহজ। তেওঁলোকে খামতি শালি, আহোম শালি, নৰা বৰা আদি ধানৰ খেতি কৰিছিল আৰু সুন্দৰকৈ বাৰী পাতি তাত ফল-মূল, শাক-পাচলি আদিৰ খেতি কৰিছিল। বাৰীত তামোল-পাণ, লেতেকু, নাৰিকল, আম, কঁঠাল, পনিয়ল, কল আদি ৰুইছিল। আনহাতে দৈনন্দিন জীৱনত বাঁহৰ প্ৰয়োজন আছিল প্ৰচুৰ। সেয়েহে ঘৰুৱা প্ৰয়োজন অনুসৰি জাতি, ভলুকা, মোকাল, বিজুলি ইত্যাদি বাঁহৰ খেতি কৰিছিল।

ধানখেতি অসমীয়া তথা ভাৰতীয় সংস্কৃতিলৈ মংগোলীয় সভ্যতাৰ বিশিষ্ট দান। 'হুৰম জলপান' আৰু বৰা চাউলৰ পানীৰ ভাপত তৈয়াৰ কৰা এবিধ পিঠা আহোমসকলৰ খাদ্যসম্ভাৰৰ বিশেষ আপুৰুগীয়া সম্পদ।

বস্ত্ৰ উৎপাদনৰ বাবে তেওঁলোকে পলু পুহিছিল আৰু সেই উদ্দেশ্যে চোম, মেজাংকৰী, সোঁৱালু, পানচপা, কেছেৰু, এৰা আদি গছৰ খেতি কৰিছিল। আহোমসকলেই অসমত প্ৰথমে জলসিঞ্চন পদ্ধতিৰে আলি দি শালি খেতি কৰাৰ প্ৰথা আৰম্ভ কৰিছিল।

আহোমসকলে পূৰ্বতে ক'লা কাপোৰ পিন্ধিছিল। বুৰঞ্জীত আহোমসকলৰ বৰ্ণনা দিওঁতে লিখিছে — 'মানুহবোৰ লণ্ডামুণ্ডা, গাতো কলীয়া কাপোৰ।' এওঁলোকৰ ডা-ডাঙৰীয়া আৰু বিষয়াসকলে মৰ্যাদা অনুসৰি সাজ-পাৰ পৰিধান কৰিছিল। ঘাইকৈ মূৰত মৰা পাগ আৰু গাৰ চেলেং কাপোৰৰ মৰ্যাদা অনুসৰি বেলেগ বেলেগ আছিল। পাট মুগাৰ কাপোৰৰ ব্যৱহাৰ আছিল সৰ্বাধিক।

স্বৰ্গদেউ ৰুদ্ৰ সিংহই আকৌ বৈৰাগী কটকীৰ হতুৱাই ভাৰতৰ বিভিন্ন ঠাইৰ সাজ-পাৰ, পিন্ধন-উৰণৰ পদ্ধতি সংগ্ৰহ কৰাই সেইবোৰ ৰজাঘৰতো ব্যৱহাৰ কৰিছিল

আৰু প্ৰজাসকলকো তেনে সাজ-পাৰ ব্যৱহাৰৰ বাবে উৎসাহিত কৰিছিল। "আজিকালি কোনো ঠালৰ মানুহে মানদেশীয় আৰ্হিৰ সাজ-পাৰ পিন্ধিলেও একালত পুৰুষ-নাৰী উভয়ে 'পটলুং' (সোলোক-ঢোলোক পাইজামা) আৰু 'পট নয়' (জাঙিয়া) আৰু গাত দীঘল 'ফা-ছু' বা 'ছু' (চোলা) পিন্ধিছিল। মূৰত 'ফ-চৌ' (পাগুৰি) মাৰিছিল। পিছলৈ তিৰোতাই 'ফা-ছিন' বা 'ছি-ন' (মেখেলা) আৰু পুৰুষে 'ফা-ৰেম' (চুৰিয়া) বা 'ফা-নয়' (লুঙি) পিন্ধিছিল। পূৰ্বতে ক'লা ৰঙৰ কাপোৰহে ব্যৱহাৰ কৰিছিল। তেওঁবিলাকৰ মাজত 'ফা-চিত' (গামোছা), 'ফা-ডাই', 'ৰি-খাম' বা 'লাং-ৱাট' (ৰিহা), 'কা-বিন-বাই-বাম' (টঙালি), 'ছা-বিট-লাই-ভাও-খাম' (সোণৰ বুটা তোলা মেখেলা) আদিৰ ব্যৱহাৰ আছিল"।[৯]

সাধৰণতে পাটৰ ৰিহা-মেখেলা, চেলেং, মুগাৰ চোলা-চুৰীয়া, এৰীয়া চেলেং, চাদৰ আদি প্ৰচুৰভাৱে ব্যৱহৃত হৈছিল। আহোম যুগত মেজাংকৰী আৰু চঁপাপতীয়া কাপোৰৰ যথেষ্ট আদৰ আছিল। ভাল মানুহৰ তিৰোতাই সাধাৰণতে ৰিহা-মেখেলাহে পিন্ধিছিল ; শাৰী নিপিন্ধিছিল। সেয়ে আহোম ৰজালৈ কোচৰজাই চিঠিৰ লগত পঠোৱা শাৰী পাঁচখন দেখি আহোম ৰজাই মন্তব্য কৰিছিল — 'শাৰী ৫ খন যি আনিছ, আমাৰ দেশত যি খাৰ্চাই আছে, তাহাঁতেহে এই শাৰী পিন্ধে।'

টাইসকলে ধাতুৰ ব্যৱহাৰ জানিছিল। ইউনান আৰু ব্ৰহ্মদেশত বাস কৰাৰ সময়ৰ পৰাই তেওঁলোকে সোণৰ ব্যৱহাৰ জানিছিল। আহোমসকলে সোণ, ৰূপ আৰু তাম — এই তিনিওবিধ ধাতুৰ অলংকাৰ ব্যৱহাৰ কৰিছিল 'পুৰুষে হাতত আঙুঠি, ডিঙিত শিলিখামণি, মতামণি, কাণত কৰিয়া আৰু লোকাপাৰ, বাহুত বাজু পিন্ধিছিল। তিৰোতাই সকলো অংগতে অলংকাৰ পিন্ধিছিল। এনে লাগে আহোম যুগৰ এগৰাকী সম্ভ্ৰান্ত তিৰোতাৰ গাত কুৰি-ডেৰকুৰি তোলা সোণ ওলমি আছিল। অলংকাৰো উকা, বাখৰুৱা, বাখৰপতা, মিনাকৰা, হীৰা-পতোৱা আদি ভাগত ভাগ কৰিব পাৰি।[১০]

সামাজিক ৰীতি-নীতিৰ ক্ষেত্ৰত টাইসকলৰ মাজত ৰক্ষণশীলতাৰ প্ৰাধান্য আছিল অধিক। তেওঁলোকৰ মাজত বংশগতভাৱে ডাঙৰজন সদায়ে সন্মানীয় আছিল।

টাইসকলৰ দিয়ন-থোৱনৰ ক্ষেত্ৰতো কেতবোৰ সামাজিক ৰীতি পৰিলক্ষিত হয়। সাধাৰণতে তিৰোতাই বয়সীয়া বা সন্মানীয় ব্যক্তিক হাতে হাতে কোনো বস্তু নিদিয়ে, বহি বা আঠু কাঢ়ি দিয়ে ; খাবলৈ দিওঁতে মাননীয়জনক সেৱা কৰা ৰীতি প্ৰচলিত।

বিবাহৰ ক্ষেত্ৰত চকলং বিবাহৰ ৰীতি অতি পুৰণি আৰু বৈশিষ্ট্যপূৰ্ণ। সম্ভ্ৰান্ত টাইসকলে সাধাৰণতে চকলং পদ্ধতিৰে বিয়া পাতে। আনকি ৰজায়ো চকলং পদ্ধতিৰে বিয়া পাতিছিল। আহোম বিবাহ পদ্ধতিত দৰা-কন্যাই একেলগে পুৰোহিত (চাও-মন)ৰ

পৰা সৈভিভ্যধৈদা গ্ৰহণ কৰাটো অতি পবিত্ৰ ধৰ্ম হিচাপে বিবেচিত হৈ আহিছে। 'দৰা-কন্যাই সমাজৰ মাননীয় সকলক সেৱা কৰি মান ধৰাটো একান্ত কৰ্ত্তব্য। মিতিৰ আৰু মাননীয়জনক ভাত-পানী, জা-জলপান দিওঁতে বানকাঁহী আৰু কাঁহীৰ ওপৰত বাটি দি শৰাই ঢকাৰে ঢাকি দিয়াটো নিয়ম।'[১]

বিয়াত বুৰঞ্জী কোৱা প্ৰথাৰ প্ৰচলন আছে। আহোম ৰীতি অনুসাৰে বৰ-কন্যা উভয় পক্ষৰ সাত পুৰুষৰ বুৰঞ্জী আৰু বংশাৱলী কোৱাকুই কৰিব লাগে।

টাইসকল যুঁজাৰু জাতি ; তেওঁলোক সাহসী, যুদ্ধবিদ্যাত নিপুন আৰু বিক্ৰমশালী। আহোম ৰাজত্বকালত দেশৰ প্ৰায় সকলো প্ৰাপ্তবয়স্ক লোকক যুদ্ধৰ বাবে প্ৰশিক্ষণ দিয়া হৈছিল। তেওঁলোকক দা, যাঠি, বৰছা, বাৰুদ ধেনু-কাড় আদিৰ লগতে নাওবোৱা, গড় বন্ধা আদিৰো প্ৰশিক্ষণ দিয়া হৈছিল। দেশত তেনে বেতনভোগী সৈন্যবাহিনী নাছিল।

যুদ্ধৰ বাবে তেওঁলোকে ধাতুৰে হিলৈ, বৰটোপ, হেংদান আদি তৈয়াৰ কৰিছিল আৰু সেইবোৰ যুদ্ধৰ অস্ত্ৰহিচাপে ব্যৱহাৰ কৰিছিল।

যুদ্ধত সহায় কৰিবৰ বাবে বিভিন্ন খেলৰ সৃষ্টি কৰা হৈছিল। এনে খেলৰ ভিতৰত ধেনুচোঁচা, কাঁড়চোঁচা, যাঠিপতীয়া, বাৰুৱতী, দা-ধৰা, হিলৈদাৰী, খাৰঘৰীয়া, বৰছাধৰা, নাওশালীয়া, নাওবৈছা, কাঁড়ী, শিলাকটীয়া, আদিয়ে প্ৰধান।

যুদ্ধ-বিগ্ৰহ সম্পৰ্কীয় যিকোনো গুৰুত্বপূৰ্ণ সিদ্ধান্তৰ বাবে ৰজাই ৰাজহুৱা মেল আহ্বান কৰি ৰাজহুৱা অনুমতি ল'ব লাগিছিল।

নৌ-বাহিনী আহোম যুগৰ যুদ্ধ-ব্যৱস্থাৰ অপৰিহাৰ্য অংগৰূপে বিবেচিত হৈছিল। যুদ্ধৰ বাবে গড় নিৰ্মাণ কৰাটো আহোম যুদ্ধ-ব্যৱস্থাৰ এটা উল্লেখযোগ্য বিষয় আছিল।

কৃষিজীৱি-আহোমসকলৰ মাজত বিভিন্ন কৃষি উৎসৱৰ প্ৰাধান্য লক্ষ্য কৰা যায়। বহাগ বিহুৰ সময়ত দ-খেতিত নামিবৰ বাবে পালন কৰা 'পয়-চাং-কেন' বা 'পয়-চায়-নাম' উৎসৱটো অসমৰ বহাগ-বিহুৰ সৈতে একেই।

অসমৰ হুচৰিৰ দৰেই ব্ৰহ্মদেশৰ 'পয়-চাং-কেন'ৰ সময়ত গীত গাই বাদ্য বজাই বাটে বাটে পৰিভ্ৰমণ কৰে আৰু গৃহস্থসকলে তেওঁলোকক সেৱা জনাই আশীৰ্বাদ গ্ৰহণ কৰে। প্ৰাকৃতিক দুৰ্যোগৰ পৰা নিস্তাৰ লাভৰ লগতে শস্যৰ উৎপাদন বৃদ্ধিৰ উদ্দেশ্যে তেওঁলোকে পূৰ্বপুৰুষসকলক প্ৰাৰ্থনা জনায়।

"আহোমসকলে শিৱক যদিও পূজা কৰিছিল, সৰ্বসাধৰণে বুঢ়াগোঁসাই বা বুঢ়া-ডাঙৰীয়া হিচাপে মাথোন মান ধৰিছিল, কিন্তু অহিন্দু-আহোমসকলৰ আটাইতকৈ শ্ৰেষ্ঠ দেৱতা আছিল লেংডন্। তদুপৰি দেৱ-দেৱী হিচাপে সুকীয়া নামত লক্ষ্মী আৰু

সৰস্বতীকো পূজা কৰিছিল। আহোম গাঁৱত আজি-কালিও বিশেষ পদ্ধতিৰে লখিমী সবাহ পাতে। লাখিমী বা লক্ষ্মীক খাওাম বোলে। খাওখাম জলৰ আৰু শইচৰ দেৱী।"[১২]

আহোম ৰাজত্বকালত চিত্রবিদ্যাৰ নিয়মীয়া চৰ্চা হৈছিল। পুৰণি সাঁচিপতীয়া পুথিসমূত সংৰক্ষিত হৈ থকা চিত্ৰসমূহে আহোম যুগৰ চিত্রবিদ্যাৰ প্রণালীবদ্ধ অনুশীলনৰ পৰিচয় দিয়ে। "প্রকৃতপক্ষে মধ্যযুগীয় অসমৰ প্রথম পুথিচিত্রসমূহ টাই ভাষাৰহে। টাই-আহোম ভাষাৰ সাঁচিপাতৰ চিত্রসমূহ চাই অনুমান কৰিব পাৰি যে অসমলৈ অহাৰ পূৰ্বৰে পৰা টাইসকলৰ মাজত পুথিচিত্ৰৰ চৰ্চা আছিল আৰু চাওলুং-চুকাফা অসমলৈ আহোঁতেই লগত এনে পুথি লৈ আহিছিল। আনকি তাৰ পাছতো বৰ্মাৰ শ্বান প্রদেশৰ টাইসকলৰ পৰা টাই ভাষাৰ চিত্ৰপুথিৰ আমদানি হোৱাৰ সম্ভাৱনা আছে।[১৩]

অসমত আহোম ৰাজত্বকালত হেঙুল-হাইতালেৰে চিত্রিত বিভিন্ন সাঁচিপতীয়া পুথি পোৱা হৈছে। ড° মহেশ্বৰ নেওগে বালিসত্ৰত পোৱা দশম স্কন্ধ ভাগৱতৰ সাঁচিপতীয়া পুথিখনকে সচিত্র পুথিৰ অন্যতম প্রাচীন নিদৰ্শন বুলি মন্তব্য কৰিছে। অৱশ্যে, ইয়াৰ ৰচনাকাল সম্পৰ্কত কিছু মতভেদো নোহোৱা নহয়।

আহোম যুগত অসমত এটি-স্বকীয় স্থাপত্য ৰীতিয়ে গঢ় লৈ উঠিছিল। ৰংপুৰৰ ৰংঘৰ, তলাতল ঘৰ, শিলসাকোঁ আৰু গড়আলি আদিয়ে সেই যুগৰ স্থপতি বিদ্যাৰ নিদৰ্শন ডাঙি ধৰে।

আহোম ৰজাৰ কাৰেংঘৰ, পাটঘৰ, শিঙৰীঘৰ আৰু হোলোংঘৰ আদি দুমহলীয়াকৈ সজা হৈছিল। 'ৰুদ্রসিংহ স্বৰ্গদেৱে ৰংপুৰ নগৰৰ পকী ঘৰ-দুৱাৰ নিৰ্মাণ কৰিবলৈ কোচবিহাৰৰ পৰা ঘনশ্যাম খনিকৰ নামেৰে এজন কাৰিকৰ আনাইছিল সঁচা, কিন্তু প্রকৃততে গঢ় দিছিল অসমীয়া বনুৱাইহে। ৰংঘৰৰ চালখন পুৰণি দুটুপীয়া আৰ্হিৰ। তদুপৰি ঘৰ-দুৱাৰ, দলং-সাঁকো তৈয়াৰ কৰিবলৈ যিবোৰ বস্তু ব্যৱহাৰ কৰিছিল, আটাইবোৰ থলুৱাভাৱে সংগ্রহ কৰা হৈছিল। পকীঘৰৰ বাবে শিল-ইটা ব্যৱহাৰ কৰা হৈছিল। এই শিল নগা পৰ্বতৰ পৰা সংগ্রহ কৰি বিভিন্ন আকাৰত কাটি লৈছিল। ঘৰ আৰু মন্দিৰৰ ভেটিত শিল আৰু গাঁথনি কৰিবলৈ চটীয়া শিল ব্যৱহাৰ কৰিছিল। শিলাকুটিৰ হাতৰ পৰাশত চটীয়া শিলবোৰত দেৱ-দেৱী, জীৱ-জন্তু, গছ-লতা সজীৱ হৈ উঠিছিল। কেতিয়াবা ইচলাৰ পাছত সিচলালৈ লতাবোৰ বগাই গৈছিল। চটীয়া শিলবোৰ কৰাল দি গাঁথনি কৰি সজাই নিয়া হৈছিল।[১৪]

আহোম ৰজাৰ মৈদামসমূহ এই যুগৰ স্থপতি বিদ্যাৰ উল্লেখযোগ্য নিদৰ্শন। উজনি অসমৰ চৰাইদেওকে ধৰি বিভিন্ন ঠাইত মৈদাম নিৰ্মাণ কৰা হৈছিল।

আহোম যুগৰ ভাস্কৰ্য্য প্ৰাক-আহোম যুগৰ ভাস্কৰ্য্যতকৈ কিছু খহটা। অৱশ্যে জয়সাগৰ জয়দ'ল আৰু জয়সাগৰ দ'লৰ বেৰৰ ভাস্কৰ্য্যত উচ্চ খাপৰ শৈল্পিক দক্ষতা আৰু সূক্ষ্ম কৌশলৰ পৰিচয় পোৱা যায়।

এই যুগত নিৰ্মিত 'খাট-পালেং, চালপীৰা, নৰাপীৰা, তামুলীপীৰা, সিংহাসন, মুখা, মূৰ্ত্তি, শৰাই, পেৰা, সৰ্ফুৰা আদি কুন্দত কাটি নানা চানেকীৰে সজাৰ উপৰিও তাৰ ওপৰত ৰং-ৰহণ লগাই আৰু ধুনীয়া কৰি চুলিছিল। চ'ৰা নাও, বাচৰু, হয়কলি, মগৰী নাও আদিৰো বাহিৰফালে খোদাই কৰি হেঙুল-হাইতাল লগাই জিক্‌মিকীয়া কৰিছিল। কেঁকোৰা-দোলা, পাৰ্হি দোলা আদিৰ নালডালত চৰাই, জন্তু আদি কাটি-উলিওৱাৰ উপৰিও দোলাখনৰ কাষতো লতা-ফুল কাটি সোণ খটুওৱা হৈছিল। কাঠেৰে নিৰ্মিত পাটঘৰ, হোলোংঘৰ, শিঙৰি ঘৰ, কাৰেং বাট চ'ৰা, বৰমেলৰ বৰঘৰ আদিৰ চ'টি, খুঁটা, দুৱাৰ আদিত নানা তৰহৰ ফুল-পাত কাটি সুন্দৰ কৰা হৈছিল। ৰজাঘৰৰ সমান্তৰালভাৱে সত্ৰসমূহতো কাঠ-খোদাই ভাস্কৰ্যই গা-কৰি উঠিছিল।[১৫]

আহোম যুগত নিৰ্মাণ কৰা পোৰামাটিৰ ভাস্কৰ্য্যসমূহ সাংস্কৃতিক দিশৰ পৰা অতি গুৰুত্বপূৰ্ণ। পোৰামাটিৰ ভাস্কৰ্য্যৰ এটি আপুৰুগীয়া নিদৰ্শন হৈছে নাতি গোঁসাইৰ দ'লটো।

অসমৰ সংগীতৰ পৰম্পৰা অতি প্ৰাচীন। স্বৰ্গদেউ ৰুদ্ৰসিংহ নিজেই এগৰাকী সংগীতানুৰাগী আছিল আৰু তেওঁৰ দিনতেই অসমৰ থলুৱা সংগীতৰ লগতে উত্তৰ ভাৰতীয় শাস্ত্ৰীয় সংগীতেও ৰাজকীয় স্বীকৃতি আৰু পৃষ্ঠপোষকতা লাভ কৰিবলৈ সক্ষম হয়। প্ৰকৃততে তেওঁৰ দিনতেই অসমীয়া সংগীতে বহুমুখী বিকাশ লাভ কৰে।

"ৰুদ্ৰসিংহৰ দিনতেই থলুৱা গীত-মাতৰ চৰ্চা অব্যাহত ৰাখিবলৈ গায়নৰ-বৰুৱা বুলি এটা বিষয় সৃষ্টি কৰি তেওঁৰ অধীনত ঢুলীয়া, খুলীয়া, মৃদংগীয়া, নেগেৰীয়া, কালীয়া, খুটি-তালীয়া, নাচনিয়াৰ, বিয়াহ-গোৱা, বীণোৱা, পদ-গোৱা আদি খেল পাতি দিছিল। ৰজা ভ্ৰমণত গ'লে ঢুলীয়া-খুলীয়াই আগে আগে ঢোল-খোল বজাই যোৱাৰ ৰীতি আছিল। তদুপৰি ৰজা ৰুদ্ৰসিংহই গছতলৰ বিহু মাতি আনি বঁটা-প্ৰসাদ দি উৎসাহিত কৰিছিল। তেতিয়াৰে পৰা ৰাজ্যৰ বিভিন্ন ঠাইৰ হুচৰি আহি ৰজাঘৰত হুচৰি গোৱাৰ নিয়ম প্ৰচলিত হয়।[১৬]

এই যুগতেই বিভিন্ন বেলাড-ধৰ্মী গীতি-সাহিত্যৰ সৃষ্টি হোৱা বুলি অনুমান কৰিব পাৰি। আহোম স্বৰ্গদেউসকলে সত্ৰীয়া-সংস্কৃতিৰ বিকাশতো আত্মনিয়োগ কৰিছিল আৰু এই উদ্দেশ্য 'নাচনিয়াৰ' খেল পাতি দিছিল।

আহোম ৰাজ-পৃষ্ঠপোষকতাত ভালেমান অঙ্কীয়া নাট ৰচিত আৰু অভিনীত হৈছিল। তাৰ লগে লগে ওজাপালি, দেওধনি, আৰু সত্ৰীয়া নৃত্যয়ো জনপ্ৰিয়তা লাভ কৰিছিল।

আহোম যুগত অসমৰ খাদ্য-তালিকাত ভালেমান নতুন খাদ্য-সম্ভাৰ সংযোজিত হৈছিল। ভাতেই প্ৰধান আহাৰ হ'লেও নানা ধৰণৰ জা-জলপানৰো প্ৰচলন আছিল। তেওঁলোকে ভাতৰ লগত বিশেষ দৰৱ সানি লাওপানী তৈয়াৰ কৰিছিল আৰু সকাম-নিকাম, উৎসৱ, পাৰ্বণ, আৰু অতিথি সৎকাৰ আদি সকলো কামতে ইয়াক দৈনন্দিন ব্যৱহাৰ কৰিছিল।

"মেটেকা, মেচাকী, মেজেংগা, নেফাফু, চেংমৰা, শিলকচু, বাঘ-আঁচোৰা, নলটেঙা, উৰিয়াম, কুঁহি, ভেদাইলতা, মচন্দৰি, টিকনি বৰুৱা আদি বনৰীয়া গছ-বন লতা পাতো আহাৰৰ লগত খাইছিল। শুকান খৰিছা, আৰু পকা-খৰিছাৰ বহুল ব্যৱহাৰ আছিল। ফল-মূল প্ৰচুৰ পৰিমাণে খাইছিল। আম, কঠাল, মধুৰি, ৰবাব টেঙা, বৰ টেঙা, চকলা, টেঙা, সুমথিৰা টেঙা, বনপিঠা, কোটকোৰা গুটি, লেতেকু, পনিয়ল, নানা তৰহৰ ফল খাইছিল। মিৰি আলু, গৰিয়া আলু, চীনা আলু, আদা আলু, কুৰঁৰী আলু, জপৰা আলু, আদি ঘৰত খেতি কৰা আলুৰ বাহিৰেও কিছুমান বনৰীয়া আলু হাবিৰ পৰা খান্দি আনি খাইছিল। তেলত ভজা বস্তুতকৈ পোৰা, খৰিকাত দিয়া, টেঙা দিয়া, খাৰ তিতা, আদিৰ ব্যৱহাৰ অধিক আছিল। শোকোতা, তিতাকচি, ভেকুৰি, নেফাফু আদি তিতা খাইছিল। কেৰেলা, বেঙেনা, জলকীয়া, লাই-লফা আদি সাধাৰণ শাক-পাচলি আছিল। আজিকালি ফকৰা-যোজনা ডাকৰ বচনত পোৱা জুতি বুধিৰ সৰহভাগ তালিকা এই যুগৰে।"[১৭]

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, মংগোলীয় জনগোষ্ঠীৰ আহোমসকলৰ সুকীয়া ভাষা-সাহিত্য,ধৰ্ম আৰু সংস্কৃতি থকা সত্ত্বেও তেওঁলোকে তাকে খামোচ মাৰি ধৰি নাথাকি উদাৰ দৃষ্টিভংগীৰে থলুৱা মানুহৰ ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমীয়া সংস্কৃতিৰ বৰভেটি নিৰ্মাণ কৰিছিল। টাই-আহোমসকলে মংগোলীয় সংস্কৃতিৰ কেইপদমান বস্তু আনি অসমীয়া সংস্কৃতি চহকী কৰাৰ উপৰিও অসমৰ ভাষা-সাহিত্য, চিত্ৰকলা, ভাস্কৰ্য, স্থাপত্য আদি সকলোতে উল্লেখযোগ্য বৰঙণি যোগাইছিল।

## সহায়ক গ্ৰন্থ


১. Eberhard, Wolfram : History of China, p-9
২. গগৈ, লীলা ঃ টাই সংস্কৃতিৰ ৰূপৰেখা, পৃ. ৩
৩. Gogoi P : The Tai and Tai Kingdom, p-5
৪. ৰাজকুমাৰ, সৰ্বানন্দ ঃ অসমৰ জনজাতি, পৃ. ১১৪
৫. Gohain, U.N. : A short Notes on the Tai, P-4
৬. গগৈ, লীলা ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৫
৭. সদৰামীন, হৰকান্ত বৰুৱা ঃ অসম বুৰঞ্জী, পৃ. ১৮
৮. গগৈ, লীলা ঃ টাই সংস্কৃতিৰ ৰূপৰেখা, পৃ. ৮
৯. গগৈ, লীলা ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১০-১১
১০. গগৈ, লীলা ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৬৮
১১. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৩
১২. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৮৭
১৩. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৬৫
১৪. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৪৮-৪৯
১৫. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৫০
১৬. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৬৫
১৭. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৭১


'অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ ৰূপৰেখা'ৰ পৰা পুনমুদ্ৰিত।

*ডঃ প্ৰফুল্লকুমাৰ নাথ, গুৱাহাটী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ চিলেকচন গ্ৰেড অধ্যাপক।*

# গাৰোসকলৰ উৎসৱ-পাৰ্ব্বণ আৰু ধৰ্মীয় ভাৱনাৰ এটি অৱলোকন

— ডঃ হৰকুমাৰ নাথ

উত্তৰ পূব ভাৰতৰ এটি অনন্য পাহাৰীয়া জনজাতি হ'ল গাৰো জনজাতি। মেঘালয়ৰ গাৰোপাহাৰ জিলা, অসমৰ গোৱালপাৰা আৰু ধুবুৰী জিলা গাৰো সকলৰ বাসস্থান। ইয়াৰ উপৰিও বৰ্তমানৰ বাংলাদেশতো বহু সংখ্যক গাৰো লোক বাস কৰি আহিছে। কিছু সংখ্যকে ভগনীয়া হৈ বাংলাদেশ এৰি বৰ্তমান দক্ষিণ কামৰূপ, গোৱালপাৰা জিলা আৰু গাৰোপাহাৰ জিলাত সংস্থাপিত হৈছে।

গাৰো সকলে নিজকে আচিক মান্দে (আচিক পাহাৰ বা পৰ্বত, মান্দে মানুহ) বোলে। গাৰোসকলৰ কেবাটাও ভাষিক প্ৰশাখা হ'ল ঃ ১। আৱে বা আখৱে (The Awes or Akawes) ২। মাৎচি (The Matchi) ৩। চিচাক (Chisak) ৪। আবেং বা আমবেং (The Ambeng) ৫। গাৰো গানচিং (The Garo Ganching) ৬। আটং (The Atang) ৭। ৰুগা (The Ruga) ৮। মেগাম (The Magum) ৯। চিবক (The Chbok) ১০। মাটজ্যাংচি (The Matjangechi) ১১। মাতাবেং (Matabeng) ১২। কাচু (Kochus)

গাৰোসকলৰ আদিম বাসস্থান সম্পৰ্কে এতিয়ালৈকে সৰ্বশেষ তথ্য পোৱা হোৱা নাই। তথাপি অনুমান কৰিব পাৰি তেওঁলোকৰ আদিম বাসস্থান তিব্বত। এই সম্পৰ্কে গাৰোসকলৰ মাজত অনেক কাহিনী প্ৰচলিত হৈ আছে। গাৰোসকলৰ বিষয়ে মেজৰ প্লেফেয়াৰে এইদৰে কৈছে ঃ

> "Language alone is no proof of race, and little value can be attached to the vocabulary by itself. The Garo customs and beliefs, which I think must owe their origin to the land from which they chain to have come. One of the most remarkable of this is that, although the animal can never have been seen by them the yak is well known by tradition to the Garos. Yaks' tails are in great request among them and are used in certain dances, such as the Gurelauta."।

গাৰোসকল তিব্বত-বৰ্মীয় ভাষাগোষ্ঠীৰ অন্তৰ্গত বুলি ভাষাতাত্ত্বিক পণ্ডিতসকলে মত পোষণ কৰে। ত্ৰিপুৰাৰ এভাগ, উত্তৰ কাছাৰ পাহাৰ আৰু অসমৰ ভৈয়াম অঞ্চলৰ জনজাতীয় মানুহৰ সৈতে এওঁলোকৰ ভাষাগত সম্বন্ধ নিগূঢ়।

গাৰোসকলৰ সাংস্কৃতিক পোছাক হ'ল এওঁলোকৰ পুৰুষসকলে গাৰ ওপৰত চোলা আৰু হাতে বোৱা চুটি গামোছা লেংটি মাৰি পিন্ধে। মূৰত ওপৰ ভাগ উদং কৰি ৰাখি একোটি পাগুৰি মাৰে। তিৰোতা সকলে পিন্ধা কাপোৰক 'ৰিকিং' বুলি কোৱা হয়। কান্ধত বগা বা নীলা শ্বাল এখন লোৱা দেখিবলৈ পোৱা যায়। কঁকালৰ ওপৰ অংশত পুৰুষৰ দৰে এটি টপ পিন্ধে। বৰ্তমান শিক্ষা গ্ৰহণ কৰা গাৰো মহিলাসকল পিন্ধনত যথেষ্ট সুৰুচিবোধৰ পৰিচয় দাঙি ধৰে। কেৰু বা মণি পুৰুষ বা মহিলা উভয়ৰে বৰ আদৰৰ বস্তু। উৎসৱ আদিত নৃত্য কৰোঁতে উভয়ে মূৰৰ পাগুৰী চৰাইৰ পাখিৰে ধুনীয়াকৈ সজায় আৰু হাতত পিতল বা ৰূপৰ খাৰু পিন্ধে। নোকমাই (গাঁৱৰ মুখিয়াল) হাতৰ কিলাকুটিৰ ওপৰত লোৰ গধুৰ আঙুঠি পিন্ধে। ইয়াক 'জেকৃশীল' বোলা হয়। কঁকালত মণিৰে শোভিত এডাল মেৰবান্ধ মাৰে। হাতত ঢাল আৰু লাঠি লোৱা দেখা যায়।

গাৰোসকল সাধাৰণতে কৃষিজীৱী। উত্তৰ পূব ভাৰতৰ অইন জনজাতিসকলৰ দৰে এওঁলোকেও ঝুম খেতি কৰে। পাহাৰৰ নামনি অঞ্চলত বৰ্তমান তেওঁলোকে ঝুম খেতিৰ পৰিবৰ্তে ধান, মাটি ক'ঠাল, কল, কমলা, কপাহ, অমিতা, কচু, আদা, আদিৰ খেতি কৰে।

ভাত এওঁলোকৰ প্ৰধান খাদ্য। এওঁলোক আমিষভোজী। জীৱ জন্তুৰ মাংস এওঁলোকৰ বৰ প্ৰিয়। তেওঁলোকে বিভিন্ন ধৰণৰ জীৱ-জন্তু পোহে আৰু ইয়াৰ মঙহো ভক্ষণ কৰে। শুকান মাছ 'নাকাম' এওঁলোকে সাঁচি ৰাখি খায়। এওঁলোকে চাউল বা যৱ ধানেৰে তৈয়াৰ কৰা মদ (চু) খায়। পুৰুষ মহিলা উভয়ে একেলগে বা সমজুৱা ভাৱেও মদ্যপান কৰে।

উৎসৱ-পাৰ্বন আদিত এওঁলোকে নৃত্য প্ৰদৰ্শন কৰে। এওঁলোকৰ কৃষি উৎসৱ ওৱানগালা। এই উৎসৱত এওঁলোকে ওৱানগালা নৃত্যৰ বিভিন্ন বাদ্য যন্ত্ৰৰ ব্যৱহাৰ কৰে।

উৎসৱ পাৰ্ব্বন বা নৃত্যৰ লগত পৰিবেশন কৰা বিভিন্ন বাদ্যযন্ত্ৰ সমূহ হ'ল ঃ ইলেপ, অটেক্ৰা, অলঙ্মা, ডাখক আদি চাৰিবিধ বাঁহেৰে সজা বাঁহী। তদুপৰি আদিল (মহৰ শিঙৰ পেঁপা), চিঙ্গা (সম্পূৰ্ণ মহৰ শিঙৰ পেঁপা), খ্ৰাম দামা (ঢোল), গ্ৰাম নাটিক দামা (ঢোল), দামা দলচঙ (ডবা) ৰাং বা গঙ (এবিধ পিতলৰ বাদ্যযন্ত্ৰ), চাৰেন্‌দা, ডিমচাৰেঙ (বেতেৰে তৈয়াৰী বাদ্য), চিৰিঙ (চুঙাবাদ্য), গঙনা বা মাতগঙ (গগনা সদৃশ বাদ্য), আদি প্ৰধান।

খৃষ্টীয়ান ধৰ্ম গ্ৰহণ কৰাৰ পূৰ্বতে গাৰোসকল অন্যান্য প্ৰাকৃতিক উপাসক সকলৰ দৰে এওঁলোকেও প্ৰকৃতিৰ উপাসক আছিল। এওঁলোকৰ ধৰ্মীয় বিশ্বাস সম্পৰ্কে মেজৰ-এ, প্ৰেফেয়াৰে কৈছে—

> "Like all animistic religions, that of the Garos consists of the belief in a multitude of beneficent and malevolent sprits. To some is attributed the creation of the world, to others the control of natural phenomena; and the destinies of man from birth to death are governed by a host of divinities whose anger must be appeared by sacrifice and whose good offices must be entreated in like manner."

গাৰোসকল প্ৰকৃতিৰ প্ৰতিটো শক্তিৰ আঁৰত একোগৰাকী দেৱতাৰ অধীনত কাৰ্য পৰিচালনা হোৱা বুলি বিশ্বাস কৰে। সেই দেৱ-দেৱীসকল হ'ল ঃ

ততৰা-ৰাবুগা ঃ ততৰা ৰাবুগাই হ'ল বিশ্বৰ সৃষ্টিকৰ্তা। এওঁৰ কথামতেই দুটি প্ৰধান শক্তি নষ্ট নপান্তু আৰু মচিয়ে পৃথিৱী সৃষ্টি কৰে। এই গৰাকী সৰ্বশক্তিমানৰ নিৰ্দেশমতেই পৃথিৱীৰ সকলো বস্তু, জীৱ-জন্তু বৰ্তি থাকে। এওঁৰ পৰিষদ বৰ্গৰ দ্বাৰা পৃথিৱীৰ কল্যাণৰ হকে কাম কৰা হয়। ক'লাজৰকে আদি কৰি অসুখ বা বেমাৰৰ পৰা মানুহক উদ্ধাৰ কৰা হয়। এই গৰাকী দেৱতাক অন্য আঠটি নামেৰেও জনা যায়। যেনে— স্তুৰা-পন্তুৰা, জুপজিনি-জিপ্জানা, কুৰাদক-কুৰাপিন, চাগুচি-গংওগংৰিপিপা,বুলগিপ-ইমবংগিপা, অজন্জান-বুলজনজান, ছেকিৰা-বিলৰা আৰু জামানক-গিপা-জাঙিনি বিআম্বি। এই গৰাকী দেৱতাৰ পূজা অৰ্চনা বৰ ব্যয়বহুল। এটা ষাড় গৰু, এটা ছাগলী, এটা কুকুৰা চৰাই উচৰ্গা কৰা হয়। তদুপৰি দুদিনৰ মদ আৰু ভাত উচৰ্গা কৰা হয়।

চোৰাবুদি ঃ চোৰাবুদি শস্যৰ দেৱতা। শস্য ঘৰলৈ চপাই অনাৰ আগলৈকে এই গৰাকী দেৱতাই ৰক্ষণাবেক্ষণ দিয়ে। প্ৰথম শস্য ভক্ষণ কৰাৰ আগতে এই গৰাকী দেৱতাৰ উদ্দেশ্য পোনতে কিছু আগবঢ়াইহে খাব লাগে। এওঁ ততৰা-ৰাবুগাৰ কৰ্মচাৰী। ততৰা-ৰাবুগাৰ উদ্দেশ্যে আগবঢ়োৱা উপচাৰৰ লগতে চোৰ বুদি লৈ এটি গাহৰি উপচাৰ ৰূপে আগবঢ়োৱা হয়।

নোষ্টু-নোপান্তু ঃ নোষ্টু নোপান্তু নামৰ দেৱী গৰাকীয়ে পৃথিৱীৰ মানুহৰ কোনো ক্ষতি নকৰে। তেওঁ অইন এগৰাকী দেৱতা মচি (Machi) ৰে সৈতে লগ লাগি পৃথিৱী ৰক্ষণাবেক্ষণ দিয়ে। এই দুয়ো গৰাকী দেৱতা মানুহৰ ক্ষতিকাৰক নহয় বাবে কোনো উপচাৰ আগবঢ়োৱা নহয়।

**ছলজোং ঃ** এই গৰাকী কৃষিৰ উৎপাদিকা শক্তিৰ গৰাকী। এওঁ সূৰ্যৰ প্ৰতিনিধিত্ব কৰে। সমুদায় ফচল এই গৰাকী দেৱতাই তত্ত্বাৱধান কৰে। এওঁৰ আনুগত্যৰ অবিহনে কোনো মানুহেই ফচল পাব নোৱাৰে। গাৰো সকলৰ প্ৰধান উৎসৱ ওৱান্‌গালা এই গৰাকী দেৱতাৰ অৰ্চনাৰ বৰেই পালন কৰা হয়। কিন্তু প্ৰকৃততে গাঁৱলীয়া এই উৎসৱ আৰম্ভ হোৱাৰ পূৰ্ব্বেই পথাৰত উপাচাৰ আগবঢ়োৱা হয়। এটি কুকুৰা কাটি তাৰ তেজখিনি বলিশালত লগোৱা হয় আৰু অকণমান নিজে তৈয়াৰ কৰা মদ সন্মুখৰ বেদীত দিয়া হয়। তাৰ পিছত তেওঁলোকে গাঁৱলৈ উভতি আহি ওৱান্‌গালা উৎসৱ আৰু নৃত্যত যোগদান কৰে। এই শক্তিক অন্য নামেৰেও জনা যায়। যেনে— টেংছুগিপা-টেংটোগিপা, ছলিগিৰা, ছলগ্ৰা আৰু ৰেংগ্ৰা বলছা।

**গোইৰা ঃ** গোইৰা দেৱতা শক্তি সামৰ্থৰ গৰাকী আৰু মেঘ বৰষুণ তথা বজ্ৰপাতৰ দেৱতা বুলিও মনা হয়। বেছিদিন বেমাৰ-আজাৰ হৈ থাকিলে সুস্বাস্থ্য আৰু আৰোগ্যৰ বাবে তেওঁলৈ অৰ্চনা কৰা হয়। গছ এডালৰ তলত এটা গাহৰি, এটা কুকুৰা বা হাঁহ বলি দি তেওঁক অৰ্চনা কৰিব লাগে। যদি কোনোবা এডাল গছত বজ্ৰপাত পৰে; তেন্তে এই গৰাকী দেৱতাৰ প্ৰকোপৰ ফল বুলি ধৰা হয়। এই প্ৰকোপ যাতে ঘৰলৈ নাহে তাৰ বাবে সেই গছৰ তলত অৰ্চনা কৰা হয়।

**কল্‌কামে ঃ** কল্‌কামে হ'ল গোইৰাৰ ভায়েক। মানুহৰ জীৱন এই গৰাকী দেৱতাৰ হাততেই ন্যস্ত থাকে। অছংততো বা অছংৰোক অনুষ্ঠানত এই গৰাকী দেৱতালৈ অৰ্চনা আগবঢ়োৱা হয়। যাতে গোটেই বছৰটোতে গাঁৱৰ মানুহে বেমাৰ আজাৰ, বিপদ আপদ আদিৰ পৰা সকাহ পাব পাৰে। এটি ছাগলী অথবা এটি মতা কুকুৰা বলি দিয়া হয়।

**ছুছিমে ঃ** ছুছিমেৰ ইচ্ছা অনুযায়ী সুদৃষ্টি প্ৰদান কৰিলে মানুহে ধনী হ'ব পাৰে আৰু কুদৃষ্টি প্ৰদান কৰিলে অন্ধ অথবা খোৰা হৈ পৰে। এওঁ চন্দ্ৰৰ প্ৰতিনিধি। এটি গাহৰি, এটি কুকুৰা আৰু কিছু মদ এই গৰাকী দেৱীলৈ উপচাৰ স্বৰূপে আগবঢ়োৱা হয়।

**আছিমা-দিংছিমা ঃ** ছুছিমেৰ মাতৃ হ'ল আছিমা-দিংছিমা। এওঁৰ যিকোনো দিশতে বিশেষ কৰ্মপন্থা কোনো অৰ্চনা কৰা নহয়। এটি বিশ্বাস প্ৰচলিত আছে যে এওঁৰ নাম ল'লেই দুৰ্ভাগ্যই দেখা দিয়ে। জীয়াৰী ছুছিমেও এওঁক ভাল নাপাইছিল। এওঁৰ অন্য নামবোৰ হ'ল— নোৰেক বাক-নোৰেক দিন, সোণাকালৈ-কাবুৰুচে আৰু মিক্ৰোঙ্গিটোক-কিশাংছিটোক।

**নৱাং ঃ** নৱাং এটি অপদেৱতা বা অপশক্তি। এই শক্তিয়ে গাৰো সকলক বিপথে পৰিচালিত কৰে। শ্ৰম কৰি খোৱা মানুহক বিপথে পৰিচালিত কৰি নিজে শক্তিশালী হৈ গোটেই পৃথিৱীতে নিজৰ ক্ষেত্ৰ বৃদ্ধি কৰে। ই কেতিয়াবা মানুহৰ আকৃতিত অৱতীৰ্ণ

হৈ থাকে আৰু কেতিয়াবা 'মলভেনগং' নামৰ আচৰিত জন্তুৰ আকাৰ ধৰি থাকে। ই মানুহৰ পেটৰ বিষ, বমি আৰু ডায়েৰিয়াৰ সৃষ্টি কৰে। মৃত্যু শয্যাত পৰা মানুহৰ গাত ই লম্ভি থাকে। সেয়ে মৃতকৰ সৈতে এখন লোৰ সৰু কটাৰী ৰখা হয়। কিন্তু কেতিয়াবা ই কটাৰীখন খুজি নি পেলাই দিয়ে আৰু নিজ দুষ্কাৰ্য সমাধা কৰে।

গাৰো লোকসকল কৃষিজীৱি লোক। সেয়ে এই অঞ্চলৰ অন্যান্য কৃষিজীৱি জনজাতীয় লোকৰ সৈতে তেওঁলোকৰ সামাজিক আৰু সাংস্কৃতিক দিশত কিছু নহয় কিছু মিল আছে। গাৰোসকলৰ পুৰণি ৰীতি-নীতি পালন কৰি তেওঁলোকৰ পূৰ্বৰ ধৰ্ম পালন কৰি থকা সকলক সাংসাৰিক আৰু খৃষ্ট ধৰ্মৰ আদৰ্শৰে নতুনকৈ দীক্ষিত হোৱাসকল খৃষ্টীয়ান ৰূপে পৰিচিত। তেওঁলোকৰ কৃষি প্ৰণালীৰ সেতে জড়িত উৎসৱ পাৰ্বনসমূহ হ'ল ঃ

**ওফাটা বা জুমঙচিয়া (Opata or Jumang Sia) ঃ** গাৰোসকলৰ 'আখিং নক্‌মাই' প্ৰতিঘৰকে খেতি কৰিবলৈ মাটি প্ৰদান কৰে। আঘোন-পুহ মাহত এই মাটি বুজি লৈ তাৰ হাবি চাফা কৰি এডাল বাঁহ পুতি ভক্তিভাৱেৰে মাটিখিনি নিজৰ দখল কৰি লয়। বেদিত চৰাই বলি দিয়া হয় আৰু কণী ভাঙি দেৱতাৰ নামত উছৰ্গা কৰা হয়।

**আছিৰ'কা (Asiroka) ঃ** এই অনুষ্ঠানৰ অন্য এটা নাম দেনবিলচিয়া। ইয়াৰ অৰ্থ হ'ল ঝুম খেতি পথাৰৰ বন-জংঘল চাফা কৰা। মাটিডৰা চাফা কৰি বৰষুণ আৰু শস্যৰ দেৱী 'ৰকীমেমা'ক আমন্ত্ৰণ কৰি অৰ্চনা কৰা হয়।

**আগালমকা (Agalmaka) ঃ** খেতি পথাৰত কাটি থোৱা গছ-বনবোৰ ফাগুন-চ'তৰ খৰাং বতৰত সেইবোৰ জুই লগাই দিয়া হয়। এটা নিৰ্দিষ্ট দিনৰ সন্ধিয়া পৰত এই কাম সমাধা কৰি ঘৰলৈ উভতি গৈ সকলোৱে মিলি 'চু' খাই নৃত্য গীত কৰি আনন্দ উপভোগ কৰে। পিছদিনা উক্ত ঠাইত 'চু' ঢালি তাত চৰাই বলি দি শস্যৰ দেৱীক পূজা অৰ্চনা কৰা হয়। এই অনুষ্ঠানকে আগালমকা বোলা হয়।

**মি-আমুৱা (Mi-Amua) ঃ** মি-আমুৱাৰ অন্য নাম মেজাক চিমা। ঝুম খেতিৰ সৰ্ব্ব মঙ্গলাৰ্থে গাৰো সকলে এই উৎসৱ পালন কৰে। ৰেকিমে দেৱীৰ আশীৰ্বাদ পুষ্ট হৈ খেতিৰ উন্নতি সাধন কৰিবলৈ এই উৎসৱ পালন কৰা হয়। 'খামাল নক্‌মাই (পুৰোহিত) এটি গাহৰি বলি দি তেওঁলোকেই যে পোনতে চাউল অথবা ভাতৰ সৃষ্টি কৰিছে সেই কথা দোহাৰে।

**ৰংচুগালা (Rongchugala) ঃ** মিচি-চালজং হ'ল শস্যৰ দেৱতা। শস্যৰ দেৱী ৰেকিমেৰ আশীষ ধন্য হোৱাৰ উপৰিও শস্যৰ দেৱতা মিচি-চালজঙক সন্তুষ্ট কৰিবৰ বাবে পৰম্পৰাগতভাৱে তৈয়াৰ কৰা প্ৰথম ফচলৰ ৰংচু (চিৰা) আগবঢ়োৱা হয়। ধান

পকাৰ সময়ত এই উৎসৱ পালন কৰা হয়। এই উৎসৱৰ পূৰ্বে শস্য খোৱা নহয়। উৎসৱৰ দিনা খামাল নক্‌মাই (পুৰোহিতে) খেতি পথাৰলৈ গৈ চিৰাবোৰ মিচি-চালজং আৰু ৰেকিমেৰ নামত ছয়িাই দিয়া হয়। ভক্তি ভৰা এই উৎসৱকে ৰংচুগালা বোলা হয়।

**জামেগাফা (Jmegapa) ঃ** ঘৰলৈ শস্য চপোৱাৰ পিছত শস্যৰ দেৱী আৰু দেৱতাক ঘৰলৈ আমন্ত্ৰণ কৰি এই উৎসৱ পালন কৰা হয়। ভক্তিভাৱে দুয়ো গৰাকী দেৱতাকে অৰ্চনা কৰা হয়।

**ওৱাংগালা ঃ** ওৱাংগালা গাৰোসকলৰ প্ৰধান উৎসৱ। ঝুম খেতি চপোৱাৰ পিছত সাধাৰণতে অক্টোবৰ মাহৰ কোনো এটা তাৰিখত এই উৎসৱ পালন কৰা হয়। শস্য চপোৱাৰ পিছত কৃতজ্ঞতাৰ চিন স্বৰূপে শস্যৰ দেৱতা বা সূৰ্য দেৱতালৈ শ্ৰদ্ধা জনোৱা হয় আৰু উপাচাৰ স্বৰূপে মদ-মাংস আদি অৰ্পণ কৰা হয়। এই উৎসৱ প্ৰথমে নক্‌মাৰ ঘৰত আৰম্ভ হৈ অন্য লোকৰ ঘৰত একাদিক্ৰমে পালন কৰা হয়। এই উৎসৱত 'নকমা'জ্বনে নিজৰ পৰম্পৰাগত পোছাক পৰিধান কৰে। লগতে অন্য লোকেও নৃত্য-গীত কৰিবলৈ আৰম্ভ কৰে আৰু তেতিয়া তেওঁলোকেও পৰম্পৰাগত পোছাক পৰিধান কৰে। এই উৎসৱত সাধাৰণতে তিৰোতা বা ছোৱালীবোৰে নৃত্য পৰিৱেশন কৰে আৰু পুৰুষ সকলে নৃত্যৰ তালে তালে শাৰী পাতি বাদ্য বজায়। এই নৃত্যৰ সময়ত ব্যৱহাৰ কৰা বাদ্য যন্ত্ৰবোৰ হ'ল— খ্ৰাম, নাডিক, নেঙিলছে, অডিল, ডামা, কাংচী, ৰাং চাৰেন্দা আদি। এই নৃত্যৰ সময়ত তেওঁলোকে 'চু' (মদ) পান কৰে।

ওৱানগালা উৎসৱৰ প্ৰথম দিনক 'ৰুগালা' আদি দ্বিতীয় দিনক 'গাকাত' বুলি কোৱা হয়। দ্বিতীয় দিনত মদ-মাংস আদিৰে বিভিন্ন ভোজনৰ আয়োজন কৰা হয়।

এই সকলোবোৰ কৃষি উৎসৱৰ উপৰিও গাৰোসকলৰ জীৱন ধাৰণ আৰু ৰীতি-নীতিৰ পৰিচয় জ্ঞাপক কেইটিমান উৎসৱ হ'ল—

**দোছিয়া (Dosia) ঃ** এই উৎসৱত বিবাহিত নৱ দম্পতিক আশীৰ্বাদ দিবলৈ তেওঁলোকৰ পিঠিত দুটা কুকুৰাৰে কোবাই বিবাহিত জীৱন আৰম্ভ কৰিবলৈ আশীৰ্বাদ দিয়ে।

**অন'ছোঙা (Onsonga) ঃ** মৃত্যুৰ ফলত বিবাহিত জীৱন বিচ্ছেদ হ'লে এই অনুষ্ঠান পাতি মতা মৰিলে মতা জনৰ সম্পৰ্কীয় এজনৰ লগত অথবা তিৰোতা মৰিলে তিৰোতা গৰাকীৰ সম্পৰ্কীয়ৰ লগত বিয়া পাতি দিয়া হয়। এনেকৈ পুনৰ বৈবাহিক বন্ধনত বান্ধ খুৱাই দিয়া বিবাহ প্ৰথাকে অন'ছোঙা বোলা হয়।

**দেৰাগেটা (Derageta) ঃ** অপুত্ৰক দম্পতিয়ে সন্তান তুলি লোৱা অনুষ্ঠানকে দেৰাগেটা বোলা হয়।

**অথলা পূজা (Athala Puja) :** বিশেষ কাৰণত যেনে নাকৰ পৰা তেজ ওলোৱা, মূৰ ঘূৰোৱা, পেটৰ অসুখ, ছোৱালীৰ মাহেকীয়া ঋতু বন্ধ হ'লে এই পূজা পাতি অমঙ্গল দূৰ কৰা হয়। এই পূজাত ছাগলী, ৰঙা কুকুৰা দুটা বলি দিয়া হয়। কেবাটাও পৰিয়াল একেলগে লগ হৈয়ো এই পূজা কৰা হয়।

**মিদংখা (Midangka) :** মিদংখা শব্দৰ অৰ্থ হ'ল— মি মানে ধান, দং মানে পুজি আৰু খাৰ অৰ্থ অৱস্থাপূৰ্ণ মানুহে কৰা উৎসৱ। মৃতকৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে এই উৎসৱ পতা হয়। অইন কথাত ইয়াক শ্ৰাদ্ধ বুলিও ধৰিব পাৰি। এই উৎসৱত চু (মদ) ভাত আদি পৰিবেশন কৰা হয়। বিনা নিমন্ত্ৰণে সকলো প্ৰকাৰৰ লোকেই এই উৎসৱত অংশগ্ৰহণ কৰিব পাৰে।

## সহায়ক গ্ৰন্থ

*Brahma K :* Aspect of social customs of the Bodos.
*Das, B, M. :* The People of Assam.
*Choudhury MM :* Tribes of Assam plains, 1980.
*Plajfair, M.A. :* The Garos, 1998 (second edition)
*Chakrabarty, P (edited) :* Paharar Okha Ting, 2007
*Nath, H.K. :* Prabandha Saurav, 2006.

❖❖❖❖

*ডঃ হৰকুমাৰ নাথ, দুধনৈ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰধান অধ্যাপক।*

# নাথ সম্প্ৰদায় সমাজিক বৈচিত্ৰ
# আৰু ঐতিহ্য বিচাৰ

— *ডঃ প্ৰফুল্ল কুমাৰ নাথ*

**প্ৰস্তাৱনা ঃ**

নাথধৰ্ম এটি সাৰ্বজনীন ধৰ্ম। আদিনাথ মহেশ্বৰেই নাথধৰ্মৰ প্ৰধান উপনাস্য দেৱতা।[১] নাথসকলৰ আদিগুৰু মীননাথ আৰু প্ৰত্যক্ষ মানৱ গুৰু গোৰক্ষনাথ।[২]

নাথ সম্প্ৰদায়ৰ ইতিহাস পৰ্যালোচনা কৰি চালে দেখা যায় যে শতপথ-ব্ৰাহ্মণত প্ৰাচীন যুগৰ ইতিহাস-বেদ চৰ্চাকাৰী দুটি মৎসজীৱি জাতিৰ লোক আছিল।[৩] ঋকবেদত প্ৰাচীন সিন্ধু উপত্যকাবাসী শিৱ উপাসক জাতিসমূহৰ মাজত মৎসাসঃ[৪], বিষাণিন শিৱয়সঃ[৫] বৈকৰ্ণ[৬] প্ৰভৃতি বিভিন্ন জাতিৰ উল্লেখ পোৱা যায়। ৰামায়ণত শতদ্ৰু নদীৰ উজনি অঞ্চলত বীৰ মৎস্যজাতিৰ পাৰ্বত্য ৰাজ্যৰ উল্লেখ পোৱা যায়।[৭] পৰৱৰ্তী কৌশিতকী উপনিষদ আৰু মহাভাৰততো মৎস্যদেশ আৰু মৎস্য ৰজাসকলৰ উল্লেখ আছে। সেইদৰে উত্তৰ আমেৰিকাৰ মিচিচিপি নদীৰ উপত্যকাবাসী আদিম অধিবাসীসকলৰ মাজত শিৱলিঙ্গৰ নিচিনা প্ৰস্তৰ বা মৃত্তিকাৰ পূজক শিৱস্ আৰু পনী নামৰ দুটা যোগসাধক সম্প্ৰদায়ৰ উল্লেখ পোৱা যায়।[৮] আনহাতে ঋকবেদৰ অষ্টম মণ্ডলৰ এটি সূক্তত ধৰ্ম নামৰ এজন পৃথক দেৱতাৰ আৰু সেই দেৱতাৰ উপাসক সম্প্ৰদায় এটিৰ উল্লেখ আছে।[৯] আন এটি সূক্তত কণ্ববংশীয় এজন ঋষিয়ে নিজৰ গোষ্ঠীকে দেৱতাৰ স্বজাতি বুলি দাবী কৰা দেখা যায়।[১০] মহাৰাষ্ট্ৰ প্ৰদেশৰ বৈদিক ব্ৰাহ্মণসকল মৎস্য সম্প্ৰদায়ভুক্ত বুলি জনা যায়।[১১] প্ৰাচীন সিন্ধু প্ৰদেশৰ ৰাজধানী আছিল 'মীননগৰ'।[১২] বেলুচিস্তানৰ পশ্চিম সীমান্তত অৱস্থিত মাকৰাণ উপকূলত বিশ্বশক্তিস্বৰূপিনী প্ৰাচীন যুগৰ নানি (মা) দেবীৰ তীৰ্থ আছে।[১৩] ঋকবেদত জালবদ্ধ মৎস্যৰ দৰে এক বিশিষ্ট ধৰ্মাৱলম্বী মানৱগোষ্ঠীৰ উল্লেখ পোৱা যায়।[১৪] সিন্ধু উপত্যকাত বসবাস কৰা মৎস্য মতাৱলম্বী লোকসকলো ওচৰাওচৰিকৈ বাস কৰিছিল যেন অনুমান হয়।

## নাথযোগীৰ ঐতিহ্য ঃ

নাথযোগীসকলৰ নাথ সংজ্ঞাটি বৈদিক যুগৰ।[১৫] মৎস্যেন্দ্ৰনাথ, গোৰক্ষনাথ প্ৰভৃতি সিদ্ধসকল প্ৰাচীন ধৰ্মৰাজ্যৰ নেতা বা ধৰ্মগুৰু আছিল।[১৬] অতি প্ৰাচীন কালৰে পৰাই এই উপাধি যথাক্ৰমে ব্যৱহৃত হৈ আহিছে।[১৭] পৰৱৰ্তী কালত এচিয়া মহাদেশৰ বিভিন্ন অঞ্চলত বিভিন্ন ক্ষুদ্ৰ ৰাজ্য গঢ় লৈ উঠাত ধৰ্ম শাসন বিষয়ৰ যোগাযোগ ৰক্ষাৰ্থে নাথপন্থক বিভিন্ন শাখাত বিভক্ত কৰা হয়।[১৮] এই সকলোবোৰ পন্থায়ে শৈৱযোগী আছিল বুলি জনা যায়। পঞ্জাবৰ গোৰক্ষ টিল্লা নাথ-যোগীসকলৰ অতি পৱিত্ৰ তীৰ্থস্থান। গোৰক্ষনাথে ইয়াত দেহৰক্ষা কৰিছিল বুলি প্ৰসিদ্ধি আছে।

নাথ যোগীসকলে ভাৰতবৰ্ষৰ ভৌগোলিক পৰিসীমা অতিক্ৰম কৰি দক্ষিণ-পূব এচিয়াৰ বিভিন্ন ঠাইত যোগধৰ্ম প্ৰচাৰ কৰিছিল আৰু বিশ্বৰ বিভিন্ন স্থানত বিভিন্ন মঠ-মন্দিৰ নিৰ্মাণ কৰিছিল। ভাৰতবৰ্ষৰ একাৱন্নখন শ্ৰেষ্ঠপীঠৰ ভিতৰত সৰহসংখ্যক পীঠৰ নামেই নাথ উপাধিযুক্ত। আনহাতে হিন্দু ধৰ্মৰ অনেক দেৱতাৰ উপাধিও নাথ।

আগম সংহিতাত বিন্দু নাথৰ যোল্লজন পুত্ৰৰ ভিতৰত দহজনে গৃহত্যাগ কৰি নিজ নিজ নামানুসাৰে একো একোটি ধৰ্মীয় সম্প্ৰদায় গঢ়ি তোলাৰ উল্লেখ পোৱা যায়।[১৯] অৱশ্যে একে নামেৰে শংকৰাচাৰ্যৰ দশনামী সন্ন্যাসী সম্প্ৰদায়ৰো উল্লেখ পোৱা যায় যদিও এই উপাধিসমূহৰ মাজত পাৰ্থক্যও নোহোৱা নহয়। চৈতন্যদেৱৰ দীক্ষাগুৰু কেশৱ ভাৰতীও উক্ত ধৰ্মীয় সম্প্ৰদায়ভুক্ত।[২০]

মৎসেন্দ্ৰনাথে নেপালত ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে প্ৰবেশ কৰোঁতে শৈৱযোগী বেশেৰেই তাত প্ৰবেশ কৰা বুলি জনা যায়।[২১] কল্যাণীমল্লিকে ভাৰতবৰ্ষৰ বিভিন্ন স্থানত নাথসিদ্ধ গোৰক্ষনাথ, আৰু মৎস্যেন্দ্ৰনাথৰ স্মৃতি-বিজড়িত ভালেমান মঠ-মন্দিৰৰ কথা উল্লেখ কৰিছে।[২২] সুৰেশচন্দ্ৰ নাথ মজুমদাৰ 'ৰাজগুৰু যোগিবংশ' গ্ৰন্থতো অনুৰূপ উল্লেখ পোৱা যায়।[২৩] অসমতো কামৰূপ জিলাৰ ৰঙিয়াৰ ওচৰৰ বালিকুছিত এটি গোৰক্ষনাথ মন্দিৰ আছে। তদুপৰি গোৱালপাৰা জিলাৰ গোৰক্ষ পৰ্বত, যোগীঘোপা, অবিভক্ত নগাঁও জিলাৰ যোগিজান, ন-নাথ প্ৰভৃতি নাথ সম্প্ৰদায়ৰ সাংস্কৃতিক ঐতিহ্যৰ পৰিচায়ক।

সৃষ্টিৰ মুল 'শব্দ'। নাথ-সাধনাৰ মূলতত্ত্বও শব্দ। ঋকবেদত পুৰুষ 'স্বধা'ৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত আৰু একাত্ম।[২৪] অনুৰূপভাৱে নাথসকলৰ আদিনাথো শক্তিযুক্ত জগতগুৰু।[২৫] গতিকে গোৰক্ষনাথ নাদ-বংশীৰ অধিষ্ঠাত্ৰী শক্তি সিন্ধু প্ৰদেশৰ সিংহবাহিনী 'মা'ৰ দৰে 'বংশীৱালী', বাংশলী নাইবা বাশুলীৰ প্ৰতিষ্ঠাতা।[২৬] বীৰভূম নামুৰ গাঁৱৰ চণ্ডিদাসে এইগৰাকী দেৱীৰ প্ৰভাৱতে সহজ অৱস্থা লাভ কৰিছিল।

নাথ-সম্প্ৰদায়ৰ সাহিত্যৰ শ্ৰেষ্ঠ নিদৰ্শন চৰ্যাগীতসমূহতো ইয়াৰ ইঙ্গিত পোৱা যায়। লুইপাদৰ ১ নং চৰ্যাত চঞ্চল চিত্তত কালে প্ৰবেশ কৰাৰ কথা উল্লেখ কৰিছে। 'কাআ তৰুবৰ পঞ্চবি ডাল। চঞ্চল চীত্ৰ পাইঠো কাল। এই কালেই জগত সৃষ্টিৰ

আধাৰস্বৰূপ।[২৭] কালৰ সৈতে কালীৰ সম্পৰ্ক আছে; এই কালেই মহাকাল, যি মহাকালীৰ সৈতে নিত্যযুক্ত।[২৮]

চৰ্যা গীতত সাংখ্য আৰু যোগৰ প্ৰাধান্য লক্ষ্য কৰা যায়। মন্ত্ৰ জপ আৰু অষ্টাঙ্গযোগৰ জৰিয়তে যেনেদৰে সিদ্ধিলাভ কঠিন, তেনেদৰে এই সাধনাৰ দ্বাৰা কালজয়ী হোৱাটোও সহজ নহয়। গুৰু নিৰ্দিষ্ট পথেৰে যম-নিয়মাদিৰ সহযোগত জীৱৰ দৈহিক আৰু মানসিক বৃত্তি সমূহ দূৰ কৰিব নোৱাৰিলে নিৰ্বাণ অথবা মহাসুখ লাভ সম্ভৱ নহয়। নিৰ্বাণ অথবা মহাসুখকে তান্ত্ৰিক বৌদ্ধশাস্ত্ৰত চৰম আনন্দ হিচাপে বৰ্ণনা কৰিছে।[২৯] তৈত্তিৰীয় উপনিষদতো ব্ৰহ্মাক আনন্দ স্বৰূপ বোলা হৈছে।[৩০]

চৰ্যাত যি সহজ সাধনাৰ উল্লেখ হৈছে, সেয়া সহজাত বৃত্তি নাইবা ইন্দ্ৰিয় বৃত্তিৰ পৰা লাভ কৰা ক্লেশমুক্তি লাভৰ সাধনা মাথোন। পতঞ্জলে ইয়াকেই 'চিত্তবৃত্তিনিৰোধঃ' বুলিছে।[৩১] বিষয়ৰ বন্ধনেই মানুহৰ যাৱতীয় দুখৰ মূল কাৰণ। এই বন্ধনৰ পৰা মুক্ত হ'ব নোৱাৰিলে সহজাৱস্থা অৰ্থাৎ মুক্তিলাভ সম্ভৱ নহয়।[৩২]

## তাত্ত্বিক দিশ ঃ

সংসাৰখন অসত্য। মায়াৰ আবৰণৰ বাবেহে অসত্য সংসাৰখন সত্য যেন লাগে। সংসাৰৰ অস্তিত্ব সম্পৰ্কে এনে উপলব্ধি হ'লেই সাধকে ভোগপ্ৰবৃত্তি ত্যাগ কৰি বাসনাৰ পৰা মুক্তিলাভ কৰিব পাৰে। লুইপাদে সেয়েহে বাসনাৰ বন্ধন পৰিত্যাগ কৰি[৩৩] শূন্য বস্তুকে কাম্যৰূপে গ্ৰহণ কৰিবলৈ উপদেশ দিছে। সত্ত্বৰজঃ-তমোময়ী প্ৰকৃতি আৰু বুদ্ধিৰ পৰা উৎপন্ন হোৱা অহংকাৰ আৰু অহংকাৰৰ পৰা যথাক্ৰমে মন পঞ্চ কৰ্মেন্দ্ৰিয়, পঞ্চ জ্ঞানেন্দ্ৰিয় পঞ্চ তন্মাত্ৰ আৰু পঞ্চভূতৰ উৎপত্তি হয়। চৰ্যাগীতত ধমন আৰু চমন শব্দ দুটাই যথাক্ৰমে প্ৰকৃতি আৰু বুদ্ধিক বুজাইছে।[৩৪] ইয়াত ইন্দ্ৰিয়জয়ৰ বাবে যোগাভ্যাসৰ বৰ্ণনা দাঙি ধৰি প্ৰকৃতি আৰু অহংকাৰৰ আভাস দিয়া হৈছে। মন শান্ত নহ'লে সাধনাৰ পথত অগ্ৰসৰ হোৱাটো সম্ভৱ নহয়। ভুসুকপাদৰ ২১ নং চৰ্যাত মুষিকক মৰণৰ প্ৰতীক হিচাপে ব্যৱহাৰ কৰা হৈছে। বাসনাচঞ্চল চিত্ত মুষিকৰ দৰেই মুক্তি লাভৰ প্ৰতিবন্ধক। মানুহৰ আধ্যাত্মিক উন্নতি লাভৰ বাবে ভাৰতীয় যোগ শাস্ত্ৰৰক অনুসৰণ কৰিয়েই চৰ্যাৰ ভিত্তি গঢ় লৈ উঠিছে।

## নাথ ধৰ্ম আৰু তাৰ ঐতিহ্য ঃ

নাথ যোগীসকল শিৱগোত্ৰৰ, শিৱই এওঁলোকৰ প্ৰধান উপাস্য দেৱতা। নাথ ধৰ্ম মূলতঃ শৈৱযোগ ধৰ্ম।

যোগ ধৰ্মত পৰমাত্মা স্বীকৃত হৈছে। তেৱেঁই চৰাচৰ জগতৰ সৃষ্টি-স্থিতি প্ৰলয়ৰ গৰাকী। পৰমাত্মাৰ পৰাই সমগ্ৰ জগতৰ সৃষ্টি হৈছে আৰু শেষত ই পৰমাত্মাতেই বিলীন হৈ যাব। পৰমাত্মা সৰ্বত্ৰ বিৰাজমান। তেওঁ এক হৈয়ো বহুৰূপে উপাসিত। মায়া বা

অবিদ্যাৰ দ্বাৰা মোহিত হৈ জীৱই সংসাৰত নানাবিধ যন্ত্ৰণা ভোগ কৰে। এই জাগতিক দুখৰ পৰা পৰিত্ৰাণৰ নিমিত্তেই যোগ সাধনৰ প্ৰয়োজন।

গতিকে দেখা যায় যে নাথ ধৰ্ম অতি প্ৰাচীন ধৰ্ম। বেদ, উপনিষদ, মহাকাব্য, পুৰাণ, যোগশাস্ত্ৰ আদিত এই ধৰ্মৰ উল্লেখ পোৱা যায়। ভাৰতীয় সাহিত্য-সংস্কৃতি, ধৰ্ম, দৰ্শন, চিকিৎসা বিদ্যা প্ৰভৃতি বিভিন্ন দিশত বৰঙণি আগবঢ়াই এই সম্প্ৰদায় গৌৰৱৰ ভাগী হৈছে। সাংখ্য, যোগ, বেদান্ত প্ৰভৃতি বিভিন্ন দৰ্শন, আয়ুৰ্বেদ, তন্ত্ৰ, যোগ, ৰসায়ন প্ৰভৃতি চিকিৎসা বিদ্যাৰ বিকাশত এই সম্প্ৰদায়ৰ অৰিহণা অনস্বীকাৰ্য।

নাথ ধৰ্ম এটি সাৰ্বজনীন ধৰ্ম; এই ধৰ্মত সকলোৰে সমান অধিকাৰ। জাতিভেদ বৰ্ণবৈষম্যবিহীন এই ধৰ্মত যিকোনো লোকেই যোগৰ ব্যৱহাৰিক বিধি অনুসৰণ কৰি নাথধৰ্মত দীক্ষাগ্ৰহণ কৰি যোগী হ'ব পাৰে। প্ৰাচীন কালৰে পৰাই বিভিন্ন সম্প্ৰদায়ৰ লোকে উদাৰ নাথ ধৰ্মৰ বুকুত আশ্ৰয় গ্ৰহণ কৰি যোগ পন্থা অবলম্বন কৰা দেখা যায়। শশীভূষণ দাসগুপ্তই নাথ ধৰ্মৰ প্ৰাচীনত্বৰ ইতিহাস পতঞ্জলৰ সময়ৰ পৰাই হোৱা বুলি অনুমান কৰে।[৩৫] এসময়ত নাথ ধৰ্মই সমগ্ৰ ভাৰত জুৰি প্ৰভাৱ বিস্তাৰ কৰিছিল। আনকি সিন্ধু প্ৰদেশ, কচ্ছ প্ৰদেশ আদিলৈকে গৈ নাথ যোগীসকলে নিজ ধৰ্ম প্ৰচাৰ কৰিছিল।[৩৬]

ক্ষিতিমোহন সেনে ভাৰতবৰ্ষৰ বিভিন্ন তীৰ্থস্থানৰ বাহিৰেও বেলুচিস্তানৰ হিংলাজ তীৰ্থ, মিচৰৰ বিভিন্ন তীৰ্থ আদি ভ্ৰমণ কৰা যোগী জাতিৰ লোকৰ উল্লেখ কৰিছে। এই যোগীসকলে টাইগ্ৰিছ, ইউফ্ৰেটিছ ইত্যাদি নদীত স্নান কৰিছিল।[৩৭] আজিও নাথযোগীসকলৰ মাজত অশোক-অষ্টমীৰ স্নান, মাঘী সংক্ৰান্তিৰ পৰশুকুণ্ডৰ স্নান আদি পৰম পৱিত্ৰ কাৰ্য হিচাপে বিবেচিত হৈ আহিছে।

প্ৰাচীন ভাৰতত ইচলাম ধৰ্মাৱলম্বী মুছলমান কবিৰ দ্বাৰা ৰচিত ভালেমান যোগ বিষয়ক গ্ৰন্থ পোৱা গৈছে। তাৰ ভিতৰত জ্ঞানসাগৰ[৩৮] জ্ঞানপ্ৰদীপ[৩৯] জ্ঞানচৌতিষা[৪০] নুৰকুণ্ডিল[৪১] বাৰমাস্যা[৪২] যোগ কলন্দৰ[৪৩] সত্যজ্ঞান প্ৰদীপ[৪৪] গ্ৰন্থৰ উল্লেখ কৰিব পাৰি।

নাথ ধৰ্মই এসময়ত সমগ্ৰ ভাৰতবৰ্ষতে প্ৰভাৱ বিস্তাৰ কৰিছিল। নাথ-যোগীসকলৰ অসাধাৰণ কীৰ্তি-কাহিনী এসময়ত সমগ্ৰ দেশতেই প্ৰচাৰিত হৈছিল। সেইবাবেই ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশত নাথ সম্প্ৰদায়ৰ সাহিত্যৰাজিৰ বিভিন্ন প্ৰতিলিপি আবিস্কৃত হৈছে। আধুনিক ভাৰতীয় আৰ্য ভাষাসমূহৰ প্ৰায় সকলোবোৰতেই নাথ-যোগীসকলৰ আচৰিত কাৰ্য-কলাপৰ বৰ্ণনা পোৱা যায়। জীৱন্মুক্তিৰ সাধনাৰ জৰিয়তে নাথযোগীসকলে কেনেদৰে 'অনিমাদি'[৪৫] অষ্ট প্ৰকাৰৰ বিভূতি লাভ কৰিছিল আৰু সেইবোৰৰ জৰিয়তে কেনেকৈ অলৌকিক কাৰ্যসমূহ সম্পাদন কৰিছিল তাৰ আভাস 'গোৰক্ষবিজয়' 'মীনচেতন', 'ময়নামতীৰ গান', 'গোপীচন্দ্ৰৰ সন্ন্যাস' প্ৰভৃতি গ্ৰন্থত বিবৃত হৈছে। কিন্তু এই অলৌকিক বিভূতি লাভেই তেওঁলোকৰ প্ৰধান উদ্দেশ্য আছিল বুলিব নোৱাৰি।

চিন্ময় দেহত অমৰত্ব বা ঈশ্বৰত্ব প্ৰাপ্তিয়েই আছিল নাথ-যোগীসকলৰ সাধনাৰ চৰম লক্ষ্য। এই সম্পৰ্কে শশীভূষণ দাসগুপ্তই লিখিছে—

*...The final aim of the Nath siddhas was the attainment of Sivahood in and through the attainment of immortality, and the means of attaining it was primarily Nathyoga.*[৪৬]

নাথ-যোগীসকলে আদি বৈদিক যুগৰে পৰাই এক বিশিষ্ট ধৰ্মীয় মতবাদ আৰু সাধন প্ৰণালী অনুসৰণ কৰিছিল। যোগচৰ্চাৰ জৰিয়তে নিজৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক উন্নতিৰ লগতে ধৰ্মীয় উৎকৰ্ষ সাধনতো সহায় কৰিছিল। নাথ-যোগীসকল শ্ৰীমদ্ভাগৱতৰ কৰ্মযোগৰ সাৰ্থক অনুসৰণকাৰী আছিল বুলিব পাৰি। বস্ত্ৰশিল্প, ৰসায়ন, ভেষজ, আয়ুৰ্বেদ, যোগ প্ৰভৃতি চৰ্চাৰ দিশত নাথ-যোগীসকলৰ ভূমিকা অনস্বীকাৰ্য।

নাথধৰ্ম প্ৰাচীন শৈৱধৰ্মৰ পৰাই উদ্ভৱ হৈছে। গোৰক্ষনাথ আৰু মৎসোন্দ্ৰনাথ নাথ সম্প্ৰদায়ৰ দুগৰাকী প্ৰসিদ্ধ ধৰ্মাচাৰ্য। এই সম্প্ৰদায়ৰ লোকসকল বংশগতভাৱে যোগ অৱলম্বনকাৰী যোগী আৰু এওঁলোক মূলতঃ শিৱ উপাসক। যোগীসকলে নিজকে শিৱগোত্ৰৰ বুলি পৰিচয় দিয়ে। বল্লালচৰিত্ৰম, আগম সংহিতা প্ৰভৃতি প্ৰাচীন গ্ৰন্থত নাথ যোগীসকলক অনাদি কুলসম্ভূত অথবা ৰুদ্ৰকুলসম্ভূত বুলি বৰ্ণনা কৰা দেখা যায়। বিভিন্ন বিদেশী পণ্ডিত বিশেষকৈ হিউয়েন চাং,[৪৭] আলবেৰুণি, মাৰ্কপলো,[৪৮] ইবনবটুতা[৪৯] প্ৰভৃতিৰ লেখনিত নাথযোগীসকৰ কৌলিক শ্ৰেষ্ঠতা আৰু যোগ বিভূতিৰ বৰ্ণনা পোৱা যায়।

ভাৰতবৰ্ষত মুছলমানসকলৰ ৰাজত্বৰ পূৰ্বতে নাথধৰ্ম জনসমাজৰ চিত্তাকৰ্ষক ধৰ্মৰূপে পৰিগণিত হৈছিল। গোৰক্ষবিজয়, ময়নামতীৰ গান আদিৰ কাহিনীয়ে সৰ্বসাধাৰণৰ চিত্ত গভীৰভাৱে আহ্লাদিত কৰিছিল। [illegible] আবিৰ্ভাৱৰ পূৰ্বলৈকে জাতি ধৰ্ম নিৰ্বিশেষে এই কাহিনীসমূহৰ চৰ্চা হৈছিল যেন অনুমান হয়।[৫০] নাথযোগ সম্পৰ্কীয় তত্ত্বপূৰ্ণ গ্ৰন্থও সম্প্ৰদায় নিৰ্বিশেষে ৰচিত হৈছিল। মুছলমান ৰজাসকলৰ ৰাজত্বকালত হয়তো জাত্যান্তৰকৰণৰ ফলস্বৰূপে ভালেমান নাথ-যোগী লোকে ইছলমান ধৰ্ম গ্ৰহণ কৰি নিজকে মুছলমান বুলি পৰিচয় দি আত্মগোপন কৰিলে, কোনো কোনো সমাজ-বিজ্ঞানীয়ে এনে অনুমানো কৰে। অৱশ্যে ৰাজনৈতিক দুৰ্যোগৰ সময়ত এনেদৰে আত্মগোপন কৰিলেও বংশ পৰম্পৰাৰূপে কিছুমান স্মৃতি তেওঁলোকৰ মনত থাকি যোৱাটো সম্ভৱ। পূৰ্ববঙ্গত প্ৰাপ্ত নাথ-গীতিকাৰ ৰচয়িতা সুকুৰ মামুদ, শ্বেইখ কয়জুল্লা, চৈয়দ মৰ্চিদ আদিৰ পূৰ্বপুৰুষসকল হয়তো আৰব-পাৰস্য প্ৰভৃতি দেশৰ পীৰসকলৰ বংশধৰ নাছিল, আছিল বঙ্গদেশৰ নাথযোগী আৰু নাথযোগী গুৰুৰ শিষ্য অন্য জাতীয় লোকৰ বংশধৰ।[৫১]

## জাতিভেদহীনতা ঃ

নাথ-সম্প্রদায়ৰ প্ৰধান বৈশিষ্ট্য হ'ল জাতি-ভেদহীনতা।[৫২] এই কথা আগতেই উল্লেখ কৰা হৈছে। নাথধৰ্মৰ এনে উদাৰতাৰ বাবেই বৈদিক ব্ৰাহ্মণসকলৰ সৈতে তেওঁলোকৰ মাজত মনোমালিন্য হোৱা বুলি সৰহভাগ পণ্ডিতে মত প্ৰকাশ কৰিছে।[৫৩] জাতিভেদ নমনাৰ কাৰণেই নাথধৰ্মই সৰ্বসাধাৰণৰ মাজত অধিক জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছিল।

সাহিত্যিক সমলৰাজিৰ পৰাও দেখা যায় যে নাথযোগী কবিৰ প্ৰাধান্য থকা চৰ্যাগীতসমূহত বৰ্ণিত হোৱা প্ৰেমৰ ক্ষেত্ৰতো গীতোক্ত প্ৰেমিকসকল আছিল— শবৰ, হেৰুক, যোগী, কাপালী প্ৰভৃতি আৰু প্ৰেমিকা আছিল ডোম্বী, চাণ্ডালী, নৈৰাত্মাদেৱী, যোগিনী ইত্যাদি।

জোচেফ টুচীয়ে হিন্দু আৰু বৌদ্ধধৰ্মৰ সমন্বয় সাধনত নাথ-যোগী সিদ্ধসকলৰ অৱদানৰ কথা শ্ৰদ্ধাৰে উল্লেখ কৰিছে।[৫৪] হাডচনে হিন্দু, বৌদ্ধ, ব্ৰাহ্মণ, শ্ৰমণ সকলোৱে অৱনত মস্তকেৰে গোৰক্ষনাথৰ শিষ্যত্ব গ্ৰহণ কৰাৰ কথা উল্লেখ কৰিছে।[৫৫]

## ত্যাগৰ আদৰ্শত গুৰুত্ব ঃ

নাথ-যোগীসকলে ভোগতকৈ ত্যাগৰ ওপৰত অধিক গুৰুত্ব দিয়া দেখা যায়। এই সম্প্রদায়ত ভোগ আৰু ত্যাগৰ অপূৰ্ব সমন্বয় সাধিত হৈছে যদিও নাথযোগী সিদ্ধসকলে ভোগ আৰু ত্যাগ উভয়তে নিৰ্লিপ্ততাৰ ভাব প্ৰদৰ্শন কৰিছে। তেওঁলোকে ভাবে যে ভোগ আৰু ত্যাগ এটিৰ যোগেদিও মুক্তি সম্ভৱ নহয়। গতিকে ভোগৰ মাজেদিয়েই ত্যাগ বাঞ্ছনীয়। গীতাত শ্ৰীকৃষ্ণই কৈছে যে কৰ্মযোগী নাইবা জ্ঞানযোগীৰ কাৰণে ভোগ বন্ধনৰ কাৰণ নহয়। কৰ্মযোগীৰ ভোগত কৰ্মবাঞ্ছা নাথাকে, গতিকে বন্ধনো নাথাকে। অনাসক্ত আৰু জিতেন্দ্ৰীয় ভোগী পুৰুষহে ভগৱানৰ প্ৰকৃত ভক্ত। বাসনা নাথাকিলে বিষয়ৰ আকৰ্ষণো নাথাকে। গতিকে বন্ধনো নঘটে। একেদৰেই নাথযোগীসকলে ভোগৰ মাজেদি ত্যাগৰ সাধনা কৰি সাধনাত সিদ্ধি লাভ কৰে।

## নৈতিক জীৱন যাপনত গুৰুত্ব ঃ

নাথ-যোগীসকলে জীৱনত নৈতিক প্ৰমূল্যৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা দেখা যায়। যোগৰ জৰিয়তে শৰীৰৰ পেশীসমূহ নিয়ন্ত্ৰিত কৰি সেইসমূহৰ নিয়ন্ত্ৰণৰ যোগেদি সংযমী আৰু সুখী জীৱন-যাপন কৰাই আছিল তেওঁলোকৰ যোগ সাধনৰ প্ৰধান উদ্দেশ্য। বীৰ্য্যৰক্ষা আৰু তাৰ জৰিয়তে দীৰ্ঘ জীৱন লাভ কৰা, স্ত্ৰীসঙ্গ পৰিত্যাগ কৰা, অহিংসা, জীৱৰ প্ৰতি দয়া, সাত্বিক ভোজন, পৰোপকাৰ, ধৰ্মীয় জীৱন-যাপন আদিয়েই আছিল নাথ-যোগীসকলৰ জীৱনৰ প্ৰধান আদৰ্শ। নাথ সম্প্রদায়ৰ সাহিত্যৰ

বিভিন্ন ঠাইত ৰূপকৰ জৰিয়তে সংযমী জীৱন যাপনৰ ওপৰত গুৰুত্ব দিবলৈ সোঁৱৰাই দিয়া হৈছে। শবৰপাদৰ ২৮ নং চৰ্যাৰ মতে জ্ঞানৰূপা প্ৰকৃতিয়েই জীৱৰ মুক্তিদায়িনী। কায়, বাক আৰু চিত্তস্বৰূপ তিনি ধাতুৰ খাটত শয়ন কৰি শবৰপাদে নৈৰাত্মাৰ সৈতে প্ৰেমলীলাত ৰাতিতো সমাপ্ত কৰিলে।[৫৬] ইয়াত কায়, বাক আৰু চিত্ত— এই ত্ৰিবিধ সংযমৰ ওপৰত গুৰুত্ব দিয়া হৈছে। দাৰিকপাদৰ ৩৪ নং চৰ্যাতো সমৰসৰ জৰিয়তে মহাসুখপ্ৰাপ্তিৰ বৰ্ণনা পোৱা যায়। এনে মহাসুখপ্ৰাপ্তি সম্ভৱ হৈ উঠে ত্ৰিবিধ সংযমৰ লগতে শূন্যতা আৰু কৰুণাৰ মিলনৰ জৰিয়তে।[৫৭] সংসাৰৰ সমস্ত বিষয়-আকাঙ্খা ত্যাগ কৰি মোহমুক্তভাৱে গুৰু প্ৰদৰ্শিত মাৰ্গেৰে সমাধিপ্ৰাপ্তি হ'লেহে প্ৰকৃত জ্ঞান লাভ সম্ভৱ হৈ উঠে।[৫৮]

মৎস্যেন্দ্ৰনাথৰ কদলীৰাজ্যত যোগভ্ৰষ্টতা আৰু গোৰক্ষনাথৰ দ্বাৰা তেওঁক উদ্ধাৰ, হীৰা নটীৰ ওচৰত হাড়ীপাৰ দ্বাৰা গোপীচন্দ্ৰক বন্ধকি দি তেওঁৰ সংযমৰ পৰীক্ষা কৰা, চৌৰাঙ্গীনাথ তথা গাভৰু সিদ্ধাৰ প্ৰতি মাহীমাকৰ কামতৃষ্ণা আৰু তাৰ ফলস্বৰূপে চৌৰাঙ্গীৰ হাত-ভৰি বিছিন্ন কৰাৰ নিৰ্দেশ, মাণিকচন্দ্ৰ ৰজাৰ বহুবিবাহ আৰু সংসাৰৰ প্ৰতি অধিক মনোনিবেশৰ ফলস্বৰূপে তেওঁৰ জীৱনলৈ নামি অহা কাৰুণ্য প্ৰভৃতি সংযম শিক্ষাৰে নিদৰ্শন।

জগতৰ সমস্ত পুৰুষৰ ভিতৰত শিৱত্ব আৰু নাৰীৰ ভিতৰত শক্তিত্ব গুণ বিৰাজ কৰা বুলি ধাৰণা কৰা হয়। জীৱই কামৰসত লিপ্ত হৈ সংসাৰত আবদ্ধ হৈছে, কামৰ দ্বাৰা তেওঁলোক বান্ধ খাইছে। এই কামেই জীৱাত্মাৰ অধিস্থান কামচক্ৰ বা স্বাধিস্থান চক্ৰ। কামেই যেতিয়া প্ৰেমত পৰিণত হয়, তেতিয়া কামচক্ৰই ৰাধাচক্ৰ হৈ ধৰা দিয়ে।[৫৯] মানৱৰ আদিম কামনাৰ ভিতৰেদিও অতীন্দ্ৰিয় তত্ত্বৰ সন্ধান পোৱা যায়। অৰ্থাৎ কামৰ মাজেদিয়েই প্ৰেমৰ প্ৰকাশ ঘটিব পাৰে। কামেই চিত্তৰ চঞ্চলতাৰ মূল কাৰণ। সেই বাবেই লুইপাদে তেওঁৰ চৰ্যা গীতত কৈছে—

*'কাআ তৰুবৰ পঞ্চ বি ডাল।*
*চঞ্চল চীএ পইঠো কাল।।'*

এইখিইনতেই চৰ্যাপদ আৰু শ্ৰীকৃষ্ণ কীৰ্তনত প্ৰতিপাদ্য বিষয় আৰু ধৰ্মমতৰ সাদৃশ্য মন কৰিবলগীয়া। চৰ্যাগীতত সাংখ্য আৰু যোগ দৰ্শনৰ লগতে সহজীয়া মত আৰু শূন্য মতৰ আভাস পোৱা যায়। শ্ৰীকৃষ্ণ কীৰ্ত্তনো তাৰ ব্যতিক্ৰম নহয়। শ্ৰীকৃষ্ণ কীৰ্ত্তনৰ প্ৰেমো চৰ্যাগীতৰ প্ৰেমৰ দৰেই কৰুণা বা মহাসুখানুভূতি। ৰাধাবিৰহ খণ্ডত চণ্ডীদাসে সেয়েহে এনেদৰে লিখিছে ঃ

*অহনিশি যোগ ধেয়াই।*
*মন পৱন গগনে ৰহাই।।*

*মূল কমলে কৰিয়ে মধুৰস।*
*এবে পাইলো অছে ব্ৰহ্ম গেয়ান।।*

*... ... ...*

*ইড়া পিঙ্গলা সুষুম্না সন্ধি।*
*মন-পৱন তাতে কৈলা বন্দী।।*
*দশমী দুৱাৰে দিল কপট।*
*এবে চাড়িলো মো সে যোগবাট।।*[৮০]

চৰ্যাপদতো অনুৰূপ কথাকে কোৱা হৈছে। কাহ্নুপাদৰ চৰ্যাত তেনে দৃষ্টান্ত অধিক স্পষ্ট ঃ

*'কাহ্নু কাপালী যোগী পাইঠ আচাৰে।*
*দেহ নগৰী বিবহই একাকাৰে।।"*

## উপসংহাৰ ঃ

পৰ্যালোচনাৰ পৰা দেখা যায় যে যোগ সাধনাই আছিল নাথ-যোগীসকলৰ আদৰ্শ আৰু কৰ্ম। যোগীসকলেই প্ৰথম ব্ৰহ্মজ্ঞ পুৰুষ আৰু যোগমূলক শৈৱধৰ্মই ভাৰতবৰ্ষৰ প্ৰাচীনতম ধৰ্ম যেন অনুমান হয়।[৮১] অৱশ্যে এই সম্পৰ্কত মতভেদ নোহোৱা নহয়। দক্ষিণ পূব এচিয়াৰ বিভিন্ন স্থানত আৱিষ্কৃত শিৱলিঙ্গসমূহৰ পৰা লিঙ্গ-উপাসক যোগীসকলৰ শৈৱযোগ ধৰ্মৰ প্ৰাচীনত্বৰ আভাস পাব পাৰি। বেদত এই সকল লোককেই শিৱাস্ আখ্যা দিয়া হৈছে।

আদি বৈদিক যুগৰে পৰাই নাথ-যোগীসকলে বিশিষ্ট ধৰ্মীয় আদৰ্শ অনুসৰণ কৰিছিল আৰু যোগচৰ্চাকে প্ৰধান ভিত্তি হিচাপে গ্ৰহণ কৰি নিজৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক উন্নতিৰ যোগেদি ব্ৰহ্মসাক্ষাৎ লাভৰ পোষকতা কৰিছিল। নাথযোগীসকলৰ ধাৰণা যে মানৱ দেহ বিশ্বব্ৰহ্মাণ্ডৰেই ক্ষুদ্ৰ সংস্কৰণ মাথোন। গতিকে কায়াসাধনাৰ যোগেদি যোগদেহ লাভ কৰা আৰু অমৰত্ব প্ৰাপ্তিয়েই আছিল এনে সাধনাৰ অন্তৰ্নিহিত উদ্দেশ্য। নাথ-যোগীসকল পৰিশ্ৰমী, দেশপ্ৰেমিক, কষ্টসহিষ্ণু, ধাৰ্মিক, উদাৰ আৰু কৰ্মপৰায়ণ। ভাৰতীয় সাহিত্য, দৰ্শন, চিকিৎসাবিদ্যা, ৰসায়ন, যোগ আৰু আধ্যাত্মিক চিন্তা জগতলৈ নাথযোগীসকলে বিস্তৰ বৰঙণি আগবঢ়াইছে। বঙালীসকলে মীননাথকেই প্ৰথম বাংলা কবি বুলি গৌৰৱবোধ কৰাৰ দৰেই হিন্দীভাষীসকলে গোৰক্ষনাথকেই প্ৰথম হিন্দী গদ্যৰ প্ৰৱৰ্তক হিচাপে দেখুৱাব খোজে। চৰ্যাগীতকেই ভিত্তি হিচাপে ধৰিলে এই কথা নিঃসন্দেহে ক'ব পাৰি যে অসমীয়া, বাংলা হিন্দী, উৰিয়া, মৈথিলী প্ৰভৃতি ভাষাৰ লিখিত সাহিত্যৰ প্ৰথম বাটকটীয়া আছিল নাথ-যোগীসকল। আধুনিক ভাৰতীয় আৰ্য-ভাষাসমূহৰ প্ৰায় সকলোবোৰতেই নাথযোগীসকলৰ যোগ বিভূতি, আচৰিত কাৰ্যকলাপ, সিদ্ধিপ্ৰাপ্তি ইত্যাদিৰ বৰ্ণনা পোৱা যায়। নাথ-গীতিকাব্য বা নাথগীতিকা ভাৰতীয় সাহিত্যৰ সৰ্বাধিক চৰ্চিত বিষয়।

## প্ৰসঙ্গ আৰু টীকা :

১। *আদিনাথং মহেশ্বৰং সৰ্বেষাং নাথানাং প্ৰথমো নাথঃ। —হঠযোগ প্ৰদীপিকা।*

২। *নাথপন্থ, পৃ. ৯৫*

৩। *শতপথ ব্ৰাহ্মণ* ১৩/৪/৯

৪। *ঋকবেদ,* ৭/১৮/৬

৫। *ঋকবেদ,* ৭/১৮/৭

৬। *(কাণফটা) ঋকবেদ* ৭/১৮/১১

৭। *ৰামায়ণ, অযোধ্যাকাণ্ড,* ৭৬/৫

৮। *নাথ, ৰাজমোহন : বঙ্গীয় নাথপন্থৰ প্ৰাচীন পুথি, সম্পাদকীয় দ্ৰষ্টব্য।*

৯। *ঋকবেদ,* ৮/৩৫/১৩

১০। *এষাং বিষ্ণোঃ সজাত্যানাম্। ঋকবেদ* ৮/৮/৩/৭

১১। *নাথ, ৰাজমোহন : গোৰক্ষ পদাৱলী, ২য় খণ্ড, পাতনি।*

১২। Periplus of the Erithrean Sea, Sec. 38

১৩। *নাথ, ৰাজমোহন : গোৰক্ষ পদাৱলী, পাতনি*

১৪। *ঋকবেদ* ৮/৬৭

১৫। ঋকবেদ ২/১২/৬, ৭/৩৩/৫, অথৰ্ববেদ, ৪/২০/৯, বায়ুপুৰাণ, ৬৪/১৯/২০

১৬। *নাথ, ৰাজমোহন : প্ৰাগুক্ত গ্ৰন্থ, পাতনি*

১৭। *প্ৰাগুক্ত গ্ৰন্থ, পাতনি*

১৮। *নাথপন্থ,*

১৯। *আগম সংহিতা*

২০। *'কেশৱ ভাৰতী আইলা নদীয়া নগৰে।*
*প্ৰভু তাৰে নমস্কাৰি কৈলা নিমন্ত্ৰণ।। (শ্ৰীচৈতন্যচৰিত্ৰামৃত।)*

২১। *নাথ পন্থ, পৃ.* ২১

২২। *কল্যাণী মল্লিক : নাথ পন্থ, পৃ.* ১৭

২৩। *মজুমদাৰ, সুৰেশচন্দ্ৰ নাথ : ৰাজগুৰু যোগিবংশ, পৃ.* ১০৮-১৪৫

২৪। *ঋকবেদ* ১০/১২৯/২

২৫। *সিদ্ধ-সিদ্ধান্ত পদ্ধতি ১/১*

২৬। *নাথ, ৰাজমোহন; গোৰক্ষ পদাৱলী, ২য় খণ্ড পাতনি।*

২৭। *ন্যায়ৰ মতে 'জন্যানাং জনকঃ কালঃ জগতামাশ্রয়ে মতঃ।' ন্যায় ১/৪৫*

২৮। *গুপ্ত, যোগেন্দ্রনাথ ঃ সাধক কমলাকান্ত, পৃ. ৬১*

২৯। *Dasgupta S. B. : Obscure Religious cults, P. 36*

৩০। *তৈত্তিৰীয় উপনিষদ*

৩১। *পতঞ্জল ঃ যোগদৰ্শনম্, সমাধিপাদ, ২*

৩২। *সৰ্বধৰ্মানুপলম্ভৰূপং সহজানন্দ মহাসুখম্। (চৰ্যাপদৰ টীকা)*

৩৩। *এড়ি এউ চান্দক বান্ধ কৰণক পাটেৰ আস। (চৰ্যা,-১ লুইপাদ)*

৩৪। *ধমন্ শশীশুদ্ধ্যালীনা চমনং ৰবিশুদ্ধ্যাকালিনা তদুভাভ্যমাসনং কৃত্ত্বা স্বদেৱতাহংকাৰোপৱিষ্টৰঃ সন্ সাক্ষাৎ কৃতম্।। (চৰ্যাৰ টীকা)*

৩৫। *Dasgupta S. B. : Obscure Religious cults, P. 36*

৩৬। *শাস্ত্রী, হৰপ্রসাদ ঃ সাহিত্য পৰিষদ পত্রিকা, ১ম সংখ্যা, ১৩২৮ বাংলা*

৩৭। *সেন, ক্ষিতিমোহন ঃ চিন্ময়বঙ্গ, পৃ. ৯৭*

৩৮। *আলিৰাজা প্ৰণীত*

৩৯। *চৈয়দ চুলতান প্ৰণীত*

৪০। *চৈয়দ চুলতান প্ৰণীত*

৪১। *মহম্মদ চফীৰ প্ৰণীত*

৪২। *মুৰমিদ্ প্ৰণীত*

৪৩। *মুৰসিদ্ প্ৰণীত*

৪৪। *মুৰসিদ্ প্ৰণীত*

৪৫। *অণিমা, মহিমা, লঘিমা, প্ৰাপ্তি, প্ৰকাস্য, ইশিত্ত্ব বশিত্ত্ব ইত্যাদি।*

৪৬। *Dasgupta S. B. : Obscure Religious cults, P. 128*

৪৭। *Siuki, Vol. 1 & II*

৪৮। *Markopolo's Travels, Vol. II, P. 130*

৪৯। *Kaningham, Vol. II, P. 438*

৫০। *যোগীপাল ভোগীপাল মহীপাল গীত।*
*শুনিয়া সবাৰ চিত্ত হৈলা আনন্দিত।। (চৈতন্য ভাগৱত)*

৫১। *নাথ, ৰাজমোহন : বঙ্গীয় নাথপন্থেৰ প্ৰাচীন পুথি, ভূমিকা দ্ৰষ্টব্য।*

৫২। *যোগীসখা,* ১৩৫৯ *বাংলা, আষাঢ়, (L.P. Tesitary's article*

৫৩। *Mukharjee, U.N. : Dyeing Race*

*Sen, Sukumar : Kalyanshree, 1355 Bangla*

৫৪। *Tuchi, J. : JASB, 1931, Issue March.*

৫৫। *Hudson, W : JASB, Vol. 18, 1878, P. 139.*

৫৬। *তিঅ ধাউ খাট পড়িলা সবৰো মহাসুখে সেজি ছাইলী।*

*সবৰো ভুজঙ্গ নইৰামণিদ্বাৰা পেক্ষ ৰাতি পোহাইলি।। চৰ্যা-২৮ শবৰপাদ*

৫৭। *সুন কৰুণৰি অভিনধাৰেঁ কাঅবাকচিঅ।*

*বিলসই দাৰিক গঅনত পৰিম কুলেঁ।। (চৰ্যা-৩৪, দাৰিকপাদ)*

৫৮। *'তা এব সবীজঃ সমাধিঃ।।" পতঞ্জল যোগদৰ্শন, সমাধিপাদ, -৪৬*

৫৯। *মল্লিক, কল্যাণী : নাথ সম্প্ৰদায়েৰ ইতিহাস দৰ্শন ও সাধন প্ৰণালী,*

৬০। *শ্ৰীকৃষ্ণকীৰ্তন, ৰাধা বিৰহ খণ্ড পৃ.* ৩৪

৬১। *মজুমদাৰ, এচ. চি. এন. : প্ৰাগুক্ত গ্ৰন্থ।*

❖❖❖❖

*ডঃ প্ৰফুল্লকুমাৰ নাথ, গুৱাহাটী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ চিলেকচন গ্ৰেড অধ্যাপক।*

# খামতিসকলৰ ঐতিহ্য ঃ সাংস্কৃতিক বিনিময়

— ডঃ প্ৰবীণ শইকীয়া

খামতিসকল সুবৃহৎ টাই পৰিয়ালৰ এক বিশিষ্ট শাখা। ভাৰত উপমহাদেশৰ উত্তৰ-পূব দিশত অৱস্থিত অৰুণাচল প্ৰদেশ আৰু অসমৰ একো একোটি বিশেষ অঞ্চলত এই খামতি সকলে বহুকাল পূৰ্বৰে পৰা বসবাস কৰি আহিছে। ব্ৰহ্মদেশ (ম্যানমাৰ)ৰ ইৰাৱতী নদীৰ পাৰত অৱস্থিত 'ম্যুং খামতি লুং' নামৰ ঠাইতো দূৰ অতীতৰে পৰা খামতি লোকৰ বসতি বিদ্যমান। সমাজ সংস্কৃতি তথা ধৰ্মীয় দিশত বিশেষভাৱে সমৃদ্ধিশালী আৰু খ্যাতিসম্পন্ন টাই-পৰম্পৰাৰ এওঁলোক সুযোগ্য উত্তৰাধিকাৰী।

চীন দেশৰ পশ্চিম অঞ্চলত বসবাস কৰা টাই বা শ্বান জাতিৰ ভালে সংখ্যক লোকে বহুকাল পূৰ্বেই প্ৰব্ৰজন কৰি আহি ব্ৰহ্মদেশৰ উজনিত বসতি বিস্তাৰ কৰে। উক্ত ঠাইখণ্ডৰ নাম আছিল 'মু-কং' অথবা উচ্চাৰণ ভেদে 'মোঙ্গং'।[১] ত্ৰিপুৰা, য়ুনান আৰু শ্যামদেশৰ মাজৰ এক বৃহৎ ভূ-খণ্ডত শ্বানসকলে 'প্ঙং' নামৰ এখন সাম্ৰাজ্য প্ৰতিষ্ঠা কৰাৰ কথা ঐতিহাসিক তথ্যৰ পৰা জনা যায়।[২] ম্যুকং ইয়াৰ ভিতৰুৱা আছিল। 'প্ঙং' সাম্ৰাজ্যৰ উত্তৰ ফালে ২৭০° ডিগ্ৰী আৰু ২৮০° ডিগ্ৰী অক্ষাংশত অৱস্থিত ইৰাৱতী নদীৰ ম্লি-খা শাখাৰ পাৰত শ্বানসকলৰ একাংশই পৃথকে অৱস্থান লৈ 'ম্যুং- খামতি ল্যুং' অৰ্থাৎ 'বৰখামতি দেশ' প্ৰতিষ্ঠা কৰে। বৰ খামতি দেশত স্বকীয় বৈশিষ্ট্যৰে গঢ় লৈ উঠা এই শ্বান বংশীয় লোক সমষ্টিয়েই পিছলৈ 'খামতি জাতি' ৰূপে চিহ্নিত হয়।

ব্ৰহ্মৰ তৎকালীন ৰজা 'আলম্‌-ফ্ৰা'ই (১৭৫২-১৭৬০) অষ্টাদশ শতিকাৰ মাজ ভাগত ক্ষমতাত অধিষ্ঠিত হৈয়েই 'প্ঙং' ৰাজ্য ধ্বংস কৰি পেলোৱাত তাৰ বাসিন্দাসকল চেদেলি-ভেদেলি হৈ পৰে। সেই সময়তেই খামতিসকলৰ একাংশই পাট্‌কাই পৰ্বত পাৰ হৈ আহি আহোম ৰাজ্যত বসতি স্থাপন কৰেহি।[৩] খামতিসকলে বিশ্বাস কৰে যে 'ম্যুং খামতি ল্যুং' নামৰ ব্ৰহ্মদেশৰ সেই ঠাইখন তেওঁলোকৰ আদি-বাসস্থান আৰু তাতেই তেওঁলোকৰ পূৰ্বপুৰুষসকলে কেইবা শতিকা ধৰি বসবাস কৰিছিল। 'খামতি' শব্দটো মূলতঃ স্থানবাচকহে আছিল। পিছলৈহে জাতিবাচক ৰূপে পৰিগণিত হ'ল।

পবিত্র বৌদ্ধ ধৰ্মৰ একান্ত অনুগামী হিচাপে এই জন সম্প্ৰদায়ৰ পৰিমাৰ্জিত সমাজ ব্যৱস্থাত ধৰ্মীয় প্ৰভাৱৰ বিশেষ প্ৰাধান্য লক্ষ্য কৰা যায়। এওঁলোকৰ সাংস্কৃতিক কাৰ্যাৱলীৰ লগতো বহুক্ষেত্ৰত ধৰ্মৰ সম্পৰ্ক অতি নিবিড়। বৈশিষ্ট্যপূৰ্ণ ঘৰ-দুৱাৰ, উচ্চমান বিশিষ্ট বয়ন-শিল্প, কৃষি-বাণিজ্য, হাতী দাঁতৰ শিল্প, বাঁহবেতৰ শিল্প, স্বৰ্ণ আৰু লো-শিল্প, সংগীত আৰু নাট ভাওনাৰ জৰিয়তে খামতিসকলৰ উজ্জ্বল সাংস্কৃতিক পৰম্পৰাই দূৰ অতীতৰে পৰা বিকাশ লাভ কৰি আহিছে।

সমগ্ৰ অসমৰ ভিতৰত কেৱল লখিমপুৰ জিলাৰ নাৰায়ণপুৰ ৰাজহ সংমণ্ডলতহে কেইখনমান খামতি গাঁও আছে। বৰ্তমান এনে গাঁৱৰ সংখ্যা লেখত ছখন ঃ

(১) নাৰায়ণপুৰ বৰখামতি গাঁও
(২) শ্ৰীভূঞা খামতি গাঁও
(৩) গোসাঁই বাৰী খামতি গাঁও
(৪) বৰপথাৰ খামতি গাঁও
(৫) দেও তোলা খামতি গাঁও
(৬) টিপ্‌লিং খামতি গাঁও

লালুক মৌজাত থকা টুনিজান গাঁৱৰ খামতিসকলে ইতিপূৰ্বে অৰুণাচল প্ৰদেশৰ লোহিত জিলালৈ প্ৰত্যাৱৰ্তন কৰাত সেই গাঁও বৰ্তমান খামতি শূন্য হৈ পৰিল। দেওতোলা আৰু টিপ্‌লিং গাঁৱক স্বৰূপাৰ্থত একোখন খামতি গাঁও বুলি ক'ব পৰা নাযায়। কাৰণ, বৰ্তমান প্ৰথমখন গাঁৱত এঘৰ আৰু দ্বিতীয়খন গাঁৱত দুঘৰ খামতি মানুহহে আছে। লিডু (নিডুপানী)ৰ 'মোলাং' গাঁৱত ৪০ ঘৰ খামতি আছে।

উজনি অসমৰ যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, ধেমাজি আৰু লখিমপুৰ জিলাৰ ভালেমান ঠাইত পূৰ্বে বহুসংখ্যক খামতি লোকৰ বসতিস্থল আছিল। চৌ-কি-টিং, চৌ-খাম, লথৌ, লিডু আদি কিছুমান ঠাইৰ নামত সেই স্মৃতি এতিয়াও জড়িত হৈ আছে। অবিভক্ত লখিমপুৰ জিলাৰ জীয়াঢল, ধেমাজি, ঘুনাসুঁতি আদি ঠাইত বসতি কৰা খামতি লোকসকলৰ নিজা পৰিচয় বৰ্তমান নোহোৱা হৈছে। থলুৱা আহোম আৰু মিচিং জনগোষ্ঠীয় লোকসকলৰ প্ৰভাৱত নিচেই তাকৰীয়া খামতি লোকসকলে নিজৰ ভাষা-সংস্কৃতিৰ লগতে ধৰ্ম-কৰ্ম আদি ত্যাগ কৰি তেওঁলোকৰ সৈতে একাকাৰ হৈ পৰিল। লখিমপুৰ চহৰত থকা খামতি পৰিয়ালকেইঘৰ স্থানীয় আহোমসকলৰ লগত মিলি যোৱাও বহু কাল হ'ল। অসমত খামতি জাতিৰ উত্থান—পতনৰ সজীৱ ইতিহাস বিজৰিত 'সদিয়া' অঞ্চলত বৰ্তমানে খামতি বসতি নাই।

অৰুণাচল প্ৰদেশৰ 'লোহিত' জিলা আৰু 'চাংলাং' জিলাত কিছু সংখ্যক খামতি গাঁও আছে। খামতি অধ্যুষিত তেনে গাঁওসমূহ হ'ল—

**লোহিত জিলা ঃ**

**(ক) চৌখাম সংমণ্ডল—**

(১) চৌ-খাম/চংখাম্, (২) মমং, (৩) নাংলং, (৪) খেৰেম/খেলেম্, (৫) ইম্পং, (৬) মে'-মি, (৭) মানং-কাউ, (৮) তি-চু, (৯) পাং-খাউ আৰু (১০) ইম্-ফুং বা স্ফুং।

**(খ) নাম্-চাই সংমণ্ডল—**

(১১) লা-থাউ, (১২) নিউ লা-থাউ, (১৩) চুং-ৰু-তু/চৌ-ৰাং-তু, (১৪) না-নাম, (১৫) চ্যেং-চাপ, (১৬) মান্-মৌ, (১৭) জেং-থ', (১৮) ইন্-তেন্-পথাৰ, (১৯) হো-ফাই, (২০) নাম্-চাই, (২১) নাম্-পং, (২২) পাং-য়েন্, (২৩) ম্যেং-ক্যেং, (২৪) চাৰিআলি, (২৫) পি-য়ং, (২৬) চাং-লাই, (২৭) ৱিং-কু', (২৮) নং-তাউ, (২৯) দেওবিল, (৩০) লে-কাং, (৩১) পা-য়ং, (৩২) নিউ পা-য়ং, (৩৩) ম্যুং-লাং, (৩৪) মুং-কি-য়েন্, (৩৫) না-নাম্ শ্যাম, (৩৬) কুং-য়াউ, (৩৭) কাই-চু, (৩৮) মান্-ফাই-চেং আৰু (৩৯) মান্-ফা-নেং।

**(গ) দেকাং (মহাদেৱপুৰ) সংমণ্ডল—**

(৪০) লৌং-কৌং, (৪১) মহং, (৪২) নিউমহং, (৪৩) চা-ৰাতু,

**চাংলাং জিলা ঃ**

**(ক) দায়ুং সংমণ্ডল—**

(৪৪) ই-নাউ খামতি আৰু (৪৫) তিং-পা খামতি গাঁও।

'ম্যুং খামতি লুং'ত উনৈশ শতিকাত ২০ হাজাৰ খামতি লোক আছিল বুলি জনা যায়। ১৮৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদন অনুসৰি অবিভক্ত অসমৰ খামতিসকলৰ মুঠ জনসংখ্যা আছিল ১৮৮৩ আৰু ১৮৯১ চনত আহিছিল ৩,০৪০। ১৯৬১ চনৰো ৩,০৪০ বুলিয়েই দেখুৱা হৈছে।[৪] ১৯৭১ চনৰ লোকপিয়ল অনুসৰি সেই সংখ্যা হ'ল— ৪,০৭৮।[৫]

খামতিসকল 'থেৰাবাদী' অৰ্থাৎ হীনযানী বৌদ্ধ ধৰ্মাৱলম্বী লোক। পূৰ্বে ব্ৰহ্মদেশত বসতি কৰা কালত তেওঁলোকে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিছিল। সুদীৰ্ঘ পৰিক্ৰমণৰ পিছত অসমত প্ৰৱেশ কৰোঁতেও তেওঁলোকে ভগৱান বুদ্ধৰ মূৰ্তি আৰু শাস্ত্ৰ আদি সমন্বিতে ধৰ্মীয় সম্পদসমূহ লগত লৈ আহিছিল। নানা যুদ্ধ-বিগ্ৰহ, ভ্ৰমণ-পৰিক্ৰমণ আৰু প্ৰাকৃতিক বিপৰ্যয়ৰ মাজতো খামতিসকলে স্বধৰ্ম বৰ্তাই ৰাখিব পৰাটো বিশেষ মন কৰিবলগীয়া কথা। ধৰ্মৰ প্ৰতি তেওঁলোক বিশেষ শ্ৰদ্ধাশীল আৰু ধৰ্মৰ নীতি

উপদেশ সমূহ যথা সম্ভৱ নিয়ম-নিষ্ঠাৰে পালন কৰাটো তেওঁলোকে প্ৰধান ধৰ্মীয় কৰ্তব্য বুলি ভাবে।

গাঁৱৰ কোনো সুবিধাজনক স্থানত একোখনকৈ বৌদ্ধ-বিহাৰ থাকে। ইয়াৰ অধ্যক্ষ ৰূপে একোজন ভিক্ষু বা বিকল্পে এজন শ্ৰমণ নিয়োজিত হয়। তেওঁক 'বাপু' বা 'গোসাঁই' বুলি গণ্য কৰা হয় বাবে বৌদ্ধ-বিহাৰক 'বাপু-চাং' বা 'গোসাঁই চাং' বুলিও কোৱা হয়। আনহাতে বৌদ্ধ বিহাৰক 'মন্দিৰ' বা 'সংঘ' বুলিও কোৱা হয়। এই মন্দিৰ-গৃহ সাধাৰণতে চাংঘৰ ৰূপে সজা হৈছিল। বৰ্তমান প্ৰায়বোৰ স্থায়ী মন্দিৰ সমতলতেই স্থাপন কৰা হৈছে। অৰুণাচল প্ৰদেশৰ 'মমং' নামৰ ঠাইত চাংঘৰ ৰূপে নিৰ্মিত প্ৰাচীন ঐতিহ্যমণ্ডিত কাঠৰ বৌদ্ধ বিহাৰ এতিয়াও আছে।

বিহাৰৰ ভিতৰৰ সুদৃশ্য বেদীত তথাগত বুদ্ধৰ বিভিন্ন মূৰ্তি, প্ৰতিচ্ছবি আদি সুন্দৰকৈ সজাই থোৱা থাকে। পুৰণি মূল ধৰ্মপুথিৰ লগতে নতুন লিপিকাৰসকলে প্ৰতিলিপি কৰি দিয়া বিভিন্ন প্ৰাচীন শাস্ত্ৰৰ দৃষ্টিনন্দন পাণ্ডুলিপিবোৰ কাৰুকাৰ্য-খচিত কাঠৰ পেৰাত সংৰক্ষণ কৰি ৰাখিবলৈ তাত নিৰ্দিষ্ট ঠাই নিৰ্দ্ধাৰণ কৰা থাকে। দানসসূত্ৰে লাভ কৰা ভক্তসকলৰ শিল্পকৰ্ম আৰু শিপিনীসকলৰ 'ত্বান্-খ্বন' বা ওলমা-পতাকাসমূহ মন্দিৰৰ ভিতৰতে সজাই থোৱা হয়। বেদীৰ সমুখৰ আহল-বহল ঠাইখিনিতে নিত্য-নৈমিত্তিকভাৱে উপাসক-উপাসিকাসকলে ভিক্ষুৰ পৰা পঞ্চশীল, অষ্টশীল আদি গ্ৰহণ কৰাৰ লগতে অন্যান্য ধৰ্মীয় কাৰ্যাৱলী সম্পাদন কৰে।

অধ্যক্ষ তথা ভিক্ষু-শ্ৰমণাদি থাকিবৰ বাবে বিহাৰৰ চৌহদতে একো একোটা আবাস-গৃহ থাকে। 'পয়-চাংকেন'ৰ সময়ত বুদ্ধ-মূৰ্তি স্নান কৰোৱাবৰ বাবে মন্দিৰৰ সমুখত থকা সৰু ঘৰটোক 'চাংফ্ৰা' বোলে। বিহাৰৰ নিকট স্থানত চৌ-মৌ, চা-লপ্, 'বোদ্ধিদ্ৰুম্ আদিৰ লগত 'বৌদ্ধ-স্তুপ'ও থাকে। বিহাৰত কোনো ৰান্ধনি-ঘৰ নাথাকে। বৌদ্ধ বিহাৰৰ আবাসীসকলৰ খোৱা বোৱাৰ বাবে গাঁৱৰ প্ৰতিঘৰ লোকে পাল পাতি ৰন্ধা আহাৰ যোগান ধৰে। ৰাজহুৱা বা ব্যক্তিগত যিকোনো উৎসৱ, জন্ম, বিবাহ, মৃত্যু আদিৰ সৈতে জড়িত সকলো অনুষ্ঠানত ধৰ্মীয় কাৰ্যসমূহ অধ্যক্ষজনৰ পৌৰোহিত্যতে সম্পাদিত হয়। উল্লেখযোগ্য যে খামতিসকলৰ প্ৰায় সকলো উৎসৱ-অনুষ্ঠানত ধৰ্মীয় উপাদান জড়িত হৈ থাকে বাবে সেইবোৰ বৌদ্ধ বিহাৰতে উদ্‌যাপিত হয়। ৰাজহুৱা বা ব্যক্তিগত সকলো উৎসৱ-অনুষ্ঠানতে শীল গ্ৰহণ কৰাটো অপৰিহাৰ্য ব্যৱস্থা। আবাল বৃদ্ধ-বনিতা সকলোৱে পৰ্যায়ক্ৰমে পঞ্চশীল, অষ্টশীল দশশীল আদি গ্ৰহণ কৰে। শ্ৰমণসকলৰ বাবে অষ্টশীল আৰু ভিক্ষুসকলৰ বাবে দশশীল অৱশ্যেই পালনীয়।

বিহাৰৰ অধ্যক্ষজনে গাঁৱৰ আগ্ৰহীলোকক বিশেষকৈ চেমনীয়াসকলক বৌদ্ধবিহাৰত খামতি আৰু পালি ভাষাৰ লিপি আৰু পাঠ লিখিব পঢ়িবলৈ শিকায়। লিখা-পঢ়া আৰু ধৰ্মতত্ত্ব আদিত পাৰ্গত হোৱা একোজনলোকক সংঘৰ পাঠকৰূপে নিয়োগ কৰা হয়।

ইচ্ছুক ধৰ্ম প্ৰাৰ্থীসকলক বিহাৰ সমূহত শ্ৰমণৰূপে ৰখা হয়। শীলপালনৰ লগতে ধৰ্মতত্ব ব্যাখ্যাৰ ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাব পাৰিলে আৰু বিভিন্ন ধৰ্মীয় পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত একোজন শ্ৰমণক ভিক্ষুৰ মৰ্যাদা দিয়া হয়। ভিক্ষুৰ অভাৱত একোজন শ্ৰমণকে বিহাৰৰ অধ্যক্ষৰূপে নিয়োজিত কৰাৰ নিয়ম আছে। বৌদ্ধবিহাৰৰ অধ্যক্ষজন একাধাৰে ধৰ্মগুৰু, পুৰোহিত, শিক্ষক আৰু নিৰ্ভৰযুক্ত পৰামৰ্শদাতা। পাৰিবাৰিক অসুখ-অশান্তি আৰু শাৰীৰিক বেমাৰ-আজাৰ নিৰাকৰণৰ বেলিকা তেওঁ ফলদায়ক ব্যৱস্থা দান কৰিব পাৰে বুলি খামতি সকলে একান্তভাৱে বিশ্বাস কৰে।

ধৰ্মীয় গ্ৰন্থসমূহৰ প্ৰতিলিপি কৰি বৌদ্ধ বিহাৰত দান দিব পৰাটো মহৎ পুণ্যৰ কাম বুলি বিশ্বাস কৰা হয়। কোনো হস্তশিল্পীয়ে বুদ্ধ-মূৰ্তি আদি নিৰ্মাণ কৰিও দান কৰে। বৌদ্ধ বিহাৰৰ কোনো পবিত্ৰ ধৰ্ম-সামগ্ৰী কিবা কাৰণত ব্যৱহাৰৰ অনুপযোগী হ'লে অথবা বিনষ্ট প্ৰায় হ'লে গোটেইবোৰ গোটাই একে ঠাইতে পুতি ওপৰত স্তুপ নিৰ্মাণ কৰি দিয়া হয়।

বৌদ্ধ ধৰ্মৰ মৌলিক নীতি-আদৰ্শসমূহত গভীৰ বিশ্বাস ৰখাৰ উপৰিও খামতিসকলে আন এক ধৰ্মীয় বিশ্বাস মানি আহিছে। সেই অনুসৰি অপাৰ জলৰাশিত অৰ্দ্ধশায়িতভাৱে তুৰীয় বা 'লোকোত্তৰ' অৱস্থাতে চাৰিজন আৰু সু উচ্চ পৰ্বতত আসনাধিষ্ঠ অৱস্থাত চাৰিজন দেৱতা বিৰাজমান। এই আঠজন দেৱতাক একেলগে 'চাং-ফা-অপুক্' বোলা হয়। তেওঁলোক জীৱিত বা মৃত অৱস্থা অতিক্ৰম কৰি অন্য এক বিশেষ অৱস্থাপ্ৰাপ্ত হৈ থাকে। যিটো বৰ্ষত কেৱল বুধবাৰ সমূহতহে পূৰ্ণিমা তিথি পৰে তাৰে কোনোবা এটা তিথিতহে তেওঁলোক ভিক্ষা কৰিবলৈ উঠি আহে। অসৎ আৰু বিধৰ্মী লেকক বিনাশ কৰিবলৈ ধৰাধামত যেতিয়া 'চাউ-মি-তে' নামৰ এজন দেৱতাৰ (তুলনীয়া ঃ কল্কিঃ পৰিত্ৰানায় সাধুনাম বিনাশয় চ দুস্কিতাম...') আবিৰ্ভাব হ'ব তেতিয়াহে তেওঁলোকে চিৰ-জাগ্ৰত হৈ ধৰালৈ নামি আহিব। এই 'চাং-ফা-অপুক'ৰ চিত্ৰ সম্বলিত এখন কাগজ বা তুলাপাত তাবিজৰ ভিতৰত ভৰাই লৈ দেহত পৰিধান কৰিলে অপায়-অমংগল হ'লে ৰক্ষা পায় বুলি খামতি সকলে বিশ্বাস কৰে। ধৰ্মীয় উৎসৱৰ সময়ত ওচৰৰ নদী বা জলাশয়ত নাহৰ গছৰ ডাল এটা পুতি তাত বয়সস্থ লোকসকলে 'চাং-ফা-অপুক্'ৰ উদ্দেশ্যে স্তুতি-প্ৰাৰ্থনা গায়। কোনো কোনো বৌদ্ধবিহাৰত 'চাং-ফা-অপুক'ৰ বাবে কাষৰীয়া পানী যুঁৱলিত সুকীয়াকৈ স্থায়ী পূজাৰ বেদী নিৰ্মাণ কৰি লোৱা দেখা যায়।

অসমৰ সংশ্লিষ্ট অঞ্চলসমূহত বসতি আৰম্ভ হোৱাৰ পিছৰে পৰা সংঘ, ভিক্ষু আদিৰ অভাৱত খামতিসকলে ধৰ্ম চৰ্চাৰ ক্ষেত্ৰত বিশেষ অসুবিধাৰ সন্মুখীন হ'ব লগা হ'ল আৰু নাতি দূৰৈৰ মাজুলীৰ আউনিআটি সত্ৰলৈ দুজনমানে স্থানীয় লোক গৈ ভাৰ-ভেটি দি শৰণ প্ৰাৰ্থনা কৰিলে। এখন কীৰ্তন পুথি উপহাৰ হিচাপে দি সত্ৰৰ

অধিকাৰে যথা সময়ত শৰণ ল'বলৈ আমন্ত্ৰণ কৰি বিদায় দিয়াৰ পিছত ঘৰলৈ উভতি আহিল। সেই সময়তে অন্য এচাম খামতিলোকে স্থানীয় দেউৰী সমপ্ৰদায়ৰ লোকৰ আৰ্হিত বলি-বিধানেৰে দেওঁ পূজাৰ প্ৰথাও গ্ৰহণ কৰিছিল। ইয়াৰ লগে লগে মদ, গাহৰি আদিৰ অবাধ প্ৰচলন হোৱাত অতিষ্ঠ হৈ কেইজনমান সাধু প্ৰকৃতিৰ লোকে সদিয়া অঞ্চলৰ পৰা ভিক্ষু আনি খামতি সমাজত পুনৰাই বৌদ্ধ ধৰ্ম প্ৰতিষ্ঠা কৰিলে। 'মহাগুৰু উকুতি' নমাৰ এজন সৎ আৰু মহৎ ভিক্ষুৱে তৎপৰতাৰে প্ৰতিখন গাঁৱৰ পৰা দেও পূজা, বলি-বিধান, মদ-গাহৰি আদিৰ প্ৰচলন আঁতৰাই সকলোকে পূৰ্বৰ ৰূপলৈ ঘূৰাই আনিলে। অৱশ্যে কোনো খামতি লোকে অভীষ্ট সিদ্ধিৰ বাবে বা অপায়-অমংগল দূৰীকৰণ কৰিবৰ বাবে গোপনে স্থানীয় বৰকালিকা থান, পেটুৱা গোসাঁনীৰ থান অথবা মাঘনোৱা দ'লত পূজা-পাতল, বলি-বিধান দিয়া কাৰ্য এতিয়াও চলি আছে। 'মহাগুৰু উকুতি' অহাৰ পিছত আউনিআটি সত্ৰৰ আমন্ত্ৰনো তেওঁলোকে ৰক্ষা কৰিবলৈ নগ'ল।

খামতিসকলে 'ফা-বুঢ়া ভকত' নামৰ এজন বৃক্ষবাসী লৌকিক দেৱতাক বিশ্বাস কৰে। অসমৰ হিন্দুসকলৰ 'বুঢ়া-ডাঙৰীয়া'ৰ লগত চাৰিত্ৰিক সাদৃশ্য থকা এই দেৱতাৰ দায়-জগৰ মৰিষণৰ বাবে তেওঁ অহাযোৱা কৰা বাটত, নদীৰ পাৰৰ বালিত অথবা এজোপা পবিত্ৰ বৃক্ষৰ গুৰিত কলপটুৱাৰ খোলত তামোল-পাণ, ফুল-পাত, ধূপ-ধূনা আদিৰে সেৱা কৰা হয়। বৌদ্ধ ধৰ্মৰ সৈতে সম্পৰ্ক নথকা এনেবোৰ কাৰ্যাৱলীৰ প্ৰচলন সীমিত সংখ্যক লোকৰ মাজতহে অৱশ্যে আছে।

অসমীয়া ভাষা আৰু সংস্কৃতিক বৈশিষ্ট্যমণ্ডিত কৰা জনগোষ্ঠীসমূহৰ ভিতৰত টাই জাতিৰ অৱদান লেখত ল'বলগীয়া। ইয়াৰে অন্যতম শাখা খামতিসকলে কথিত আৰু লিখিত ৰূপত পূৰ্বৰে পৰা ব্যৱহাৰ কৰি অহা বিশিষ্ট ভাষাটোৱেই হৈছে 'খামতি ভাষা'। সাম্প্ৰতিক কালত অসম আৰু অৰুণাচলৰ খামতিসকলৰ মাজত এই ভাষাৰ প্ৰচলন আছে। ভাৰবৰ্ষৰ পূব প্ৰান্তত থকা ম্যান্‌মাৰ বা ব্ৰহ্মদেশৰ 'ম্যুং-খামতি ল্যুং' অৰ্থাৎ 'বৰখামতি দেশতো' বহু সংখ্যক খামতি ভাষী লোকে বসবাস কৰে।

খামতি ভাষা চীন-তিব্বতীয় ভাষা-গোষ্ঠীৰ পৰা উদ্ভূত এক বিশিষ্ট ভাষা। চীন-তিব্বতীয় ভাষাগোষ্ঠীৰ প্ৰধান দুটা শাখা হৈছে 'তিব্বতবৰ্মী' আৰু 'শ্যাম-চীনীয়'। শ্যাম-চীনীয় শাখাৰ প্ৰধান উপশাখা হৈছে 'টাই' বা 'থাই'। এই টাই উপশাখাটোৰ পৰাই ক্ৰমবিকাশৰ মাজেৰে খামতি ভাষাটোৰ উৎপত্তি হৈছে।

আহোম, খামতি, খাময়াং (শ্যাম বা নৰা), তুৰুং, ফাকে আৰু আইতনীয়া— টাই গোষ্ঠীয় এই ছটা শাখাৰ লোকে অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন স্থানত বসবাস কৰে। আহোম আৰু একাংশ খাম্‌য়াং লোকৰ বাদে বাকী আটাইকেইটা শাখাৰ মাজত নিজা নিজা টাই-সম্ভূত ভাষা এতিয়াও ব্যৱহৃত হৈ আছে। প্ৰসংগক্ৰমে উল্লেখযোগ্য

যে এই প্ৰতিটো ভাষিক সম্প্ৰদায়েই হৈছে দ্বি-ভাষী। নিজৰ ভাষাৰ বাহিৰেও সামাজিক, অৰ্থনৈতিক আদি দৈনন্দিন জীৱনৰ প্ৰয়োজনত তেওঁলোকে ঘাইকৈ অসমীয়া ভাষা ব্যৱহাৰ কৰে। আহোম ভাষাটো আহোম জাতিৰ মাজৰ পৰা বহুকাল পূৰ্বেই অন্তৰ্হিত হ'ল যদিও দেওধাই, বাইলুংসকলৰ মুখত আৰু অসংখ্য প্ৰাচীন পুথি পাঁজিত ই বৰ্তি আছেগৈ। খাম্য়াং সমপ্ৰদায়ৰ ভিতৰৰা 'শ্যাম' আৰু 'নৰা' লোকসকলৰ মাজতো নিজৰ ভাষাটো ক্ৰমে হেৰাই যাব ধৰিছে।

খামতি ভাষাই স্বকীয় ৰূপ পৰিগ্ৰহ কৰে পূৰ্বে ব্ৰহ্মদেশত দীৰ্ঘস্থায়ীভাৱে বসতি কৰা কালত। বহুকাল জুৰি ব্ৰহ্মদেশীয় ভাষাসমূহৰ সংশ্ৰৱত থকা বাবে খামতিসকলৰ ভাষাত সেই সেই ভাষাৰ কিছু প্ৰভাৱ পৰিছে। আৰ্যভাষা সম্ভূত কিছু ভাৱ-তাত্ত্বিক সমলো খামতি ভাষাত দেখা পোৱা যায়। ইয়াৰ প্ৰধান কাৰণ হৈছে পালি ভাষাত ৰচিত বৌদ্ধ ধৰ্মীয় গ্ৰন্থসমূহৰ বহুল চৰ্চ্চা আৰু চৰ্যা। অসমীয়া ভাষা-ভাষীসকলৰ নিবিড় সংশ্ৰৱত থকা বাবে আধুনিক যুগৰ খামতি ভাষালৈ অসমীয়া ভাষাৰ কিছু ৰূপ-তাত্ত্বিক সমলৰো প্ৰৱেশ ঘটিছে। ব্ৰহ্মদেশৰ উত্তৰ খণ্ডৰ শ্বান ভাষাৰ লগত খামতি ভাষাৰ নিকট সম্বন্ধ আৰু শব্দমালাৰ লগতে বৰ্ণমালাৰো সুসাদৃশ্য আছে বুলি ভাষাবিদ ড° গ্ৰীয়েৰ্চন চাহাবে উল্লেখ কৰিছে।

বৰ্ণাঢ্য সাহিত্য সম্পদে খামতি ভাষাক বিশেষ গৰিমা প্ৰদান কৰিছে। ইয়াত মৌখিক সাহিত্যৰ লগতে মানবিশিষ্ট লিখিত সাহিত্যও আছে। মৌখিক বা লোকসাহিত্যৰ ভিতৰত উৎসৱ উপলক্ষে গোৱা ধৰ্মীয় গীত-মাত, ধৰ্মনিৰপেক্ষ গীত-মাত, সাধুকথা, ফকৰা-যোজনা, সাঁথৰ আদি বিশেষভাৱে উল্লেখযোগ্য। উন্নত মানৰ লিখিত সাহিত্যৰ নিদৰ্শনেও খামতি ভাষাক ঐশ্বৰ্যমণ্ডিত কৰিছে। একাধিক প্ৰতিলিপিৰে সৈতে খামতি ভাষাত ৰচিত অজস্ৰ পাণ্ডুলিপি বৌদ্ধ বিহাৰসমূহত এতিয়াও সু-সংৰক্ষিত হৈ আছে। সাধাৰণ তুলাপাত আৰু পাটকাপোৰৰ নিচিনা উৎকৃষ্ট তুলাপাতৰ পৃষ্ঠাত কলীয়া মহীৰে সুশৃংখলিতভাৱে লিপিবদ্ধ এই পাণ্ডুলিপিসমূহ ধৰ্ম সম্পৰ্কীয়, আইন সম্পৰ্কীয়, বুৰঞ্জী সম্পৰ্কীয়, ভুগোল সম্পৰ্কীয়, জ্যোতিষ বিদ্যা সম্পৰ্কীয়, উপন্যাস জাতীয়, লোক কথা, সাধুকথা আদি বিভিন্ন বিষয়ক কেন্দ্ৰ কৰি ৰচিত হোৱা। উক্ত গ্ৰন্থসমূহ সাহিত্য কৃতি হিচাপেও মূল্যবান সম্পদ। 'ছাউলামাং' (ৰামায়ণ) আৰু 'থাম্মা পুক্তাম্' (< ধৰ্ম পুত্ৰ = যুধিষ্ঠিৰ অৰ্থাৎ 'মহাভাৰত') এই প্ৰসংগত বিশেষভাৱে উল্লেখযোগ্য।

বৈশিষ্ট্যপূৰ্ণ সমাজ ব্যৱস্থা, সভ্যতা-সংস্কৃতি, ধৰ্ম-চৰ্যা, ভাষা-সাহিত্য আদিৰে খামতিসকলৰ যি বৰ্ণাঢ্য পৰিচয় সেয়া সময়ৰ বোঁৱতী সুঁতিয়ে একেটা ৰূপতে থাকিবলৈ দিয়া নাই। ঘৰ-দুৱাৰ, আচবাব-পত্ৰ, খাদ্যাভ্যাস, আ-অলংকাৰ, সাজ-সজ্জা, বিয়া-বাৰু, উৎসৱ-পাৰ্বণ আদি বিভিন্ন বিষয়ত সম্প্ৰতি খামতিসকলৰ জীৱনধাৰাৰ দ্ৰুত পৰিৱৰ্তনমুখিতা সততে চকুত পৰে। ইয়াৰ মূলত প্ৰাকৃতিক, ৰাজনৈতিক, অৰ্থনৈতিক তথা বিদ্যায়তনিক আদি কাৰক সক্ৰিয় হৈ আছে বুলি সহজে অনুমান কৰিব পাৰি।

প্ৰতিকূল পৰিস্থিতিৰ বাবে পাহাৰীয়া অঞ্চলৰ পৰা প্ৰব্ৰজন কৰি আহি সমভূমিৰ উৰ্বৰ খণ্ডত বসবাস কৰিবলৈ লোৱাৰ পিছত ভূমিকম্প, বানপানী আদি প্ৰাকৃতিক দুৰ্যোগৰ দ্বাৰা যিদৰে প্ৰভাৱান্বিত হ'ব লগা হৈছিল ঠিক সেইদৰে প্ৰাকৃতিক দ্ৰব্য সম্ভাৰ তথা পৰম্পৰাগত খাদ্য সামগ্ৰী সংগ্ৰহৰ ক্ষেত্ৰত নিৰ্ভৰ কৰা পূৰ্বৰ উপযুক্ত অৰণ্যানিৰ পৰিসৰ দ্ৰুত গতিত হ্ৰাস পোৱাৰ ফলত খামতি সমাজত বিভিন্ন প্ৰকাৰৰ আৰ্থসামাজিক পৰিবৰ্তনে অৱধাৰিতভাৱে গা কৰি উঠিছে।

মটক, চিংফৌ, আহোম, ইংৰাজ আদি সাময়িক প্ৰতিপক্ষৰ সৈতে কৰা যুদ্ধ-বিগ্ৰহ তথা ক্ষমতাৰ অৰিয়া অৰি পৰ্বৰ পৰৱৰ্তী কালত স্বৰাজোত্তৰ ৰাজনৈতিক পৰিস্থিতিয়েও খামতি জন-জীৱনৰ নানান পৰিৱৰ্তন সাধন কৰিছে। আনহাতে আধুনিক পদ্ধতিৰ শিক্ষা ব্যৱস্থা প্ৰসাৰৰ লগে লগে অন্যান্য ভালেমান দিশৰ লগতে পৰম্পৰাগত কৃষিকেন্দ্ৰিক অৰ্থনীতিৰ পৰিৱৰ্তে খামতি নতুন পুৰুষৰ ব্যৱসায়-বাণিজ্য আৰু চৰকাৰী চাকৰিৰ প্ৰতি ধাউতি বৃদ্ধি হোৱাত দ্ৰুতভাৱে অৰ্থনৈতিক পৰিৱৰ্তন সাধিত হৈছে। আধুনিক শিক্ষা পদ্ধতিৰ নামত হিন্দী আৰু ইংৰাজী ভাষাৰ অভাৱনীয় গুৰুত্ব আহি পৰাত খামতি ভাষাৰ ব্যাপকতাও ক্ৰমে ক্ৰমে সংকুচিত হৈ আহিবলৈ ধৰিছে। ধ্বনিতত্বৰ ক্ষেত্ৰত নহ'লেও ৰূপতত্ত্বৰ ক্ষেত্ৰত হোৱা পৰিৱৰ্তন খামতি ভাষাৰ বাবে লক্ষণীয় প্ৰত্যাহ্বান স্বৰূপ হৈ পৰিছে। এনে এটা দিন হয়তো আহি পৰিব তেতিয়া খামতিসমাজৰ নতুন প্ৰজন্মই নিজৰ গৌৰৱোজ্জ্বল আত্ম পৰিচয় বিচাৰি নিৰ্বিকল্পভাৱে লুটিয়াব লগা হ'ব ইতিহাসৰ বহুখিলা ধুসৰ পৃষ্ঠা।

নিজস্ব ভাষা-সংস্কৃতি তথা ধৰ্মীয় মতাদৰ্শেৰে খামতিসকল দেখাত এক পৃথক সাম্প্ৰদায়িক গোট হ'লেও বৃহত্তৰ অসমীয়া সংস্কৃতিৰ বৰ্ণাঢ্য ইতিহাসত তেওঁলোকৰো এক সন্মানজনক স্থান আছে। অসমীয়া ভাষা-সংস্কৃতিলৈ টাই গোষ্ঠীয় লোকসকলৰ অৱদান প্ৰচুৰ। সেই একেই টাই বংশোদ্ভৱ জনগোষ্ঠী হিচাপে খামতিসকলৰ পৰাও তেনে কিছুমান অৱদান অসমীয়া জাতি সত্বাই আন্তৰিকতাৰে গ্ৰহণ কৰিছে। খামতি দা, খামতি মোনা, খামতি চাউল,খামতি সূতা, খাউ-লাম্ (চুঙা-চাউল) আদি বিশিষ্ট সাংস্কৃতিক সমল বৃহত্তৰ অসমীয়া সমাজতো বহুলভাৱে গৃহীত আৰু প্ৰচিলত। মাঘৰ বিহুত স্থাপন কৰা উজনি অসমৰ সুদৃশ্য খৰিৰ মেজিটোৰে সৈতে খামতিসকলৰ দৃষ্টিনন্দন 'মাই-কু-চুম্-ফাই'ৰ সাদৃশ্যও মন কৰিবলগীয়া।

খামতি ভাষাৰ কেতবোৰ ৰূপতাত্ত্বিক সমলেৰে সৈতে অসমীয়া ভাষাৰ প্ৰত্যক্ষ আৰু পৰোক্ষ সাদৃশ্য কোনো কোনো ক্ষেত্ৰত লক্ষ্য কৰা যায়। (১) নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ ক্ষেত্ৰত, (২) ধ্বন্যাত্মক ৰূপৰ বিশেষণীয় বিশেষণৰ ক্ষেত্ৰত, (৩) স্বৰ সমীভৱনৰ ক্ষেত্ৰত, (৪) জতুৱা খণ্ডবাক্যৰ ক্ষেত্ৰত, (৫) ধ্বন্যাত্মক শব্দ আৰু (৬) শব্দমালাৰ ক্ষেত্ৰত ইয়াৰ যথাৰ্থ নিদৰ্শন আছে।

অসমীয়া ভাষাৰ বাহিৰে নব্য ভাৰতীয় আৰ্য ভাষাসমূহৰ বেলিকা নিৰ্দিষ্টতাবাচক প্ৰত্যয় অথবা ধ্বন্যাত্মক শব্দৰ বৈচিত্ৰ্যজনক প্ৰয়োগ অনুপস্থিত। তিব্বতবৰ্মীয় ভাষা আৰু টাইমূলীয়া ভাষাসমূহৰ পৰাই যে অসমীয়া ভাষাই এই বৈচিত্ৰ্যসমূহ আহৰণ কৰিছে সেই কথা নিশ্চিতভাৱে ক'ব পাৰি। খামতি ভাষাতো এই বৈচিত্ৰ্য বিদ্যমান।

**উদাহৰণ ঃ**

**(ক) নায়্-, -নাই /ন্নে' (-টো,-খন,-জন, -জনী ইত্যাদি) ঃ**

ঙু-নাই (গৰুটো), ফা-নাই (আকাশখন), কুন্-নাই (মানুহজন), নাং-নাই (ছোৱালীজনী), নুক্-নাই (চৰাইটো), মা-লাং-নাই (কঁঠালটো) ইত্যাদি।

**(খ) ক্কন্-,-ক্কন্ (-চপৰা, -চেকুৰা, -কন) ঃ**

ক্কন্-মক্-ফুন্ (চপৰা মেঘ), মক্-ফুন্ ক্কন্ (মেঘ চপৰা), নিন্-ক্কন (মাটি চপৰা/লডা), খাম্-ক্কন (সোণ চেকুৰা/সোণকণ) পা-ক্কন্, (মাছকণ) ইত্যাদি।

**(গ) -চ্যিক্-ন্নে', -ত্বন্-ন্নে' (-ছোৱা, -ছেও, -ডোখৰ, -টুকুৰা) ঃ**

তাং-চিক্ন্নে' (বাটছোৱা), মাই-চ্যিক্-ন্নে'/মাই-ত্বন্ন্নে' (কাঠ ছেও), নিন্-চ্যিক্ন্নে'/নিন্ত্বন্ন্নে' (মাটি ডোখৰ), ছাই চ্যিক্-ন্নে'/ছাই ত্বন্-ন্নে' (ৰছি টুকুৰা) ইত্যাদি।

**(ঘ)-পান্-ন্নে' (-কোঁছা) ঃ**

ফুম্পান্-ন্নে' (চুলিকোঁছা), খা-পান্-ন্নে' (খেৰ কোঁছা)।

**(ঙ) -পক্-ন্নে' (-নুৰা, -নেছা) ঃ**

ছাই পক্-ন্নে' (ৰছিনুৰা), মাইপক্-ন্নে' (শূতা নেছা)।

**(চ) -লু-ন্নে' (-কুৰা, -পাহ) ঃ**

ফাই লু-ন্নে' (জুইকুৰা), ম'ক-য়া-লু-ন্নে' (ফুলপাহ)।

**(ছ) -লিম্ন্নে' (-মুঠা, -আঁটি) ঃ**

য়া লিম্ন্নে' (ঘাঁহ মুঠা), লাউ লিম্-ন্নে' (ইকৰা আঁটি) ইত্যাদি।

অসমীয়া ভাষাৰ আন এটা বৈশিষ্ট্য হৈছে বিশেষণীয় বিশেষণৰ প্ৰয়োগ। এই বিশেষত্ব খামতি ভাষাতো দেখা যায়। উদাহৰণ ঃ

| **খামতি** | **অসমীয়া** |
|---|---|
| ন্যেংলালা | তিক্‌তিক্‌কৈ ৰঙা |
| খাউ পান্‌পান্ | ধকধককৈ বগা |
| নাক্-কুত্-কুত্ | কিচ্‌কিচ্‌কৈ ক'লা |
| ল্যং-হত্-হত্ | তেলতেলকৈ হালধীয়া |
| চুক্-কা-কা | তুলতুলীয়া পকা |
| নিপ্-চাক্-চাক্ | ডেমডেমকৈ কেঁচা |
| খেং তাক্-তাক্ | কেতকেতকৈ টান ইত্যাদি। |

স্বৰধ্বনিৰ সংগতিৰ এক বিশিষ্ট ধাৰা হৈছে পৰৱৰ্তী স্বৰৰ প্ৰভাৱত পূৰ্ববৰ্তী স্বৰৰ সমৰূপীভৱন। অসমীয়া ভাষাৰ ই এক বৈশিষ্ট্য। যেনে ঃ ন + কৰোঁ = নকৰোঁ, ন + কাটোঁ = নাকাটোঁ, ন + দিওঁ = নিদিওঁ, ন + বুজা = নুবুজা, ন + দেখা = নেদেখা, ন + শোওঁ = নোশোওঁ ইত্যাদি। খামতি ভাষাতো ইয়াৰ উদাহৰণ প্ৰচুৰ। যেনে ঃ মক্ + কক্ = মকক্ (অমৰা), মক্ + চান = মাচান্ (ঔ টেঙা), মক্ + খাম্ = মাখাম্ (আমলখি), মক্ + ফিত = মিফিত্ (জলকীয়া), মক্ + উন্ = মুক্-উন্ (নাৰিকল), মক্ + খুক্ = মুখুক (বেঙেনা), মক্ + নেপেং = মেনেপেং (ডিমৰু) ইত্যাদি।

জতুৱা খণ্ড বাক্যৰ বেলিকাও তেনে কিছু সাদৃশ্য চকুত পৰে। যেনে ঃ তাং-হুন = পাত ঘৰ (অৰ্থাৎ ঘৰপাত/বিয়া পাত), য়্যাক-ম্যু = দাং হাত (অৰ্থাৎ হাত দাং/মাৰিবলৈ উদ্যত হ), চুক্-না-চুক্-তা = ধোমুখ-ধো চকু (অৰ্থাৎ হাত মুখ ধো/জলপান খা), আউ-না-আউ-তা = দে মুখ-দে চকু (অৰ্থাৎ চকু-কাণ দে/তত্বাৱধান ল), তা-মান-তা-না = চকু গাঁও-চকু -পথাৰ (অৰ্থাৎ চকু-কাণ থিয় কৰি ৰাখ/সজাগ-সচেতন হৈ থাক) ইত্যাদি।

ধন্যাত্মক ৰূপত জতুৱা খণ্ডবাক্যৰ প্ৰয়োগ বৈশিষ্ট্যৰ ক্ষেত্ৰতো দুয়োটা ভাষাৰ সাদৃশ্য চকুত লগা। যেনে ঃ চেত্-চেত্ 'চুপতি কৰ', ফাই-চেত্-চেত্ 'মুখ চোকা', তাং-মাং-মাং 'তিৰবিৰ', লাং-খা-লিং-খি 'ইটো সিটো বস্তু', চেন্ লুং চেন্ লাং 'ধুনীয়াতকৈ ধুনীয়া', কিত্ কিত্ 'কিতকিতকৈ', কুন্ কুন্ কান্ কান্ 'জোখতকৈ বৈছি' আদি খামতি ভাষাৰ এই ৰূপবোৰৰ আৰ্হি অসমীয়া ভাষাৰ ধন্যাত্মক শব্দবোৰতো বিদ্যমান। যেনে ঃ পিৰপিৰা, তিংতিঙা, বুবু-বাবা, ভুন্ ভুন্-ভান্-ভান্, জিন্ জিন্-জান্ জান্, পিন্ পিন্-পান্ পান্, বিংবিং-বাং বাং ইত্যাদি।

টিপলিং, চৌ খাম্, মান-মৌ, লথৌ (লাথাও), বাণ্টৌ, পাং-খা আদি ঠাইৰ নাম; 'নাম্-চুম্', 'নাম্-চাই' আদি নদীৰ নাম খামতি ভাষাৰ অৱদান। চিপৰাং (খামতি ঃ চিম্ফাং), টকৌ (খাম, তংক'), টোম., পিলিঙিা (খাম. পিলিং 'চেমনীয়া'), পঠাছাগলী (খাম. পি-আথুক), মোবা আলু (খাম. মান্ ৰাং), হাচতি (খাম. ফা-চেত), পান ধোৱা

পান্ বটা (খাম. পান-সৰু কাঁহী জাতীয় বটা), গড় খাবৈ (খাম. খুঅ'), চন্‌ফুৰ (খাম. চন 'গাভিনী হ'), লাং খাই পৰ (খাম. লাং-পিঠি), ফাইতাং মাৰ (খাম. ফাইতাং 'বাটে বাটে গুচি যা), ফাই ফাই যা (খাম. ফাই ফাই 'ক'তো নোৰোৱাকৈ গৈ থাক), ফাই উঠ (খাম. ফাই 'জুই'), লুহিয়া (খাম. লিহিয়া), দেৱী টোকোন বা যম-লাখুটি (খন্-তাউ-তে-পি 'লাখুটি দেৱীৰ') আদি ভালেমান নিত্য ব্যৱহার্য ঘৰুৱা অসমীয়া শব্দত খামতি ভাষাৰ সাদৃশ্য মন কৰিবলগীয়া। বহুল বিশ্লেষণৰ দ্বাৰা এনে উপকৰণ আৰু আবিস্কৃত হ'ব পাৰে। সেয়েহে অসমীয়া ভাষা-সংস্কৃতিৰ সামগ্ৰিক বিচাৰ-বিশ্লেষণৰ বেলিকা খামতিসকলৰ ভাষা আৰু সংস্কৃতিৰ লগতে ধৰ্ম-চৰ্যাৰ সম্যক অধ্যয়নৰ বিশেষ প্ৰয়োজন আছে।

## গ্ৰন্থপঞ্জী


১. *PEMBARTON. Report on Eastern Frontier of Brith India P. 112*

২. *উক্ত গ্ৰন্থ*

৩. *প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য 'সম্পাদিত' অসমৰ জনজাতি : পৃ. ২৫৭*

৪. *Grierson 1966 Linguistic servey of India Vol. II (2nd Ed. 1966) P. 63*

৫. *Census of India 1961-71 Voll. III Part V A.*


*ডঃ শইকীয়া বিহপুৰীয়া মহাবিদ্যালয়ৰ অধ্যাপক।*

# ভাৰতীয় প্ৰেক্ষাপটত বৰো জাতি ঃ সাংস্কৃতিক ঐতিহ্য আৰু সমন্বয়ৰ ধাৰণা

— *ডঃ ফুকন বসুমতাৰী*

## ভূমিকা ঃ

সাংস্কৃতিক ঐতিহ্য আৰু সমন্বয়ৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ আগতে বৰো জাতিৰ ঐতিহাসিক পৰিচয়ৰ বিষয়ে কিছু কথা উল্লেখ কৰা ভাল হ'ব। এই জাতিৰ প্ৰাচীন বাসস্থান ক'ত আছিল, কি কাৰণত কেনেকৈ এই বিশাল ভাৰত ভূমিত পদাৰ্পণ কৰিলেহি - সেই বিষয়ে কিছু ঐতিহাসিক কথা প্ৰথমতে দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। অৱেশ্যে প্ৰবন্ধৰ উদ্দেশ্য সাংস্কৃতিক ঐতিহ্য আৰু সমন্বয়ৰ ধাৰণা দাঙি ধৰাহে।

## ইতিহাসৰ ছাঁ - পোহৰত জাতীয় পৰিচয় ঃ

বৰো সকল বৃহৎ মঙ্গোলীয় ফৈদৰ অন্তৰ্গত এটি জাতি। ভাষিক-সম্প্ৰদায় হিচাপে চীন-তিব্বত বৰ্মীয় ভাষা পৰিয়ালৰ তিব্বত-বৰ্মীয় উপশাখাৰ অন্তৰ্গত। বৈশিষ্ট্যপূৰ্ণ দৈহিক গঠন, সাংস্কৃতিক, ভাষিক আৰু প্ৰাচীন সভ্যতাৰ ৰেহ-ৰূপ সমূহেই এই কথা প্ৰতিপন্ন কৰে যে এওঁলোক মঙ্গোলীয় ফৈদৰ মানুহ। নৃতত্ত্ববিদ সকলেও এই দিশত একমত। আজিৰ পৰা প্ৰায় পঞ্চাশ বছৰ পূৰ্বে Frank Matthias Hermanns নামৰ এগৰাকী গৱেষকে এই প্ৰসংগৰ লগত খাপ খোৱাকৈ অতি যুক্তিপূৰ্ণ এষাৰ মন্তব্য আগবঢ়াই গৈছে -

"As is the case with the Mche ( Mech ) so also with the Kachari ( Boro ), the Mongoloid features are very promient, the strong check bones, slit - eyes, a sligat growth of hair on the body and scant beard. They are shorter and more stocky than the Indians of the north - east."[১]

জাতীয় পৰিচয়ৰ ফালৰ পৰা যে অসমৰ বৰোসকল বৃহৎ মঙ্গোলীয় ফৈদৰ অবিচ্ছেদ্য অংগ এই কথা Rev. Sidney Endle, G.A. Grierson, S.K. Chatterji ৰ দৰে মহান পণ্ডিত সকলে যুক্তিপূৰ্ণ ভাৱে দোহাৰি গৈছে। Chatterji - ৰ Kirata -Jana-Kriti ৰ এঠাইত এনেদৰে উল্লেখ আছে - "...the

Bodos, who spread over the whole of the Brahmaputra Valley and North Bengal as well as East Bengal, forming a solid bloc in North Eastern India, were the most important Indo-Mongoloid people in Eastern India, and they from one of the main basis of the present day population of these tracts"[২] চ্যাটাৰ্জীৰ এই উক্তিয়ে মঙ্গোলীয় ফৈদৰ ভাৰতীয় যোগসূত্ৰৰ প্ৰাচীন ইতিহাস সোঁৱৰায়। তেখেতে ভাৰতত বসবাস কৰা মঙ্গোলীয় সকলক 'Indo Mongoloid' আৰু 'Kirata' এই শব্দ দুটিৰে নামকৰণ কৰিছে আৰু এই বিশাল ভূ-খণ্ডত কৈৰাতজ ঃ- ধৰ্মই প্ৰাধান্য লাভ কৰা বুলিও গ্ৰন্থৰ আন এঠাইত উল্লেখ কৰিছে। ই যিয়েই নহওঁক, বৰোসকল পূৰ্ব ভাৰতত বসবাস কৰা মঙ্গোলীয় ফৈদৰ অতি ওচৰ চপা ; এই বিশাল ভূখণ্ডত তেওঁলোকৰ বসবাস সম্পৰ্কে কোনো নিৰ্দিষ্ট চন তাৰিখ নিৰ্ধাৰণ কৰি ঐতিহাসিক তথ্য সহকাৰে যুক্তি-যুক্ততা প্ৰতিপন্ন কৰিবলৈ কঠিন যদিও এই কথাও নুই কৰিব নোৱাৰি যে কেবাহাজাৰ বছৰ পূৰ্বে তেওলোক কোনো প্ৰাকৃতিক বা ভৌগোলিক কাৰণত এই বিশাল ভূ-খণ্ডত থিতাপি লৈছিলহি আৰু এক স্বকীয় সাংস্কৃতিক, ভাষিক বৈশিষ্ট্যৰে এই অঞ্চলৰ ভিন্ন সাংস্কৃতিক, ভাষিক সম্প্ৰদায়ৰ লগত পাৰস্পৰিক বিনিময়েৰে বসবাস কৰিছিল। এই ক্ষেত্ৰত চ্যাটাৰ্জীয়ে এটি ভাল দিশ লক্ষ্য কৰিছিল - "Cultural assimilations went hand in hand with a large amount of racial fusion, people of the above mentioned races with Various of Austric, Dravidian and Aryan spech ( as well as Mongoloid or Sino-Tibetan speceh in Himalayan and North Eastern India ) inter-marrying with each other."

কিৰাত অৰ্থাৎ মঙ্গোলীয় সংস্কৃতি আৰু সভ্যতাই অসম আৰু পূৰ্ব ভাৰতত প্ৰভাৱ বিস্তাৰ কৰা সম্পৰ্কে কাৰো দ্বিমত নাই। পূৰ্ব ভাৰতত্ৰ জন-গাঁথনিত কিৰাত উপাদান সহজে অনুমেয়। আনকি অষ্ট্ৰিক ভাষা পৰিয়ালৰ অবিচ্ছেদ্য অংগ খাচি আৰু জয়ন্তীয়াসকল জাতিগত ভাৱে মঙ্গোলীয় ফৈদৰহে। যজুৰ্বেদ, অথৰ্ববেদ, ৰামায়ণ, মহাভাৰত, কালিকা পুৰাণ, যোগিনীতন্ত্ৰ, কছাৰী বুৰঞ্জী আৰু দৰঙ্গ - ৰাজবংশাৱলী আদিত কিৰাত লোক আৰু আচাৰ-বিচাৰ সম্পৰ্কে তথ্য বিস্তাৰিত হৈ আছে। যোগিনীতন্ত্ৰত প্ৰাচীন কামৰূপৰ ধৰ্মক কৈৰাতজঃ বুলি উল্লেখ কৰিছে। চ্যাটাৰ্জীৰ মতে কিৰাত শব্দই অনা-আৰ্যলোক সকলক সূচায়। তেখেতে কৈছে "..the term Kirata indicated the non Aryan tribes living in the mountains, particularly the Himalayas and in the North - Eastern areas of India, who were Mongoloid in origin. These kiratas were connected with the Cinas or the Chinese, the Bhotas or the Tibetans and other Mongoloid peoples."[৩]

নিঃসন্দেহে কিৰাত শব্দই বৰো সকলকো সামৰি লৈছে। ক্ৰমে কামৰূপ, প্ৰাগজ্যোতিষপুৰ আৰু অসম_নামে জনাজাত এই ঐতিহাসিক বিশাল ভূ-খণ্ডত বৰোসকলৰ কেবাশ বছৰীয়া সাংস্কৃতিক ইতিহাস ঠাঁহ খাই আছে। এই বিশাল ভূ-খণ্ডত আহোম সকলে পদাৰ্পণ কৰাৰ কেবাশ বছৰ আগতেই কিৰাত ফৈদৰ ৰজা সকলে অন্তৰ্কলহৰ ফলত কেবাটাও সৰু সৰু গোটত বিভক্ত হৈ ৰাজ্য স্থাপন কৰিছিল। এই ক্ষেত্ৰত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ সূক্ষ্ম অনুধাৱন এনে ধৰণৰ -

"The Boro people including their western and eastern branch had royal glories as we gather from the records of history. The western section of the old Boros (Kacharis) occupied the thornes of Koch-Behar, Bijni, Darrang and Beltola. An eastern branch in the name of Chutiya as also established a powerful Kingdom with its capital near Sadiya... and then section of the eastern Boros maintained their Kingdom with capitals at Dimapur, Maibong and Khaspur against the continuous invason of Ahoms and neighbouring powers upto the advent of British rule in Assam. The section of the Boros is Known to as Dimasa or Dimasa Kachari ( Hills Kachari)"[৪]

মুঠতে বৰো ৰজাসকলৰ অন্তৰ্কলহ , আহোম আৰু মানৰ আক্ৰমণ, বৃটিছৰ সাম্ৰাজ্যবাদী আগ্ৰাসন এনে নানা শক্তিৰ প্ৰভাৱত ৰাজ্য থান - বান হৈ কালৰ সোঁতত নিঃচিহ্ন হৈছিল আৰু লোকসকলক নানা ৰাজনৈতিক পাকচক্ৰ আৰু প্ৰাকৃতিক কাৰণত ঠায়ে ঠায়ে সিঁচৰতি হৈ পৰিছিল। উল্লেখযোগ্য কথা যে লিখিত বুৰঞ্জীৰ অভাৱত এতিয়া বৰো জাতিৰ ঐতিহাসিক ধাৰাবাহিকতাৰ ওপৰত অধিক মন্তব্য আগবঢ়াবলৈ কঠিন হৈ পৰে।

ই যি নহওক, মঙ্গোলীয় ফৈদৰ সংস্কৰণ এই জাতিৰ সাংস্কৃতিক ঐতিহাসিক বিশাল মঙ্গোলীয় সংস্কৃতিৰ লগত যোগসূত্ৰ স্থাপন কৰিব পাৰি। হিমালয়ৰ পাদদেশৰ উত্তৰাঞ্চল আৰু পশ্চিম চীনৰ মাজত অৱস্থিত ভূ-খণ্ডক 'বোদ' (Bod) নামে জনা যায়।

এই 'বোদ' শব্দৰ পৰাই পৰৱৰ্ত্তী কালত বোদো (Bodo) আৰু 'বৰো' (Boro) শব্দৰ উৎপত্তি হ'ব পাৰে বুলি গৱেষক সকলে ধাৰণা কৰে। ডঃ কামেশ্বৰ ব্ৰহ্মৰ মতে এই 'বোদ' নামৰ ঠাই খণ্ডই বৰো সকলৰ অতি প্ৰাচীন বাসস্থান আছিল। তেখেতৰ মন্তব্য - "...the inhabitants of a country north of the Himalayas and west of China. This land is known as Bod. The word bod is supposed to mean a homeland"[৫] গৱেষক ৰাজমোহন নাথে উল্লেখ কৰা HorBod, KurBod শব্দ দুটিয়েও 'Bod' নামৰ ভূ-খণ্ডৰ অস্তিত্বৰ

ইঙ্গিত দিয়ে। এই Bod শব্দই পৰৱৰ্ত্তী কালত tibbot > tibet হয়গৈ বুলি ধাৰণা।[৬] Rev. Sidney Endle নামৰ পণ্ডিত এগৰাকীয়েও বৰো জাতিৰ প্ৰাচীন অস্তিত্বৰ ইঙ্গিত দিয়ে এনেদৰে- "The origin of the Kachari race is still very largely a matter of conjecture and inference in the absence of anything entitled to be regarded as authentic history. As remarked above, in feature and general appearance, they approximate very closely to the Mongolian type and this would seem to point to Tibet and China as the original home of the race."[৭] ই যি নহওঁক, তিব্বত আৰু চীন দেশৰ হোৱাংহো আৰু ইয়াংচিকিয়াং নদীৰ উপত্যকা অঞ্চলেই যে প্ৰাচীন বৰোৰ আদি বাসস্থান আছিল সেই কথা অনুমান কৰিবলৈ বৰ বেছি কঠিন নহয়।

পৰৱৰ্ত্তী কালত 'বদো' এই শব্দটো ভাষাতাত্ত্বিক দিশৰ পৰা ব্যৱহাৰ কৰিবলৈ লৈছে। এটি ভাষিক গোটক একেলগে বুজাবলৈ হে'গচনে (Hodgson) ১৮৪৬ চনত ব্যৱহাৰ কৰিছিল। Grierson- য়েও এই শব্দটো (Bara or Bodo) একে অৰ্থতে ব্যৱহাৰ কৰিছিল। তেখেতৰ মতে (Bara) অৰ্থাৎ (Bodo) শব্দই একেলগে কছাৰী অৰ্থাৎ বৰো, লালুং (তিৱা), ডিমাছা, গাৰো, ৰাভা, ত্ৰিপুৰী (কক্‌বৰক্‌), কোচ, চুটিয়া, (দেউৰী) আৰু মৰাণ ভাষিক সম্প্ৰদায়ক সূচায়। সেয়েহে এই ভাষিক সম্প্ৰদায়ৰ সাংস্কৃতিক আৰু ভাষিক উপাদানৰ মাজত প্ৰায় ৬০% শতাংশ সাদৃশ্য পৰিলক্ষিত হয়। ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰা ইহঁত চীন-তিব্বতীয় ভাষাপৰিয়ালৰ তিব্বত - বৰ্মীয় উপশাখাৰ অন্তৰ্গত ভাষা। সময়ৰ সোঁতত এই ভাষিক সম্প্ৰদায়সমূহে সামগ্ৰীকভাৱে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিশাল অঞ্চলত বিস্তাৰিত হৈ সাংস্কৃতিক আৰু ভাষিক জয়যাত্ৰাৰ সূচনা কৰিছিল। এই ক্ষেত্ৰত Grierson অৰ এটি মন্তব্য প্ৰণিধানযোগ্য- "The group of tribes known as Bodo or Bara forms the most numerous and important section of the non-Aryan tribes of the provinceof Assam."[৮] অসমৰ নামৰ এই বিশাল ভূ-খণ্ডৰ নদ-নদীৰ উপত্যকাৰ চৌকাষে সিঁচৰিত হৈ জীৱন যাপন কৰি অসমৰ সাংস্কৃতিক ভেঁটি ৰচনাত অনবদ্য অৰিহণা যোগাইছিল এই লোকসকলে ; যাৰ অৱশিষ্ট অৰ্থাৎ প্ৰাচীন সাক্ষ্য অসমৰ ঠাইৰ নাম , নদী বাচক নামসমূহে বহন কৰি আহিছে। আজিৰ পৰা প্ৰায় এশ বছৰ আগতেই J.D.Anderson এ সঠিক মন্তব্যকে দিছিল - "The river names of the whole Brahmaputra valley are Bodo names, and it is demonstrable that the Bodos were the aborigines of the valley."[৯] অকল ব্ৰহ্মপুত্ৰ উপত্যকাতে বৰো সকলৰ বাসস্থান আছে এনে নহয়; কাছাৰ জিলা আৰু উত্তৰ বঙ্গৰ 'মেচি' নদীৰ উপত্যকাৰ উপৰিও দক্ষিণ নেপালতো এওঁলোকৰ বাসস্থান আছে।

## ধৰ্মীয় ধাৰা ঃ

বৰোসকলৰ প্ৰাচীন ধৰ্মক বাথৌ বুলি জনা যায়। বাথৌ বৰো সকলৰ বাবে সৰ্বনিয়ন্তা দেৱাদিদেৱ। ইয়াক বাথৌ বঁৰায় বা চি্‌ৰায় নামেও জনা যায়। বাথৌ শব্দৰ অৰ্থ হ'ল 'পঞ্চতত্ত্ব' অৰ্থাৎ পাঁচোটা তত্ত্বৰ সমাহাৰ। যাক আৰ্যৰ ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোমৰ লগত তুলনা কৰিব পাৰি। অৰ্থাৎ বৰোসকলৰ মাজত প্ৰচলিত পৃথিৱী সৃষ্টি সম্পৰ্কীয় পুৰাণ কথা বা 'মিথ' (Myth)ৰ লগতো হিন্দু ধৰ্মৰ সৃষ্টিতত্ত্বৰ মিল আছে। হিন্দু ধৰ্মৰ পঞ্চতত্ত্বৰ যি ধাৰণা সি বৰো বাথৌ ধৰ্মৰ পঞ্চতত্ত্বৰ কথা সোঁৱৰাই দিয়ে। দেখা যায় বৰোসকলৰ ধৰ্মীয় সংস্কৃতিয়ে বিশাল ভাৰতীয় ধৰ্মীয় পৰম্পৰা আৰু দৰ্শনৰ লগত ওচৰ সম্পৰ্ক স্থাপন কৰে।

সিজু গছ স্থাপন কৰি বৰোসকলে বাথৌক পূজা কৰে। ই নিৰাকাৰ বাথৌৰ ধাৰণাৰ আধাৰ। সিজুৰ পাঁচোটা সিৰক বাথৌৰ পঞ্চশক্তিৰ প্ৰতীক ৰূপে গণ্য কৰা হয়। বাথৌ পূজাৰ বাবে কোনো নিৰ্দিষ্ট স্থান বা মন্দিৰো প্ৰয়োজন নাই বা কোনো মূৰ্ত্তিৰো আৱশ্যক নাই। এয়া প্ৰাচীন ধৰ্মীয় বিশ্বাসৰে প্ৰতিফলন। প্ৰাচীন বাথৌ ধৰ্মৰ বিশ্বাস অনুযায়ী বাথৌ দেৱতা আৰু আন আন দেৱ-দেৱীৰ নামত বলি বিধান অতি জৰুৰী আছিল। গাওঁৰ অপায় অমঙ্গল নাশ কৰিবৰ নিমিত্তে দেৱতাৰ নামত বলি দিয়া প্ৰথাক ধৰ্মীয় বিধান বুলিয়েই গণ্য কৰা হৈছিল। গাঁৱৰ আৰু ঘৰুৱা জীৱনৰ সৰ্বমঙ্গল কামনা কৰি অনুষ্ঠিত কৰা 'খেৰাই' আৰু 'গাৰজা' পূজাতো বলি - বিধান অনিবাৰ্য। কিন্তু সময়ৰ সোঁতত প্ৰাচীন ধৰ্মীয় বিশ্বাস আৰু আচাৰ - বিচাৰৰ লাহে লাহে পৰিৱৰ্তন হৈ আহি আছে। বলিবিধানৰ ঠাইত ফুল - প্ৰসাদৰ প্ৰচলন সম্প্ৰতি মনকৰিবলগীয়া। ইয়াক ভাৰতীয় আৰ্য হিন্দু ধৰ্মৰ প্ৰত্যক্ষ প্ৰভাৱ বুলিয়ে ক'ব পাৰি।

ষোড়শ শতিকাত শংকৰদেৱ প্ৰচাৰিত নৱবৈষ্ণৱ ধৰ্মৰ ধাৰাই সমসাময়িক বৰো সমাজতো বাৰুকৈয়ে প্ৰভাৱ পেলাইছিল। সেই সময়ত এচাম বৰো মানুহে কুসংস্কাৰাচ্ছন্ন ধৰ্মীয় প্ৰথাক নস্যাৎ কৰি বৈষ্ণৱ ধৰ্মত দীক্ষা লৈছিল। আনকি জাতিগত পৰিচয় পৰ্যন্ত ত্যাগ কৰি অসমীয়া ভাষিক জাতিগঠন প্ৰক্ৰিয়াত নিজকে বিলাই দিছিল; যাৰ ফলশ্ৰুতিত অসমত এচাম "শৰণীয়া বৰোৰ" জন্ম হৈছিল। এওঁলোক ভাগৱতী বৈষ্ণৱ ধৰ্মৰ ভক্ত। আজিও এই বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ বৰো সমাজত বিদ্যমান। বিংশ শতাব্দীৰ প্ৰথমাৰ্ধত বৰো সমাজত শিৱনাৰায়ণ পৰমহংসৰ দ্বাৰা প্ৰচাৰিত ব্ৰহ্ম ধৰ্মৰ প্ৰভাৱ আহি পৰে। এই দিশত কালিচৰণ ব্ৰহ্মাই আগ ভাগ লৈছিল। আজিও এই ধৰ্মই বৰো সমাজৰ একাংশক বাৰুকৈয়ে প্ৰভাৱিত কৰি ৰাখিছে। মনকৰিবলগীয়া যে ব্ৰহ্ম ধৰ্মই বৰো সমাজত প্ৰভাৱ বিস্তাৰ কৰাৰ আগতেই অৰ্থাৎ ঊনবিংশ শতাব্দিৰ পিছফালে সেইসময়ৰ দৰং জিলাত লাহে লাহে খৃষ্টীয়ান ধৰ্মই শিপা মেলিবলৈ আৰম্ভ কৰিছিল। পিছত বিংশ শতাব্দীৰ দ্বিতীয়াৰ্ধত বৰো সমাজত এই ধৰ্মৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছিল।

মুঠতে ধৰ্মীয় দৃষ্টিকোণৰ পৰা বৰো সমাজ বহুধা বিভক্ত ; যাৰ প্ৰভাৱে বৰো সমাজৰ সাংস্কৃতিক ইতিহাসত এক ৰূপান্তৰৰ সংযোজন আনি দিছে। প্ৰাচীন সাংস্কৃতিক চেতনা আৰু ধাৰাৰ দিশত সমাজত আহি পৰা ভিন্ন ধৰ্মীয় চেতনাই পৰিবৰ্তনৰ পথ মুকলি কৰিছিল। ইয়াৰ পৰা বুজা যায় বৰো সংস্কৃতি এতিয়া প্ৰাচীন একক বা মৌলিক ধাৰণাৰে আবদ্ধ হৈ থকা নাই ; ইয়াত আহি পৰিছে যৌগিক অৰ্থাৎ মিশ্ৰণৰ ধাৰণা।

## বৰো সংস্কৃতিৰ আধাৰ ঃ

ধৰ্মীয় পৰম্পৰা বা বিশ্বাসেই অকল সংস্কৃতিৰ ভেঁটি সুদৃঢ় কৰিব নোৱাৰে ; তাৰ লগত লাগে আন আন অতি দৰকাৰী অথচ আনুসংগিক সাংস্কৃতিক উপাদান। সেইবোৰ হ'ল— লোক সাহিত্য (folk literature), সামাজিক লোক-প্ৰথা আৰু আচাৰ- বিচাৰ (Social folk - customs) ভৌতিক সংস্কৃতি (material culture) আৰু পৰিবেশ্য কলা (Performing folk- arts)

ঐতিহাসিক ছাঁ-পোহৰত এই সাংস্কৃতিক উপাদানসমূহ বিচাৰ কৰি চালেই বৰো সংস্কৃতিৰ সাংস্কৃতিক ৰূপ-ৰেখা অনুধাৱন কৰিবলৈ সহজ হয়। মনকৰিবলগীয়া যে এই সাংস্কৃতিক উপাদান সমূহৰ মাজত অনা-বৰো সংস্কৃতিৰো যৎ কিঞ্চিৎমান হ'লেও পাৰস্পৰিক প্ৰভাৱ লক্ষ্য কৰা যায়। বিভিন্ন সাংস্কৃতিক গোটৰ মৌলিক উপাদানসমূহ পাৰস্পৰিকভাৱে বিস্তাৰিত হৈ জীণ যোৱাৰ ফলত একে ভৌগোলিক পৰিসীমাৰ মাজত আত্মিক সম্বন্ধই গা কৰি উঠে। বৰো সংস্কৃতিয়েও অসম নামৰ ভূ-খণ্ডত বিস্তাৰিত হৈ আন আন ভাৰতীয় সাংস্কৃতিক উপাদানৰ লগত ওচৰ সম্বন্ধ স্থাপন কৰাৰ ফলত সাংস্কৃতিক সংহতি গঢ় লৈ উঠিছে। ইয়াক যৌগিক সংহতি বুলিও ক'ব পৰা যায়। বৰো সংস্কৃতিৰ যৌগিক ধাৰণাই অসম তথা ভাৰতীয় জাতীয় সংহতি গঢ়াত অৰিহণা দি আহিছে।

লোক-সাহিত্যৰ দিশত বৰো জাতি চহকী। ইয়াৰ পুৰাণ কথা বা 'মিথ', ইতিহাসআশ্ৰিত কাহিনী, সাধুকথা, মালিতা, প্ৰবাদ-প্ৰবচন আৰু লোকগীতসমূহ ইয়াৰ লোক- সাহিত্যৰ অবিচ্ছেদ্য অংগ। বৰোসকলৰ মাজত প্ৰচলিত পৃথিৱী সৃষ্টি সম্পৰ্কীয় যি পুৰাণ কথা আছে , তাক আৰ্য হিন্দুৰ মাজত প্ৰচলিত পুৰাণ কথাৰ লগত তুলনা কৰি চাব পৰা যায়। "খেৰাই" পূজাৰ প্ৰচলনৰ কাহিনী, খাম, ছেৰজা আৰু চিফুং-ৰ উৎপত্তিৰ কাহিনী আদি বৰো পুৰাণ- কথাৰ অবিচ্ছেদ্য সম্পদ।

বৰো লোক-সমাজৰ মাজত ইতিহাস আশ্ৰিত কেবাটাও লোক কাহিনীৰ প্ৰচলন আছে। ইয়াৰ ভিতৰত জাওলিয়া দেৱানৰ কাহিনী, বিগৌশ্ৰী ছিথলাৰ কাহিনীত বৃটিছৰ আগ্ৰাসনৰ বিৰুদ্ধে প্ৰতিবাদী হুংকাৰৰ ধ্বনি ফুটি উঠিছে। সেইদৰে বাছিৰাম বীৰৰ মালিতাতো ভুটিয়া সৈন্যৰ আগ্ৰাসনৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰাৰ উমান পোৱা যায়।

বৰো লোক-সমাজত অদ্যপিও নানা প্ৰকাৰৰ সাধু কথাৰ (folk-tale) প্ৰচলন আছে। কৃষিজীৱি লোক-সমাজত ইয়াৰ প্ৰচলন প্ৰচুৰ। জীৱ-জন্তুমূলক সাধুকথাৰ (animal tales) প্ৰচলন বৰো লোক - সমাজত পোৱা যায় ; য'ত কোনো জীৱ বা জন্তুই মূখ্য চৰিত্ৰ ৰূপে ভূমিকা লয়। দৰাচলতে এনে সাধুকথাত আটাইবোৰ চৰিত্ৰই জীৱ-জন্তু। অৱশ্যে কেতিয়াবা কেতিয়াবা তাত মানুহৰ চৰিত্ৰৰো অৱতাৰণা নঘটা নহয়। জীৱ-জন্তুই মানুহৰ দৰে আচৰণ কৰে আৰু কেতিয়াবা এটাই আনটোক প্ৰতাৰণাও কৰে। বৰো লোক-সমাজত প্ৰচলিত এনে সাধুকথাৰ ভিতৰত ভেকুলী ৰজাৰ সাধু, এটি চেঙ মাছ আৰু এজন বুঢ়াৰ সাধু, বুঢ়া-বুঢ়ী আৰু বুধিয়ক শিয়ালৰ সাধু, বগলী ৰজাৰ সাধু, ফানফেৰালী (চ'টক চৰাই) ৰ সাধু, হা ফিচাহৌৱা চৰাইৰ সাধু, এটি কাছ আৰু এটি শহা পহুৰ সাধু আদি মনকৰিবলগীয়া। এই সাধুকথাৰ অনেক কেইটিৰ অসমীয়া সাধুকথাৰ লগত হুবহু মিল আছে। এয়া পাৰস্পৰিক সহাৱস্থানৰে ফলশ্ৰুতি বুলি ক'ব লাগিব।

অতিপ্ৰাকৃতিক ঘটনাৰ সাধুকথাও বৰো লোক সমাজত আছে ; য'ত অতিপ্ৰাকৃতিক চৰিত্ৰ আঁৰু কৰ্মই মূখ্য ভূমিকা লয়। চৰিত্ৰই যাদুমূলক শক্তিৰ বলত নিজকে ৰূপান্তৰ কৰিব পাৰে। এনে সাধুকথাৰ ভিতৰত আলাৰি দামব্ৰাৰ সাধু, গমবীৰা বীৰৰ সাধু, ডিমাশ্ৰীন বীৰৰ সাধু, উল্লেখযোগ্য। এনে সাধুকথাবোৰ সাধাৰণতে বিস্ময়জনক। বৰো লোক-সমাজত এনেধৰণৰ সাধুকথাৰ প্ৰয়োগ মনকৰিবলগীয়া।

ব্যাখ্যামূলক সাধুকথাও (explanatory tale) অনেক আছে। আকাশৰ জন্ম কেনেকৈ হ'ল, ভূমিকম্পৰ জন্মৰ আঁতিগুৰি, হা ফিছাহৌৱা চৰাইৰ জন্ম কেনেকৈ হ'ল আদি বৰো লোক - সমাজত প্ৰচলিত ব্যাখ্যামূলক সাধুকথাৰ উৎকৃষ্ট নিদৰ্শন।

কঠীয়া পেটুলা আৰু চন্দ্ৰমালিৰ সাধু, লক্ষ্মীশ্ৰী গাভৰুৰ সাধু, এজন বৈৰাগীৰ সাধু, মানুহ কুকুৰ হৈ ওপজাৰ সাধু, গৰু হৈ ওপজাৰ সাধু আদি অদৃষ্ট অৰ্থাৎ কৰ্মফলৰ ওপৰত প্ৰতিস্থিত সাধু কথা। কঠীয়া পেটুলা আৰু চন্দ্ৰমালিৰ সাধু অতি আমোদজনক। অসমীয়া লোক-সমাজতো ইয়াৰ প্ৰচলন আছে।

এনেদৰে বৰো লোক-সমাজত অজস্ৰ সাধুকথাৰ প্ৰচলন লোৱা যায়। লোকগীত আৰু প্ৰবাদ প্ৰচলনৰ প্ৰয়োভৰো বৰো লোক-সমাজত আছে। ধৰ্মীয় আচাৰ-অনুষ্ঠান, পূজা পাৰ্বন, কৃষিজীৱি লোক-সমাজৰ নানা কৰ্ম জীৱনৰ হা-হুমুনিয়া, আনন্দ-নিৰানন্দ আদিৰ সৈতে জড়িত অনেক গীত-মাতৰ প্ৰচলন অদ্যপিও বৰো লোক-সমাজত আছে। তেনে গীত-মাতৰ ভিতৰত বাথৌপূজা, খেৰাই পূজা আৰু গাৰজা পূজাৰ লগত জড়িত মন্ত্ৰ, জাতীয় উৎসৱ ৰংজালী বৈছাগুৰ লগত জড়িত প্ৰেমমূলক আৰু খুহুতীয়া গীত-মাত, মাঘ বিহুৰ লগত জড়িত খুহুতীয়া গীত, কৃষিকৰ্ম, ঘৰুৱা কৰ্ম, মাছ মৰা, চিকাৰ কৰা আদি কৰ্মৰ লগত জড়িত গীত-মাত, নিচুকনি গীত, শিশুৰ খেল ধেমালিৰ লগত

জড়িত গীত আদিয়ে বৰো লোক সাহিত্যক সজীৱ কৰি তুলিছে। ইয়াৰোপৰি অনেক প্ৰবাদ-প্ৰবচন, পুৰাণ কথা আৰু ঐতিহাসিক মালিতাৰ প্ৰচলনেও বৰো লোক-সাহিত্যক প্ৰাচুৰ্যময় কৰিব পাৰিছে।

সামাজিক লোক-প্ৰথা আৰু আচৰ-বিচাৰে (Social folk - customs) বৰোলোক - সমাজৰ সামাজিক বান্ধোনৰ স্বৰূপ নিৰ্ধাৰণ কৰিব পাৰে। প্ৰাচীন লোক-সমাজ সম্পূৰ্ণকৈ লোক-প্ৰথা আৰু লোক-আইনৰ (Customary law) ওপৰত নিৰ্ভৰশীল আছিল আৰু ইয়াৰ ওপৰতে সামাজিক মূল্যবোধ নিৰ্ধাৰণ হৈছিল। সাধাৰণতে প্ৰাচীন বৰো লোক-সমাজত পাঁচটা প্ৰথাগত আইনৰ জড়িয়তে সামাজিক দায় দণ্ডৰ বিচাৰ হৈছিল আৰু তাৰ ভিত্তিত সামাজিক পৱিত্ৰতা আৰু মূল্যবোধ ৰক্ষিত হৈছিল। এই পাঁচটা প্ৰথাগত আইন জন্মৰ এটি আমোদজনক কাহিনী আছে, যাৰ সৃষ্টি কৰ্তা আদি মানৱ গুৰু মৌনচিংচিং বুঢ়া বুলি কোৱা হয়। ই যি নহওঁক, বৰো কৃষিজীৱি গ্ৰাম্যসমাজত অদাপিও উক্ত প্ৰথাগত সামাজিক আইনৰ বহুল প্ৰচলন আছে। জীৱন-বৃত্ত (life-cycle) ৰ লগত জড়িত প্ৰতিটো আচাৰ অনুষ্ঠানৰ লগত সামাজিক আচাৰ-বিচাৰ মানি চলা হয়।

ভৌতিক অৰ্থাৎ বস্তুগত সংস্কৃতিয়ে মানুহৰ জীৱন ধাৰণাৰ সামগ্ৰীক দিশকে আগুৰি থাকে। ভৌতিক সৃষ্টিয়ে মানুহৰ বন্য জীৱন যাপনত গতিদান অৰ্থাৎ ৰূপান্তৰ আনিছিল আৰু কালৰ সোঁতত সুচল জীৱন ধাৰণাৰ মানদণ্ড নিৰ্ধাৰণ কৰিছিল। জীৱন ধাৰণৰ সামগ্ৰিক দিশ অৰ্থাৎ সুচল উপায় মানুহে চৌপাষৰ পৰিৱেশৰ মাজত থাকি সৃষ্টি কৰি লয়। মানৱ সৃষ্ট এই সামগ্ৰীক উপায় (total way of life) সমূহেই এক অৰ্থত সংস্কৃতি। সেয়েহে সংস্কৃতিক man made part of the enviroment (পৰিবেশৰ ফলশ্ৰুতিত মানৱ সৃষ্ট সম্পদ) বুলি কোৱা হয়। বৰো লোক - সমাজেও জীৱন ধাৰণৰ মানদণ্ডক নিৰ্ধাৰণ কৰিবলৈ প্ৰাচীন কালৰ পৰাই ভিন্ন প্ৰাকৃতিক পৰিবেশৰ মাজত বসবাস কৰি বস্তুগত উৎকৃষ্ট সম্পদ সৃষ্টি কৰি আহিছে ; যি সৃষ্টিৰাজিয়ে লোক জীৱনৰ সামাজিক আৰু সাংস্কৃতিক ভেঁটিক প্ৰাচুৰ্যময় কৰিব পাৰিছে , লগতে জীৱন যাপনক সুচলভাৱে ৰূপায়ণ কৰিব পাৰিছে। কৃষি কৰ্মৰ লগত জড়িত সা-সঁজুলি, ঘৰুৱা জীৱনৰ লগত জড়িত সা-সঁজুলি, পোছাক-পৰিচ্ছদ, আ-অলংকাৰ, ৰূপ-সজ্জা, মাছমৰা আৰু চিকাৰৰ লগত জড়িত সা-সঁজুলি আৰু জীৱন যাপনৰ লগত জড়িত অনেক সা সঁজুলিয়ে বৰো লোক- সংস্কৃতিৰ আধাৰ নিৰ্মাণ কৰিব পাৰে। বৰো অৰ্থাৎ জনজাতীয় লোক-জীৱনৰ লগত জড়িত বস্তুগত সংস্কৃতিয়ে অসমৰ সংস্কৃতিৰ ভেঁটি নিৰ্মাণত অশেষ অৰিহণা যোগাব পাৰিছে বুলি ইতিমধ্যে কেবাগৰাকী গৱেষকে মত আগবঢ়াই গৈছে। আমি ভাবো ইয়াত এইবোৰ নিষ্প্ৰয়োজন।

ভাৰতীয় সমাজ বহু সংস্কৃতিৰে গঠিত সমাজ। ইয়াৰ ভাষা, ধৰ্ম, জাতি প্ৰথা ভিন ভিন। তথাপি এনে বহুত্বই বাৰেবৰণীয়া অৰ্থাৎ ভিন্ন গোষ্ঠীগত ঐতিহ্যক আবেগিক এনাজৰীৰে বান্ধি এক ভাৰতীয় জাতীয়তাবাদী সংস্কৃতি গঢ় দিয়াত আজিও অৰিহণা যোগাই আহিছে। সেয়েহে ভাৰতীয় সংস্কৃতিৰ হৃদয়ৰ ধমনিত পাৰস্পৰিক আবেগিক নিশ্বাসৰ স্পন্দন শুনা যায়। বাৰেবৰণীয়া সংস্কৃতিৰ গাঁথনিৰ অন্তৰালত বিভিন্ন জাতি-গোষ্ঠীৰ সাংস্কৃতিক পৰিচয় অৰ্থাৎ অস্তিত্ব নিহিত হৈ থাকে। ভাৰতীয় সংস্কৃতিৰ ভেঁটিত এই আটাইবোৰ দিশ ধনাত্মক দৃষ্টিৰে চোৱা হয়। সাংস্কৃতিক সংহতি এনে এক ধাৰণা যাৰ অন্তৰালত বহুত্বৰ অস্তিত্ব আৰু পৰিচয়, পৰিবৰ্ধন আৰু বিকাশৰ সুযোগ গুৰুত্বসহকাৰে কামনা কৰা হয়। এই ক্ষেত্ৰত নেহেৰুজীয়ে এষাৰ ভাল কথাকে দোহাৰিছিল - ‘Unity was not conceived as something imposed from outside, a stadardization of externals or even of beliefs. It was something deeper and within its fold, the widest toleration of beliefs and customs was practised and every variety acknowledged and even encouraged. (Discovery of India)’ অৰ্থাৎ ‘ভাৰতীয় সংস্কৃতিৰ ভেঁটিত বহুত্বতৰ স্বীকৃতি আৰু বিকাশৰ সুযোগ অনিবাৰ্য। ই এক মহামন্ত্ৰ স্বৰূপ। প্ৰায় পাঁচ হাজাৰ বছৰ পুৰণি ভৰতীয় সাংস্কৃতিক ঐতিহ্যৰ দীঘ-বাণিত এনেকুৱা আন্তৰিক আৰু আবেগিক মিশ্ৰণৰ পয়োভৰ আছে।

পুৰাণত ‘কিৰাত’ বুলি জনাজাত মংগোলীয় গোষ্ঠীৰ সংস্কৃতিয়ে ভাৰতীয় সভ্যতা আৰু সংস্কৃতিক মহীয়ান কৰি তুলিছে। ভাৰতীয় জীৱনধাৰাৰ সামগ্ৰীক ি দশতে মংগোলীয় সভ্যতা আৰু সংস্কতিৰ সংমিশ্ৰণ আৰু প্ৰভাৱ লক্ষ্য কৰা যায়। বৰো সংস্কৃতিও মংগোলীয় সংস্কৃতিৰে এটি সৰু অথচ অবিচ্ছেদ্য অংগ। বিশাল মংগোলীয় সংস্কৃতিৰ ছাপ বৰো সংস্কৃতিৰ দেহত অদ্যাপি বিদ্যমান। প্ৰত্যক্ষ বা পৰোক্ষভাৱে বৰো জাতিৰ সভ্যতা-সংস্কৃতিয়ে ভাৰতীয়, সংস্কৃতিৰ ভেঁটি গঢ় দিয়াত প্ৰাক্ ঐতিহাসিক কালৰে পৰা নিৰৱচ্ছিন্নভাৱে অৱদান দি আহিছে। তাক আহঁফলা যুক্তিৰে ফঁহিয়াই চাব নোৱাৰি।

সংস্কৃতিৰ চাৰিটা প্ৰধান দিশ যথা (ক) লোক-সাহিত্য (Folk literature) (খ) সামাজিক লোক- প্ৰথা আৰু আচাৰ-বিচাৰ (Social folk -customs) (গ) বস্তুগত সংস্কৃতি (Material culture) (ঘ) পৰিৱেশ্য কলা (Performing folk-arts) আদিৰ ক্ষেত্ৰত একে ভৌগোলিক পৰিবেশ আৰু পৰিসীমাত বসবাস কৰা বিভিন্ন ভাষা-ভাষীৰ মাজত পাৰস্পৰিক সাংস্কৃতিক প্ৰভাৱ ঘটে। এই প্ৰভাৱ স্বতঃস্ফূৰ্ত। বিভিন্ন সাংস্কৃতিক গোটৰ মৌলিক উপাদানসমূহ পাৰস্পৰিকভাৱে প্ৰভাবিত হৈ জীন যোৱাৰ ফলত আত্মিক সম্বন্ধই গা কৰি উঠে। এনে অৱস্থাকে সাংস্কৃতিক সংহতি বুলি নামকৰণ কৰা হয়। সাংস্কৃতিক সংহতি অবিহনে জাতীয় সংহতিৰ ধাৰণা অমূলক। কিয়নো

সংস্কৃতিয়ে একে ভৌগোলিক পৰিসীমাত বসবাস কৰা লোকসমষ্টিৰ জীৱন ধাৰণৰ সামগ্ৰীক দিশকে সামৰি থাকে।

বৰোভাষী লোকসমষ্টিয়ে অসমৰ ভূ-খণ্ডত বসবাস কৰি অতীজৰে পৰাই তাৰ চৌকাষে বিস্তাৰিত হৈ থকা বিভিন্ন জাতি-জনজাতিৰ ভাষিক আৰু সাংস্কৃতিক উপাদানৰ দ্বাৰা প্ৰভাৱিত হৈ জাতীয় সংস্কৃতিৰ ভেঁটিক সবল কৰিব পাৰিছে। সেয়েহে সঁচা অৰ্থত বৰো সংস্কৃতি বুলিলে মৌলিক বা এককৰ ধাৰণা মনলৈ নাহে ; আহে যৌগিকৰ ধাৰণাহে। (স্মৰ্তব্য যে বৰো জাতিয়ে লাহে লাহে জনজাতীয় অৰ্থাৎ ট্ৰাইবেল চৰিত্ৰ ত্যাগ কৰি অৰ্থনৈতিক স্বাৱলম্বিতাৰে আধুনিক জীৱন যাপন কৰিবলৈ হাবিয়াস কৰে।) বৰো সংস্কৃতিৰ যৌগিক ধাৰণাই ভাৰতীয় জাতীয় সংহতি গঢ়াত অৰিহণা দি আহিছে।

বৰোসকলৰ লোক-সাহিত্য সম্ভাৰ আৰু আধুনিক সাহিত্যৰ সৃষ্টিয়ে ভাৰতীয় সাহিত্যৰ শ্ৰীবৃদ্ধিত অৰিহণা যোগাইছে। ভাৰতীয় সাহিত্যও একক নহয় ; ই বিভিন্ন সাহিত্যৰ সমষ্টিত গঢ় লৈ উঠা যৌগিক সাহিত্যহে। ভাৰতীয় জাতীয়তাবাদ জগাই তোলাত বৰোলোক-সাহিত্য আৰু আধুনিক সাহিত্যৰ জাগৰণে কিঞ্চিৎমান হ'লেও ভূমিকা লব পাৰিছে।

ভাষাও সাংস্কৃতিৰ এটি অবিচ্ছেদ্য অংগ। বৰো ভাষাই তিব্বত বৰ্মীয় বৈশিষ্ট্য লাহে লাহে ত্যাগ কৰি ভাৰতীয় আৰ্য ভাষাৰ কিছু কিছু বৈশিষ্ট্য গ্ৰহণ কৰি লৈছে। শব্দ, ধ্বনি, ৰূপতত্ত্ব আৰু বাক্যতত্ত্ব আদিৰ ক্ষেত্ৰত প্ৰভাৱ পৰিলক্ষিত হয়। এই প্ৰভাৱ স্বাভাৱিক আৰু অনন্য। ভাৰতীয় সংবিধানৰ ৰক্ষা কবচৰ দ্বাৰা সম্প্ৰতি বৰো ভাষা-সাহিত্যৰ অগ্ৰগতি তথা উত্থানৰ বাবে সা-সুবিধা, মৰ্যাদা আৰু উৎসাহ প্ৰদান কৰা হৈছে। ইয়াৰ উপৰিও ভাৰতীয় সংবিধানৰ অষ্টম অনুসূচীত বৰো ভাষাক অন্তৰ্ভুক্ত কৰি যি ধৰণে ভাৰতীয় মান্যতা প্ৰদান কৰা হৈছে, সি সমগ্ৰ বৰো জাতিক এক ভাৰতীয় মূল্যবোধেৰে একত্ৰিত হ'বলৈ অনুপ্ৰেৰণাযোগাইছে। সাতে পাঁচে ভাৰতীয় জাতীয় সংহতিৰ ভেঁটি গঢ়াত বৰো সংস্কৃতিয়েও অনবদ্য অৰিহণা যোগাব পাৰিছে। সংস্কৃতি পৰিৱৰ্তনশীল - এয়া আটায়ে জনা কথা। আধুনিক শিক্ষাৰ প্ৰভাৱৰ ফলত বৰো সমাজৰ সামাজিক লোক - প্ৰথা আৰু সামাজিক আচাৰ-বিচাৰ, বস্তুগত-সংস্কৃতি আদি সময়ৰ লগে লগে পৰিৱৰ্তন হৈ আহি আছে। প্ৰাচীন সামাজিক আচাৰ-বিচাৰৰ ঠাইত লাহে লাহে এক সংমিশ্ৰিত সামাজিক আচাৰ-বিচাৰ আৰু প্ৰথাই গা কৰি উঠিছে।

আধুনিক শিক্ষা ব্যৱস্থাৰ ফলশ্ৰুতিত বৰো জনগোষ্ঠীৰ চৌপাশে থকা বিভিন্ন ভাষা-ভাষীৰ সামাজিক ধ্যান-ধাৰণা আৰু নীতি নিয়মসমূহে প্ৰভাৱ বিস্তাৰ কৰিছে। পুৰণি মূল্যবোধৰ ঠাইত নতুন মূল্যবোধৰ উত্থান মন কৰিবলগীয়া। প্ৰাচীন সামাজিক আইন-কানুন (Customary law), জীৱন-বৃত্তৰ (Life cycle) লগত জড়িত সামাজিক আচাৰ-বিচাৰসমূহো বিভিন্ন জনগোষ্ঠীৰ প্ৰভাৱত পৰিৱৰ্তন হ'বলৈ উপক্ৰম

হৈছে। সামাজিক পূজা-পাৰ্বণতো লাহে লাহে অনা-বৰো জনগোষ্ঠীৰ প্ৰভাৱ পৰিছেই। ফুল প্ৰসাদৰ প্ৰচলন আৰু বলি-বিধান বিহীন পূজা পদ্ধতিৰ প্ৰচলনেই ইয়াৰ সুন্দৰ নিদৰ্শন। স্মৰ্তব্য যে বৰোসকলৰ প্ৰাচীন পূজা পদ্ধতিত বলি-বিধান অবিহনে পূজাৰ কাৰ্যই সিদ্ধ নহৈছিল।

মুঠতে ভাৰতীয় প্ৰেক্ষাপটত বৰো সংস্কৃতিয়ে পৰিবৰ্তিত ৰূপত প্ৰবাহিত হৈ আছে। যি প্ৰবাহত ভাৰতীয় জাতীয় সংহতিৰ স্পন্দন শুনা যায়। গভীৰভাৱে উপলব্ধি কৰিলে এই কথা বুজিব পাৰি যে বৰো সংস্কৃতি ভাৰতীয় সংস্কৃতিৰ পৰা বিচ্ছিন্ন নহয়। প্ৰাক ঐতিহাসিক যুগৰে পৰা বিশাল মংগোলীয় জনগোষ্ঠীয়ে ভাৰতীয় যৌগিক সংস্কৃতিৰ ভেঁটি ৰচনাত যি ধৰণে অৰিহণা যোগাই আহিছে এই কথা নুই কৰিব নোৱাৰি। অসম আৰু ইয়াৰ দাঁতিকাষৰীয়া অঞ্চলত অতি প্ৰাচীন কালৰে পৰাই বসবাস কৰি মংগোলীয় জনগোষ্ঠীৰ অবিচ্ছেদ্য অংগ বৰো ভাষিক সম্প্ৰদায়েও স্বকীয় জাতীয় বৈশিষ্ট্য বজাই ৰাখি ইয়াৰ চৌপাশে থকা জাতি-জনজাতিৰ লগত সাংস্কৃতিক সম্পৰ্ক বজাই ৰাখি এক ভাৰতীয় জাতীয়তাৰ আধাৰত সাংস্কৃতিক সংহতি গঢ়াত অৰিহণা যোগাইছে।

## REFERENCES

1. *Hermanns, Fr. Matthias : The Indo - Tibetan, p.159*
2. *Chatterji, S.K : Kirata - Jana - Kriti, pp. 45-46*
3. *Ibid, p. 26*
4. *Bhattacharya, P.C : A Descriptive Analysis of the Boro Language, p. 16*
5. *Brahma, Dr. K : Aspects of the Social Folk-customs of the Bodos, p.1*
6. *Nath, Rajmohan : The Background of Assamese Culture, p. 15*
7. *Endle, Rev. Sidney : The Kacharis, p. 3*
8. *Grierson, G.A : LSI, Vol. III, Part - II, p. 61*
9. *See Introduction Chapter of The Kacharis*

*ডঃ বসুমতাৰী বঙিয়া মহাবিদ্যালয়ৰ অধ্যাপক।*

# গাৰো সাংস্কৃতিৰ আভাস

— ডঃ বিমল মজুমদাৰ

সমাজত পুৰুষৰ আৰু নাৰীৰ আসন বা অগ্ৰাধিকাৰৰ ভিত্তিত সমাজ-ব্যৱস্থাক মূলতঃ দুটা ভাগত বিভক্ত কৰা হৈছে- (ক) মাতৃপ্ৰধান সমাজ ব্যৱস্থা আৰু (খ) পিতৃপ্ৰধান সমাজ ব্যৱস্থা। ইংৰাজীত ইয়াকে কোৱা হৈছে ক্ৰমে Matriachal আৰু Patriachal। বহুতে Matriachal সমাজ হিচাপে মেঘালয়ৰ গাৰো আৰু খাচীসকললৈ আঙুলিয়াইছে। Matriachal শব্দটোৰ আভিধানিক অৰ্থ হ'ল 'Rule by the women' বা 'A society where women overpower men'. চুইজাৰলেণ্ডৰ এগৰাকী আইনজ্ঞ J.J. Bachofen এ প্ৰথমে নৃতত্ত্ব বিজ্ঞানত এই শব্দটোৰ অৱতাৰণা কৰে আৰু তেওঁ Matriachal সমাজৰ কেইটামান বৈশিষ্টৰ কথাও এই প্ৰসঙ্গতে উল্লেখ কৰে। তেওঁৰ 'Das Mutterpecht' (1861) মতে মাতৃপ্ৰধানতাৰ বৈশিষ্ট্য তিনিটা[১]ঃ

(১) মাতৃসূত্ৰীয় বংশাণুক্ৰম (Matrilineal inheritance)

(২) সম্পত্তিৰ ওপৰত পুত্ৰীৰ অধিকাৰ (Matrilineal descent)

(৩) মাতৃক আৱাসস্থানিক বিবাহ-প্ৰথা (Uxorilocal residence)

এই তিনিওটা লক্ষণ একেলগে পৰিলক্ষিত হোৱা সমাজৰ সংখ্যা বিৰল। উত্তৰ-পূব ভাৰতত কেৱল গাৰো আৰু খাচী সমাজতহে এই তিনিওটা লক্ষণ একেলগে দেখা যায়। গাৰো আৰু খাচীসকলে মাকৰ ফালৰ পৰা বংশ গণনা কৰে। মাক যি গোত্ৰৰ (Matrilineal) হয়, ল'ৰা-ছোৱালীয়ে সেই গোত্ৰৰ হয়। তেনেদৰে সম্পত্তিৰ অধিকাৰো মাকৰ পৰা জীয়েকে পায়। আনহাতে, বিয়াৰ পিছত ল'ৰা ছোৱালীৰ ঘৰলৈ আহে আৰু ছোৱালীৰ পৰিয়ালৰ লগত বসবাস কৰে।

এই ফালৰ পৰা গাৰো আৰু খাচী Matriachal সমাজ ব্যৱস্থাৰ নিদৰ্শন। কিন্তু বাস্তৱ ক্ষেত্ৰত গাৰো সমাজত নাৰীৰে ৰাজত্ব বা শাসন নচলায় বা পুৰুষতকৈ তেওঁলোকৰ অধিকাৰো বহুগুণে বেছি নহয়। অৱশ্যে পুৰুষ প্ৰধান সমাজ ব্যৱস্থাতকৈ গাৰো নাৰীসকলে তেওঁলোকৰ সমাজ ব্যৱস্থাত যে স্বাভাৱিক জীৱন যাপন কৰাৰ কিছু সুযোগ লাভ কৰে, সেইটো নিঃসন্দেহে সত্য। সেইবাবে ক'ব পাৰি গাৰো Matriachal নহয়, Matrilineal সমাজ ব্যৱস্থাৰহে নিদৰ্শন।

## সমাজ গঠন ঃ

প্ৰত্যেক জাতিৰ সমাজখন কিছুমান সুকীয়া ৰীতি-নীতি বা পদ্ধতিৰে গঢ় লৈ উঠে। উত্তৰ-পূৰ্বাঞ্চলৰ অন্যতম জনজাতি গাৰোসকলো ইয়াৰ ব্যতিক্ৰম নহয়। গাৰো সমাজখন সুনিৰ্দিষ্ট এক পদ্ধতিৰ বা মাজেৰে গঠিত হৈছে। তেওঁলোকৰ সমাজ সংগঠনৰ ন্যূনতম অংশ বা প্ৰাথমিক স্তৰটো হ'ল পৰিয়াল। গাৰো ভাষাত পৰিয়ালক 'নোক' বোলে। 'নোক' শব্দৰ মৌলিক অৰ্থ হ'ল ঘৰ অৰ্থাৎ গাৰোসকলে এটা ঘৰত একেলগে থকা মানুহখিনিৰ সমষ্টিটোক এটা পৰিয়াল বুলি গণ্য কৰে। গাৰো ভাষাত পৰিয়ালৰ মানুহখিনি, ঘৰটো, আচ-বাব, সা-সম্পত্তি-এই আটাইখিনিকে একেলগে 'নোকদাং' বুলি কোৱা হয়[২]।

গাৰো সমাজত পৰিয়ালতকৈ ওপৰ পৰ্যায়ৰ সামাজিক গোটটো হ'ল 'গোত্ৰ' (clan)। গোত্ৰশ্ৰেণীক গাৰোসকলে 'চাৎচী' বা 'কাৎচী' বোলে। গাৰো গোত্ৰসমূহ পাঁচটা শ্ৰেণীত বিভক্ত ঃ চাংমা, মাৰাক, মোমিন, চিৰা আৰু আৰেং। ইয়াৰে ভিতৰত চাংমা আৰু মাৰাক মুখ্য। পূৰ্বৰে পৰা গাৰোসকলৰ মাজত চাংমা আৰু মৰাক কেৱল এই দুটা গোত্ৰ থকা বুলিহে গৱেষকসকলে ধাৰণা কৰে। কিন্তু পিছত মোমিন, চিৰা আৰু আৰেং গোত্ৰৰ সৃষ্টি হয়। আনহাতে, পিছৰ তিনিটা গোত্ৰৰো সৃষ্টি হৈছে পূৰ্বৰ দুটাৰ পৰাই।

এই প্ৰতিটো গোত্ৰৰে আৰু কিছুমান উপ-গোত্ৰ (sub-clan) আছে। গাৰোসকলে ইয়াক 'মাছং' বোলে। 'মাছং' শব্দটোৰ অৰ্থ এনেদৰে দিয়া হৈছে ঃ "Ma'chong means a group of people descending from one common mother ('Ma' means mother and 'chong' means a heap or group)"[৩] প্লেফেয়াৰেও অভিমত দি কৈছে "The Ma'chong was orginally a family, but it has long outgrow bounds of such a classification."[৪] প্লেফেয়াৰৰ দৰে ভেলনেও কৈছে যে, "Ma'chong to be translated as 'Motherhood', as all the members of a ma'chong claim to have descended from a common mother."[৫] মিলন চাংমাই গাৰো গোত্ৰ আৰু উপ-গোত্ৰসমূহৰ এখনি তালিকা এনেদৰে প্ৰস্তুত কৰি উলিয়াইছে।[৬]

| গোত্ৰ বা চাৎচী | উপ-গোত্ৰ বা মাছং |
|---|---|
| ১। চাংমা | অঘিটোক, টিগিটি, মান্দা, চিচিক, চান্‌ল, নেংমিন্‌জা, দাৱা, আমপাং, চাম্পল, কোকৃচি, বোলদাক, ৰংমুথু, মৃ, বোলোং, মাংচা, ভিৰান, মানকিম, |

| | |
|---|---|
| ২। মাৰাক | ৰেংচা, চাম্বগং, দাজিল, দোপো, নক্ৰেক, দ্ৰোং, ৰেকচাম, ৰিচিল, ৰিমা, নাপাক, পাণ্টো, চিনটেং, কোংকাল, কোক্নাল, চাদা, দাগাল, গাৰি, বোলদাক, দোকোংচি, কামা, দোকগ্ৰি আদি। |
| ৩। মোমিন | গাবিল, গানদিম, স্ৰেগা, ৰাট্ৰি, ৰগ, মেগাম, জেকগিতচেট, চাকা, মাট্চোকাগ্ৰি আদি। |
| ৪। চিৰা | দালবোট। |
| ৫। আৰেং | নংবাক, দোচিক আদি। |

মিল্টন চাংমাই প্ৰস্তুত কৰা এই তালিকাখনিক সম্পূৰ্ণ বুলি ক'ব নোৱাৰি। মেজৰ এ, প্লেফেয়াৰে ১২৭ টা গাৰো মাছঙৰ নাম উল্লেখ কৰিছে।[৭] আনহাতে, এল, এম. হ'লব্ৰুকৰ মতে, গাৰো মাছঙৰ সংখ্যা ৩০১ টা মাছঙৰ ভিতৰত ১১৩ টা চাংমাৰ, ১০৪ টা মাৰাকৰ, ৬৩ টা মোমিনৰ, ১৯ টা চিৰাৰ আৰু ২ টা আৰেঙ গোত্ৰৰ।[৮]

গাৰো গোত্ৰবোৰ মাতৃসূত্ৰীয় (Matrilineal), অৰ্থাৎ ল'ৰা-ছোৱালী মাকৰ গোত্ৰৰ অন্তৰ্ভুক্ত হয় আৰু আমৰণ সেই গোত্ৰৰ অংশীদাৰ ৰূপে পৰিগণিত হয়। গোত্ৰৰ প্ৰধান কাৰ্য হ'ল বিবাহ নিয়ন্ত্ৰণ। গাৰো সমাজত সগোত্ৰ বিবাহ নিষেধ। অৰ্থাৎ অন্তৰ্বিবাহ প্ৰথা নিষিদ্ধ। বহিৰ্বিবাহ প্ৰথাহে প্ৰচলিত। একেটা গোত্ৰৰ অন্তৰ্ভুক্ত পুৰুষ আৰু নাৰী বিবাহ বন্ধনত আবদ্ধ হ'ব নোৱাৰে। চাংমাই চাংমাক অথবা মাৰাকে মাৰাকক বিয়া কৰাব নোৱাৰে। চাংমাই মাৰাক বা আন গোত্ৰত বিয়া কৰাব পাৰে। অৱশ্যে একেটা মাছঙৰ ভিতৰত নহৈ একেটা চাৎচীৰ দুটা ভিন্ন মাছঙৰ ভিতৰত হোৱা বিয়াক বিশেষ গৰ্হিত বুলি নাভাবে। তথাপি চাৎচীৰ বিভিন্ন ভাগৰ লগতো সাধাৰণতে বিয়া-বাৰু নচলে।

গোত্ৰ সম্পৰ্কে আলোচনা কৰিবলৈ গ'লে 'মাহাৰী'ৰ প্ৰসঙ্গও আহি পৰে। দৰাচলতে, ওচৰা-ওচৰিকৈ বাস কৰা একে গোত্ৰৰ লোকসকল একেটা পৰিয়ালৰ পৰা ওলোৱা। এনেকুৱা প্ৰকৃত ৰক্তসম্বন্ধ থকা একে গোত্ৰৰ লোকসকলৰ সমষ্টিকে মাহাৰী বোলে।[৯] বহল অৰ্থত অৱশ্যে মাহাৰী বুলিলে গোত্ৰটোকে বুজায়। বিবাহ নিয়ন্ত্ৰণৰ বাহিৰে গোত্ৰৰ আন সকলো কাৰ্য প্ৰকৃততে 'মাহাৰী'ৰ ভিতৰতে সীমাবদ্ধ থাকে। প্ৰত্যেক পৰিয়ালৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ ওপৰত পৰিয়ালৰ মুখ্য মহিলাগৰাকীৰ 'মাহাৰী'ৰ গৌণভাৱে অধিকাৰ থকা বুলি গণ্য কৰা হয়। মুখ্য মহিলাগৰাকীৰ মৃত্যু হ'লেও মাহাৰীৰ ভিতৰতে আন এগৰাকী মহিলাৰ দ্বাৰা সেই শূন্য ঠাই পূৰণ কৰি সম্পত্তি মাহাৰীৰ ভিতৰতে ৰখা হয়। যদি কোনো পুৰুষে পত্নীৰ মৃত্যুৰ পিছত নিজৰ

পত্নীৰ মাহাৰীৰ বাহিৰে আন মাহাৰীৰ পৰা দ্বিতীয় পত্নী গ্ৰহণ কৰে, তেতিয়া প্ৰথম পত্নীৰ মাহাৰীৰ সম্পত্তিৰ ওপৰত থকা অধিকাৰ ক্ষুণ্ণ হয়। সেইবাবে পত্নীৰ মৃত্যুৰ পিছত পতিক আন মাহাৰীৰ পৰা দ্বিতীয় পত্নী গ্ৰহণ কৰাত প্ৰথম পত্নীৰ মাহাৰীয়ে বাধা প্ৰদান কৰে। কোনো পৰিয়ালত যদি পুত্ৰী নাথাকে, তেনেহ'লে পৰিয়ালৰ মুখ্য মহিলাগৰাকীৰ মাহাৰীত জন্ম হোৱা ছোৱালীকহে তোলনীয়া পুত্ৰী কৰি লোৱা হয়।

কোনো-কোনো মাহাৰীৰ একো-একোটা অঞ্চলৰ ওপৰত স্বত্বাধিকাৰ থাকে। মাহাৰীৰ এনেকুৱা সমূহীয়া ভূ-সম্পত্তিক 'আখিং' বোলে। 'আখিং' পৰিচালনা বিষয়ত এটা পৰিয়ালে মাহাৰীৰ প্ৰতিনিধিত্ব কৰে। এই পৰিয়ালটোৰ মুখ্য মহিলাগৰাকী আখিং অধিকাৰী মাহাৰী।[১০] এনে পৰিয়ালক 'নোক্মা' বুলি কোৱা হয়। 'আখিঙ'ৰ ভিতৰত কোনো বাহিৰৰ লোক আহি বসবাস কৰিব খুজিলে বা খেতি কৰিব খুজিলে নোক্মা পৰিয়ালৰ মুখ্য পুৰুষজনৰ (নোক্মা) সন্মতি ল'ব লাগে। লগতে ভূ-স্বত্ব স্বীকাৰ কৰাৰ চিন স্বৰূপে সামান্য ধন দিব লাগে। এনে ধনক 'আৱিল' বোলে।[১১]

ওপৰত 'চাৎচী', 'মাছং' বা 'মাহাৰী' সম্পৰ্কে যি এটি চমু পৰিচয় জ্ঞাপন কৰিবলৈ চেষ্টা কৰা হ'ল, সেই পৰিচয় কোনো এজন গাৰো মানুহৰ নামটোৰ লগত প্ৰত্যক্ষভাৱে জৰিত হৈ থাকে। প্ৰতি গৰাকী গাৰো মানুহৰ নামটোৰ তিনিটা অংশ থাকে। প্ৰথম অংশটো হ'ল মানুহজনৰ প্ৰকৃত নামটো। দ্বিতীয় অংশটো হ'ল সেই মানুহজনৰ মাছং আৰু তৃতীয় অংশটো হ'ল সেই মাছঙৰ শ্ৰেণী অৰ্থাৎ চাৎচী। উদাহৰণ স্বৰূপে লোকসভাৰ প্ৰাক্তন অধ্যক্ষ পি, এ, চাংমাৰ নামটোকে ল'ব পাৰি। তেওঁৰ সম্পূৰ্ণ নামটো হ'ল- পূৰ্ণ অঘিটোক চাংমা। ইয়াত 'পূৰ্ণ' হ'ল তেওঁৰ প্ৰকৃত নাম। তেওঁ 'অঘিটোক' মাছঙত জন্ম গ্ৰহণ কৰিছে আৰু তেওঁৰ চাৎচী বা গোত্ৰ হ'ল 'চাংমা'।

## শাসান ব্যৱস্থা ঃ

জনজাতীয় সমাজ ব্যৱস্থাত আধুনিক সভ্যতাৰ সাংবিধানিক নিয়ম বা লিখিত আইন-কানুন নাথাকে। সেই বাবেই এওঁলোকৰ সমাজত কোনো নিৰ্দিষ্ট ৰাজনৈতিক শাসন যন্ত্ৰও নাথাকে। গাঁওখনেই হ'ল গাৰো শাসন ব্যৱস্থাৰ একক। প্ৰথাগতভাৱে চলি অহা পাৰম্পৰিক নীতি-নিয়ম কিছুমানৰ যোগেদি সমাজখন নিয়াৰিকৈ চলি থাকে। ইয়াকে সমাজ বিজ্ঞানত 'customary law' বুলি কোৱা হয়। পৰম্পৰাগতভাৱে চলি অহা এনে নীতি-নিয়মসমূহেই গাৰো শাসন ব্যৱস্থাৰ মূল আধাৰ স্বৰূপ। এনে নীতি-নিয়মবোৰ পালনৰ বাবে কাৰো ওপৰত কোনো ধৰণৰ হেঁচা বা বাধ্যবাধকতা নাই ; অথচ তেনে নিয়মসমূহৰ প্ৰতি সকলোৱে স্বতঃস্ফূৰ্ত্তভাৱে আনুগত্য প্ৰকাশ কৰে। এই আনুগত্যই সমগ্ৰ শাসন ব্যৱস্থা বা সমাজ ব্যৱস্থাটোক সহজ কৰি তুলিছে। এইখিনিতেই সাংবিধানিক আইন-কানুনযুক্ত আধুনিক সমাজ ব্যৱস্থা আৰু পৰম্পৰাগত শাসন ব্যৱস্থাৰ মাজত থকা পাৰ্থক্য স্পষ্ট হৈ পৰে। আধুনিক সমাজ ব্যৱস্থাত

সাংবিধানিক আইন-কানুন আছে, কিন্তু তাক পালন কৰিবলৈ আগ্ৰহ তথা আনুগত্যৰ অভাৱ। এই ব্যৱস্থাত আইন যিমান আছে, সুৰুঙাও সিমানে আছে। ফলত ই জটিল ৰূপ ধাৰণ কৰে। আনহাতে, গাৰো সমাজ ব্যৱস্থাত কোনো লিখিত আইন-কানুন নাই, অথচ সামাজিক নীতি-নিয়মবোৰ সকলোৱে আগ্ৰহেৰে পালন কৰে। ফলত ইয়াত জটিল পৰিস্থিতিৰ উদ্ভৱ নহয়।

গাৰো সামাজিক জীৱনৰ শ্ৰেষ্ঠ বন্ধন হ'ল তেওঁলোকৰ ৰক্ত সম্পৰ্কীয় নমুনা (Kinship pattern)। সেইবাবে কোনো-কোনোৱে এই সমাজক 'Kin-oriented Society' বুলিও অভিহিত কৰিছে। প্ৰকৃত অৰ্থত গাৰো সমাজত শাসনৰ একক একো-একোটা মাহাৰীহে। মাহাৰীয়ে বিয়া-বাৰু, দায়-বিবাদ আদি প্ৰায়বোৰ দিশ চোৱা চিতা কৰে। যি গৰাকী ব্যক্তি যি মাহাৰীৰ অন্তৰ্ভুক্ত, সেই মাহাৰীৰ সেই গৰাকী ব্যক্তিৰ ওপৰত সম্পূৰ্ণ ক্ষমতা থাকে। এই ফালৰ পৰা প্ৰত্যেক ব্যক্তি নিজ নিজ মাহাৰীৰ ক্ষুদ্ৰতম অংশ আৰু প্ৰত্যেক ব্যক্তিৰ স্বাৰ্থক মাহাৰীৰ স্বাৰ্থৰ লগত একে বুলি পৰিগণিত হয়। একোখন গাঁৱত একাধিক এনেকুৱা মাহাৰী থাকে। সেইবাবে গাঁওখনক কেইবাটাও মাহাৰীৰ এখন যুক্তৰাষ্ট্ৰ বুলি পৰিগণিত হয়। একোখন গাঁৱত একাধিক এনেকুৱা মাহাৰী থাকে। সেইবাবে গাঁওখনক কেইবাটাও মাহাৰীৰ এখন যুক্তৰাষ্ট্ৰ বুলি গণ্য কৰিব পাৰি।

প্ৰত্যেক গাৰো গাঁৱতে একোজনকৈ মুখিয়াল বা গাঁওবুঢ়া থাকে। তেওঁক 'নোকমা' বোলা হয়। নোকমা আৰু গাঁও পঞ্চায়তেই আছিল গাৰো শাসন ব্যৱস্থাৰ প্ৰাচীতম পদ্ধতি। বৃটিছসকলৰ আগমনৰ আগলৈকে এওঁলোকেই গাৰো সমাজ ব্যৱস্থাক নিয়ন্ত্ৰণ কৰি ৰাখিছিল।[১২] এইখিনিতে 'নোকমা' আৰু তেওঁৰ ভূমিকা সম্পৰ্কে আলোচনা কৰা উচিত হ'ব। 'নোকমা' শব্দটোৰ উৎপত্তি সম্পৰ্কে দুটা মতবাদ পোৱা যায়। এটা মতবাদ মতে, 'নোক্' মানে ঘৰ আৰু 'মা' মানে ডাঙৰ। অৰ্থাৎ গাঁওখনৰ ভিতৰত আন ঘৰবোৰতকৈ যিটো ঘৰ ডাঙৰ, সেই ঘৰটোৰ গৰাকীয়ে হ'ল 'নোক্মা'।

আন এটি মতবাদ মতে, 'নোক্' মানে ঘৰ আৰু 'মা' মানে 'মাতৃ'। অৰ্থাৎ ঘৰৰ গৰাকী বা গোত্ৰটোৰ গৰাকী।[১৩] পিছত এই 'নোক্মা' গাঁওখনৰে মুৰব্বী বা গৰাকী ৰূপে পৰিগণিত হ'বলৈ ধৰে।

নোকমা গাঁৱৰ মুৰব্বী যদিও আচলতে ই এটা আনুষ্ঠানিকতাহে মাত্ৰ। মুৰব্বী বুলি তেওঁৰ কোনো বিশেষ ৰাজনৈতিক বা সামাজিক ক্ষমতা নাই। মাহাৰীবিলাকৰ কাৰ্যকলাপত তেওঁ কোনো ধৰণে হস্তক্ষেপ কৰিব নোৱাৰে। তেনেদৰে নোক্মাই আইন ভঙ্গকাৰী বা অপৰাধীক শাস্তি বিহিবও নোৱাৰে। সেইবাবে তেওঁ গাঁৱৰ ক্ষমতাবিহীন মুৰব্বীহে। শাস্তিমূলক ব্যৱস্থা লোৱাৰ ক্ষমতা বা শান্তি-শৃঙ্খলা ৰক্ষাৰ দায়িত্ব মাহাৰীবিলাকৰহে। কোনোৱে আইন ভঙ্গ কৰিলে বা শান্তি-শৃংখলাত ব্যাঘাত জন্মালে মাহাৰীবিলাকেহে শাস্তিমূলক ব্যৱস্থা লয়। এইক্ষেত্ৰত মাহাৰীৰ বয়োবৃদ্ধ পুৰুষসকলে কৰ্তৃত্ব খটুৱায়। কোনো ব্যক্তি অপৰাধত জড়িত হ'লে আৰু যাৰ ওপৰত অপৰাধ

সংঘটিত হয় সেই ব্যক্তি দুজনৰ দুয়োটা মাহাৰী একেলগে বহি বিচাৰ কৰে আৰু অপৰাধ অনুযায়ী দণ্ড বিহে। আনহাতে দণ্ডৰ টকা দোষী ব্যক্তিয়ে নিজে দিব নালাগে। দণ্ড ভৰাটো মাহাৰীৰ সমূহীয়া দায়িত্ব বুলি ধৰা হয়। সেইবাবে মাহাৰীৰ সকলো পৰিয়ালে চান্দা তুলি দণ্ডৰ ধন আদায় দিয়ে।[১৪] গতিকে দেখা যায় গাৰো সমাজৰ শাসন ব্যৱস্থাত মাহাৰীহে মুখ্য, নোক্‌মাৰ বিশেষ ভূমিকা তাত নাথাকে। আনহাতে, গাঁৱৰ মুৰব্বী হ'লেও নোকমাই কোনো কৰ-কাটল আদায় কৰিব নোৱাৰে, মাটি বা আন সম্পত্তি হস্তান্তৰ কৰিব নোৱাৰে, আনকি 'আখিঙ'ৰ ভূখণ্ডৰ ভিতৰত পূৰ্বৰে পৰা বসবাস্ কৰি খেতি-বাতি কৰি খোৱা মানুহখিনিৰ ওপৰত তেওঁৰ কোনো কৰ্তৃত্বও নেথাকে।

কিন্তু সেই বুলি নোক্‌মা গাৰো সমাজত একেবাৰে উপেক্ষণীয় ব্যক্তিও নহয়। মুৰব্বী হোৱা সূত্ৰে তেওঁ গাঁৱৰ শ্ৰদ্ধাভাজন তথা সন্মানীয় ব্যক্তি। সমূহীয়া স্বাৰ্থত তেওঁৰ উপদেশক সকলোৱে গ্ৰাহ্য কৰে। যিকোনো পৰিস্থিতিত কাৰ্যপন্থা নিৰ্ণয়ৰ ক্ষেত্ৰত নোক্‌মাই আগভাগ লয় আৰু তেওঁৰ ওপৰত সকলোৱে আস্থা স্থাপন কৰে। আনহাতে, বিভিন্ন উৎসৱত নোক্‌মাক বিশেষ স্থান দিয়া হয়। উৎসৱৰ কিছুমান আনুষঙ্গিক কাৰ্যৰ ওপৰত তেওঁৰ আচুতীয়া অধিকাৰ থাকে। উদাহৰণ স্বৰূপে 'ৱানগালা'ৰ চাচাতত ধুনা জ্বলোৱাৰ নিয়ম। কিন্তু এই ধুনা কেৱল নোক্‌মাইহে জ্বলাব পাৰে। এইটো তেওঁৰ বিশেষ অধিকাৰ ৰূপে গণ্য কৰা হয়। এই ফালৰ পৰা নোক্‌মা সামাজিক সন্মানৰ প্ৰতীক।

নোক্‌মাক চাৰিটা শ্ৰেণীত ভাগ কৰা হৈছে-গাম্‌নি নোক্‌মা, গানা নোক্‌মা, কামাল নোক্‌মা আৰু আখিং নোক্‌মা।[১৫]

## বিবাহ প্ৰথা ঃ

বিবাহ হ'ল সমাজ সৃষ্টিৰ মূল ভিত্তি, যাৰ মাধ্যমত সামাজিক বন্ধন গঢ় লৈ উঠে। আনহাতে, বিবাহৰ যোগেদি নাৰী-পুৰুষে একেলগে বসবাস কৰাৰ সামাজিক স্বীকৃতি লাভ কৰে। এইফালৰ পৰা বিবাহ হ'ল যুগ্ম-জীৱন যাপনৰ এক সামাজিক অনুমোদন।[১৬] প্ৰত্যেক সমাজতে বিবাহ কিছুমান বিশেষ বিশেষ সামাজিক ৰীতি-নীতিৰ মাজেৰে সম্পাদিত হয়। এনে ৰীতি-নীতি বা প্ৰথাসমূহ সমাজভেদে সুকীয়া সুকীয়া।

ভাৰতবৰ্ষৰ জনজাতিসকলৰ মাজত মুঠতে ন-বিধ বিবাহৰ প্ৰচলন থকা বুলি জানিব পাৰি। এওঁলোকৰ মাজত 'প্ৰাজপত্য' বিবাহৰ প্ৰচলন বৰ কম। কুকী, বৈগা, চাওতাল, টোটো, লোধা আদি জনজাতিসকলে কন্যাপণৰ মাধ্যমেৰেহে বিয়া কৰাব পাৰে। কন্যাপণ দিবলৈ অপাৰগ হ'লে বিবাহ ইচ্ছুকে ভাবী শহুৰেকৰ ঘৰত শ্ৰমদান দিবলগীয়া হয়। ইয়াকে 'শ্ৰমদান বিবাহ' বুলি কোৱা হয়। ওৰাওঁ, কৰকু, ভোট জনজাতিসকলৰ মাজত এক বিশেষ ধৰণৰ 'বিনিময়-বিবাহ'ৰ (Marriage by

exchange) প্ৰচলন আছে। এই পদ্ধতিৰ বিবাহত এটা পৰিয়ালৰ ল'ৰা-ছোৱালীৰ লগত আন এটা পৰিয়ালৰ ল'ৰা-ছোৱালীৰ পৰস্পৰ বিবাহ সম্পাদিত হয়।[১৭] ভিল জনজাতিৰ যুৱকসকলে আকৌ কন্যা পাবলৈ হ'লে কঠিন শক্তি পৰীক্ষাত অৱতীৰ্ণ হ'বলগীয়া হয়। পৰীক্ষাত উত্তীৰ্ণ হ'লেহে কন্যা লাভ কৰিব পাৰি। ইয়াকে 'শক্তি-পৰীক্ষা বিবাহ' বুলি কোৱা হয়। 'পৈশাচ' আৰু 'ৰাক্ষস' বিবাহ বিৰহোড় আৰু হো জনজাতিৰ মাজত ব্যাপকভাৱে প্ৰচলিত। এই বিয়াত বিবাহ ইচ্ছুক যুৱকে তেওঁৰ পছন্দৰ যুৱতীগৰাকীক মূৰত হঠাতে দৌৰি আহি সেন্দুৰ লগাই দি পলাই যায়। এইদৰে যুৱতীগৰাকী যুৱকজনৰ স্ত্ৰীহিচাপে পৰিগণিত হয়। ভিল আৰু গোন্দ জনজাতিৰ মাজত টোপনিতে বলপূৰ্বকভাৱে কন্যাক যৌন উপভোগ কৰাৰ ৰীতিও প্ৰচলিত আছে। এনেদৰে যুৱতীগৰাকী যুৱকজনৰ পত্নী হৈ পৰে। 'আনহূত' বা 'নিৰ্যান' বিবাহ পদ্ধতি বৰ আমোদজনক। কোনো যুৱতীৰ যদি কোনো যুৱকক পছন্দ হয়; তেনেহ'লে যুৱতী গৰাকীয়ে বলপূৰ্বকভাৱে যুৱকজনৰ ঘৰত প্ৰৱেশ কৰে আৰু তাতে থাকিবলৈ লয়। কিন্তু যুৱকজনৰ পৰিয়ালৰ লোকে এনে কাৰ্যত অসন্তুষ্ট হৈ যুৱতী গৰাকীক নানাভাৱে নিৰ্যাতন দি থাকে। যদি যুৱতী গৰাকীয়ে এই সকলো প্ৰকাৰৰ নিৰ্যাতন সহ্য কৰি থাকিব পাৰে, তেনেহ'লে নিৰ্দিষ্ট সময়ৰ পিছত তেওঁলোকৰ মাজত বিবাহ সম্পন্ন হয়। আনহাতে, নীলগিৰি পাহাৰৰ বাসিন্দা জনজাতিসকলৰ আকৌ কেইবাজনো যুৱকে লগ লাগি এগৰাকী যুৱতীক বিয়া কৰায়। সমাজ বিজ্ঞানীৰ মতে এনে বিয়াক Polygamy marriage বোলা হয়।[১৮] কোনো কোনো জনজাতিৰ মাজত দেখা যায় প্ৰত্যেকৰে ব্যক্তিগত স্ত্ৰী থকা সত্বেও এজন ভায়েকৰ স্ত্ৰী আন এজন ভায়েকৰ বাবে 'সাধাৰণ স্ত্ৰী' হিচাপে গণ্য কৰা হয়। অৰ্থাৎ এজন ভায়েকৰ ঘৈণীয়েকক অন্য ভায়েক-ককায়েকসকলেও স্ত্ৰী হিচাপে যৌন-উপভোগ কৰিব পাৰে। ঠিক মহাভাৰতত যেনেদৰে দেখা যায় ভীম বা অৰ্জুনৰ অন্য স্ত্ৰী থকা সত্বেও দ্ৰৌপদী আটাইকেইজন ভায়েকৰ সাধাৰণ স্ত্ৰী (Common wife) আছিল। চেঞ্চু নামৰ জনজাতিসকলৰ প্ৰথামতে বিয়াৰ পিছত দৰা প্ৰথমে শহুৰেকৰ ঘৰত বসবাস কৰে। প্ৰথম সন্তান জন্মৰ পিছতহে নিজৰ ঘৰলৈ যাব পাৰে। এনেধৰণৰ আমোদজনক তথা বৈচিত্ৰ্যময় বিবাহ পদ্ধতিৰ প্ৰচলন আমাৰ এইখন ভাৰতবৰ্ষতে আছে।

মেঘালয় ৰাজ্যৰ গাৰো জনজাতিসকলৰ মাজতো বৈবাহিক সম্পৰ্ক স্থাপনৰ ক্ষেত্ৰত কিছুমান পৰম্পৰাগত ৰীতি-নীতি আদিম কালৰে পৰা প্ৰচলিত হৈ আহিছে। গাৰোসকলে বিয়াক 'দোচীয়া' বোলে। ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে যে, গাৰো সমাজত একেটা গোত্ৰৰ মাজত বিবাহ নিষিদ্ধ। অকল গাৰো সমাজতে নহয়, প্ৰায়বোৰ জনজাতীয় সমাজ ব্যৱস্থাতে গোত্ৰ-প্ৰথাৰ গুৰুত্ব সৰ্বাধিক।[১৯] সেইবাবে ইয়াক জনজাতিসকলৰ এক উমৈহতীয়া বৈশিষ্ট্য বুলি গ্ৰহণ কৰিব পাৰি। গাৰো সমাজত

মাহাৰীৰ সদস্যসকল বিশেষকৈ, মাহাৰীৰ মহিলাসকল মাতৃতুল্য। সেইবাবে নিজৰ মাহাৰীত বিয়া কৰালে মাকক বিয়া কৰোৱাৰ দৰে হয়। এনেকুৱা বিবাহক গাৰোসকলে সদায়েই ঘৃণাৰ চকুৰে চায় আৰু এনেকুৱা দম্পত্তিক 'মাদং' বুলি ইতিকিং কৰে। 'মাদং' শব্দৰ অৰ্থ হ'ল 'মাক পুতেকৰ বিয়া'। দৰাচলতে, নিজৰ মাহাৰীৰ ভিতৰত হ'ব খোজা বিয়াক সমাজে স্বীকৃতি নিদিয়ে আৰু তেনেক্ষেত্ৰত মাহাৰীৰ পৰা বহিস্কৃত হোৱাৰ সম্ভাৱনা বেছি। তেনেদৰে একেটা চাৎচীৰ ভিতৰটো বৈবাহিক সম্পৰ্ক স্থাপন নহয়। 'চাৎচী' শব্দটোৰ অৰ্থ হ'ল 'আত্মীয়'। গতিকে এনে বিয়াত নিজৰ আত্মীয়ক বিয়া কৰোৱাৰ দৰে হয়। সেইবাবে গাৰোসকলে এনে বিয়াক 'বাক্‌দাং' বুলি ইতিকিং কৰে। 'বাক্‌দাং' শব্দৰ অৰ্থ হ'ল 'সম্বন্ধীয় লোকৰ সৈতে সোমোৱা বিয়া'। দ্বিতীয় বিধ বিয়াৰ ক্ষেত্ৰত সমাজ কিছু পৰিমাণে শিথিল যদিও প্ৰথম বিধৰ ক্ষেত্ৰত কোনো আপোচ কৰা নহয়।

গাৰোসকলৰ এই গোত্ৰ ব্যৱস্থা তথা বহিৰ্বিবাহ প্ৰথাক বাংলাদেশৰ বিশিষ্ট গৱেষক মহম্মদ মাহবুবুল হকে অষ্ট্ৰেলিয়াৰ 'কামিলাৰোই' নামৰ এটি জনজাতিৰ লগত তুলনা কৰিছে।[২০] কামিলাৰোইসকল অষ্ট্ৰেলিয়াৰ ছিডনি চহৰৰ উত্তৰে অৱস্থিত ডাৰ্লিং ৰিভাৰ জিলাৰ অধিবাসী। এওঁলোক ছয়টা 'গণ'ত বিভক্ত। বিয়া-বাৰুৰ ক্ষেত্ৰত এই ছটা গণ দুটা ভাগত বিভক্ত। হকে দেখুওঁৱা মতে শ্ৰেণীবিভাজন এনেধৰণ ঃ




এই ছয়টা গণৰ ভিতৰত 'ক' শ্ৰেণীভুক্ত প্ৰথম তিনিটা গণৰ (ইগুয়ানা, কাঙ্গাৰু আৰু ওপোচাম) মাজত পৰস্পৰ বিবাহ নিষিদ্ধ। কাৰণ তেওঁলোক একেটা উৎসৰ পৰাই সৃষ্ট। কিন্তু তেওঁলোকে 'খ' শ্ৰেণীভুক্ত দ্বিতীয় গণৰ (এমু, বাণ্ডিকট, ব্লেকস্নেক) যিকোনো এটাৰ লগতে বৈবাহিক সম্পৰ্ক স্থাপন কৰিব পাৰে। তেনেদৰে 'খ' শ্ৰেণীভুক্ত তিনিটা গণে 'ক' শ্ৰেণীভুক্ত তিনিটা গণৰ যিকোনো এটাৰ লগতে বৈবাহিক সম্পৰ্ক স্থাপন কৰিব পাৰে; কিন্তু দ্বিতীয় তিনি গণৰ মাজত পৰস্পৰ বিবাহ নিষিদ্ধ। কামিলাৰোইসকলৰ এই গণ ভিত্তিক বিবাহ গাৰোসকলৰ গোত্ৰভিত্তিক বিবাহৰ দৰে হুবহু একে।

কামিলাৰোইসকলৰ উত্তৰাধিকাৰী স্থিৰ কৰা হয় স্ত্ৰী ধাৰা অৰ্থাৎ মাকৰ ফালৰ পৰা। তেনেদৰে সন্তান মাকৰ গণৰ সদস্য হয়। আনহাতে, একে গণৰ ভিতৰত সম্পাদিত বিবাহক এওঁলোকে ৰীতিমত ঘৃণাৰ চকুৰে চায়। এইদৰে তুলনামূলক পদ্ধতিৰে বিচাৰ কৰি চলে দেখা যায় যে, গাৰো আৰু কামিলোৰোইসকলৰ মাজত মাতৃসূত্ৰীয় সমাজ ব্যৱস্থাৰ এক বিস্ময়কৰ সাদৃশ্য বিদ্যামান। অথচ দুয়োটা জনজাতিৰে দেশ দুখনৰ মাজত দূৰত্বৰ ব্যৱধান বহু যোজন মাইল। গাৰো সমাজত বিবাহ কেইবা প্ৰকাৰৰো। তলত প্ৰত্যেকবিধ বিয়াৰ বিষয়ে চমুকৈ আলোচনা কৰা হ'ল।

## নোখ্ৰম বিয়া ঃ

প্ৰত্যেক গাৰো পৰিয়ালে তেওঁলোকৰ যিকোনো এগৰাকী কন্যাক উত্তৰাধিকাৰী ৰূপে মনোনীত কৰে (যদিহে তেনে পৰিয়ালত একাধিক কন্যা সন্তান থাকে)। সাধাৰণতে পৰিয়ালৰ কণিষ্ঠা কন্যাকেই উত্তৰাধিকাৰী হিচাপে নিৰ্বাচন কৰা হয়। এই উত্তৰাধিকাৰিণীক 'নোখ্ৰম' বোলে আৰু উত্তৰাধিকাৰিণীৰ বিয়াক 'নোখ্ৰম বিয়া' বোলে। ছোৱালী নাথাকিলে গাৰো পৰিয়াল সম্পূৰ্ণ নহয়। কাৰণ উত্তৰাধিকাৰী (নোখ্ৰম) হ'বলৈ অন্ততঃ এজনী ছোৱালী অপৰিহাৰ্য। সেইবাবে ছোৱালী নথকা ঘৰত এজনী তোলনীয় জীয়েকক নোখ্ৰম মনোনীত কৰা হয়। এনেকৈ তোলনীয়া কৰি ল'বৰ বাবে ঘৰৰ গৃহিনীৰ ওচৰ সম্বন্ধীয় সগোত্ৰীয় এজনী ছোৱালীক কেঁচুৱা অৱস্থাতে আনি লালন-পালন কৰা হয়। এইক্ষেত্ৰত গৃহিনীৰ বায়েক বা ভনীয়েকৰ ছোৱালীকেই উপযুক্ত বিবেচিত কৰি অগ্ৰাধিকাৰ দিয়া দেখা যায়। অৱশ্যে উপযুক্ত সম্বন্ধীয় ছোৱালী নেপালে যিকোনো অনাথ ছোৱালী এজনী আনি হ'লেও নোখ্ৰম মনোনীত কৰা হয়।

'নোখ্ৰম' বিয়াৰ তাৎপৰ্য হ'ল বিয়াৰ পিছত দৰা কইনাৰ ঘৰলৈ আহে আৰু শহুৰেক-শাহুয়েকৰ পৰিয়ালৰ লগত স্থায়ীভাৱে বসবাস কৰি, সেই পৰিয়ালৰ অবিচ্ছেদ্য অংশ হৈ পৰে। এনে বিয়াক সমাজ বিজ্ঞানে Beena marriage আখ্যা দিছে।[২১] নোখ্ৰম বিয়াৰ ক্ষেত্ৰত গৃহস্থৰ নিজৰ ভাগিনীয়েকৰ জোঁৱাই হ'বলৈ অগ্ৰাধিকাৰ দিয়া হয়। ইয়কে "Cross Courin marriage relationship" বোলা হয়।[২২] নোখ্ৰমৰ দৰা সাধাৰণতে শৈশৱ অৱস্থাতে মনোনীত কৰা হয়। এনে প্ৰথাক'থাংগু' বোলে।[২৩] নিৰ্বাচনত ল'ৰাজন যেতিয়া জোঁৱাই ৰূপে আনিবৰ সময় হয়, তেতিয়া গাঁৱৰ ডেকা ল'ৰা কেইজনমানে আগতে খবৰ নিদিয়াকৈ ভাবি দৰাৰ গাঁৱলৈ যায় আৰু ল'ৰাজনক য'তে দেখে তাৰে পৰাই বলেৰে কইনাৰ ঘৰলৈ ধৰি লৈ আহে। ধৰি অনাৰ পিছত যথাবিহিতভাৱে 'দোচীয়া' প্ৰথাৰে বিয়া কৰাই দিয়া হয় আৰু ৰাতি একেটা ঘৰতে ছোৱালীজনীৰ লগত শুবলৈ দিয়া হয়। ল'ৰাজন যাতে পলাই যাব নোৱাৰে তাৰ বাবে সেই ঘৰটোৰ আশে-পাশে ডেকাইঁতে ৰাতি পহৰা দিয়ে। এনেকৈ পিছদিনাও ল'ৰাজনক পলাবৰ সুবিধা নিদিবৰ বাবে ডেকাইঁতে পহৰা দি থাকে। অৱশ্যে ইয়াৰ মাজতে সুবিধা

পালে ল'ৰাজন নিজৰ মাক-বাপেকৰ ঘৰলৈ পলাই যায়। এনেকৈ পলাই গ'লেও ডেকাইঁতে গৈ আকৌ ধৰি লৈ আহে। দ্বিতীয় বাৰ ধৰি নিয়াৰ পিছত অৱশ্যে 'দোচীয়া' পালন কৰাৰ আশ্যকতা নাথাকে। ধৰি অনাৰ পিছত এবাৰো পলাবলৈ চেষ্টা নকৰি বৈ যোৱা মানুহক সমাজে হেয়জ্ঞান কৰে। কাৰণ সকলোৱে তাচ্ছিল্য কৰি কয় যে, অইন ঠাইত জোঁৱাই হৈ থাকিবলৈ সুবিধা নেপাব বুলি ভয় কৰি এঘৰত থাকিবলৈ সুবিধা পাই থাকিবলৈ ব্যস্ত হৈ পৰিছে। অৱশ্যে ল'ৰাজন যদি উপৰ্যুপৰি তিনিবাৰ পলাই যায় আৰু শেষৰ বাৰ পলাওঁতে যদি নিজৰ কাপোৰ-কানি সম্পূৰ্ণভাৱে লৈ যায়, তেনেহ'লে ল'ৰাজন নোখ্ৰম হ'বলৈ অৰ্থাৎ বিয়া কৰাবলৈ সম্পূৰ্ণ অনিচ্ছুক বুলি ধৰি লোৱা হয় আৰু তেনে ক্ষেত্ৰত আন এজনক নোখ্ৰম মনোনীত কৰি সেই একে পদ্ধতিৰে ধৰি আনিবলগীয়া হয়।

নোখ্ৰমৰ দৰা-কইনা দৰাচলতে পৰিয়ালৰ মাক-দেউতাকৰ উত্তৰাধিকাৰী। এই ক্ষেত্ৰত নৱ-বিবাহিত দৰা শহুৰেকৰ উত্তৰাধিকাৰী আৰু কইনা মাকৰ উত্তৰাধিকাৰী। সেইবাবে শহুৰেকৰ মৃত্যুৰ পিছত জোঁৱায়েক পৰিয়ালৰ মুৰব্বী হৈ পৰে আৰু মাকৰ মৃত্যু হ'লে জীয়েক পৰিয়ালৰ মুৰব্বী হৈ পৰে। একে পদ্ধতিৰে সম্পত্তিও হস্তান্তৰিত হয়। আনহাতে, নোখ্ৰম দম্পত্তিৰ দায়িত্ব বৰ গধুৰ। শহুৰ-শাহু তথা মাক -দেউতাকৰ প্ৰতি একান্ত আনুগত্যকে এই দম্পত্তিৰ প্ৰধান গুণ হিচাপে বিবেচনা কৰা হয়। তাৰ উপৰিও মাহাৰীৰ ঐতিহ্য বজাই ৰখা, পৰিয়ালৰ মান-মৰ্যদা অক্ষুণ্ণ ৰখা, সম্পত্তিৰ ৰক্ষণাবেক্ষণ তথা উন্নয়ন, পৰিয়ালৰ ভৰণ-পোষণ, শহুৰ-শাহুৰ মৃত্যুৰ পিছত শ্ৰাদ্ধ-সংক্ৰান্ত কাৰ্য সম্পাদন কৰা আদি ভালেমান দায়িত্ব নোখ্ৰম দম্পত্তিৰ ওপৰত ন্যস্ত থাকে। সেইবাবে নোখ্ৰম অদূৰদৰ্শী, এলেহুৱা, ধোঁৱা-খুলীয়া হ'লে পৰিয়ালটো সৰ্বস্বান্ত হোৱাৰ ভয় পদে পদে। এইখিনিতেই 'নোখ্ৰম' শব্দটোৰ উৎপত্তি তথা নামকৰণৰ সাৰ্থকতা বিচাৰৰ প্ৰাসঙ্গিকতাও আহি পৰে। গাৰো ভাষাত 'নক' মানে ঘৰ আৰু 'খ্ৰং' মানে খুঁটি। অৰ্থাৎ ঘৰৰ খুঁটি মজবুত হ'লে ঘৰটো নিশ্চিতভাৱে থিয় হৈ থাকে। ভাগি পৰাৰ সম্ভাৱনা কম। সেইদৰে নোখ্ৰম ঠিক থাকিলে, পৰিয়ালটোৰ উন্নতি তথা বিকাশ সম্ভৱ হৈ পৰে। এই ফালৰ পৰা 'নোখ্ৰম'ৰ নামকৰণ সাৰ্থক হৈছে বুলি ক'ব পাৰি।

## আগাতে বিয়া ঃ

গাৰো সমাজৰ দ্বিতীয় বিধ বিয়াক 'আগাতে' বুলি কোৱা হয়। উত্তৰাধিকাৰিণীৰ (নোখ্ৰম) বাহিৰে পৰিয়ালৰ অন্যান্য কন্যা সন্তানক আগাতে বোলে আৰু তেওঁলোকৰ বিয়াক 'আগাতে বিয়া' বুলি কোৱা হয়। আগাতে কন্যাৰ স্বামীক 'চাওয়াৰী' বোলে। 'নোখ্ৰম' আৰু 'আগাতে বিয়াৰ মাজত থকা মৌলিক পাৰ্থক্যটো হ'ল আগাতে বিয়াত জোঁৱায়েক শাহু-শহুৰৰ পৰিয়ালত স্থায়ীভাৱে থকাটো বাধ্যতামূলক নহয়। দুই এবছৰ শহুৰ-শাহুৰ পৰিয়ালৰ লগত থকাৰ পিছত অইন ঠাইত নতুনকৈ ঘৰ পাতে। এইক্ষেত্ৰত

শহুৰেক-শাহুয়েকে যথাসাধ্য জীয়েক-জোঁৱায়েকক সহায় কৰে। অৱশ্যে জীয়েক-জোঁৱায়েকে একে গাঁৱতে ওচৰা-ওচৰিকৈ থকাটো কামনা কৰে। গাঁও এৰি বহু দূৰলৈ গ'লে শহুৰেক-শাহুয়েকৰ নামমাত্ৰ সন্মতিৰ প্ৰয়োজন হয়। কেতিয়াবা জোঁৱায়েকে তেওঁৰ নিজৰ পিতৃ-মাতৃৰ গাঁৱলৈ গৈ ঘৰ বান্ধে বা পিতৃ -মাতৃৰ লগতে থাকিবলৈ লয় আনহাতে, নোখ্ৰম বিয়াৰ ক্ষেত্ৰত Cross cousin marriage ৰ নিয়মাৱলী যিমান কঠোৰভাৱে মানি চলা হয়, আগাতে বিয়াৰ ক্ষেত্ৰত এই নিয়মৰ প্ৰয়োগ সিমান পানী-নসৰকা বিধৰ নহয়। সকলোতে এটি শিথিল মনোভাৱ আৰোপ কৰা দেখা যায়।

'নোখ্ৰম' আৰু 'আগাতে' বিয়াৰ মাজত এনে মৌলিক পাৰ্থক্য থাকিলেও কেতিয়াবা আকৌ নোখ্ৰম আগাতে লৈ অৱনমিত হ'ব পাৰে আৰু আগাতে নোখ্ৰমলৈ উন্নীত হ'ব পাৰে। উদাহৰণ স্বৰূপে কোনো ক্ষেত্ৰত যদি নোখ্ৰম জোঁৱায়েক আৰু শাহুয়েকৰ মাজত মনোমালিন্য ঘটে আৰু এনে অৱস্থাত যদি জীয়েকেও গিৰিয়েকক সমৰ্থন কৰে; তেনে ক্ষেত্ৰত জীয়েক-জোঁৱায়েকে ঘৰ এৰি বেলেগ হ'বলগীয়া হয়। অৰ্থাৎ তেওঁলোক নোখ্ৰমৰ অধিকাৰৰ পৰা বঞ্চিত হয়। এনে পৰিস্থিতিত শহুৰেক-শাহুয়েকে আন এজনী জীয়েকক 'নোখ্ৰম' হিচাপে মনোনীত কৰিবলগীয়া হয়। নাইবা ইতিপূৰ্বে বিয়া হৈ যোৱা আগাতে জীয়েক-জোঁৱায়েকক (তেওঁলোকৰ ল'ৰা-ছোৱালীৰ সৈতে) ঘৰলৈ আনি 'নোখ্ৰম' হ'বলৈ দিয়া হয়।

## খ্ৰীষ্টিয়ান বিবাহ ঃ

'নোখ্ৰম' আৰু 'আগাতে' - এই বিবাহ পদ্ধতি দুটা পৰম্পৰাগত নিয়ম মানি চলা গাৰো সমাজতহে প্ৰচলিত। খ্ৰীষ্ট্ৰিয়ান ধৰ্ম গ্ৰহণ কৰা গাৰো সমাজত এই নিয়ম মানি চলা নহয়। সেইবাবে নোখ্ৰম আৰু আগাতেৰ উপৰিও আন একপ্ৰকাৰ বিয়া গাৰো সমাজত প্ৰচলিত আছে। এইবিধ বিয়াত ছোৱালীয়ে নিজে দৰা নিৰ্বাচন কৰি লয়। ছোৱালীয়ে দৰা পছন্দ কৰি লোৱাৰ পিছত এখন চিঠিৰে ল'ৰাক প্ৰেম নিবেদন কৰে আৰু বিয়া কৰাবলৈ তেওঁক অনুৰোধ জনায়। যদি ছোৱালী অশিক্ষিত হয়, তেনেহ'লে লিখিব জনা মানুহৰ হতুৱাই এই চিঠি লিখাই ল'ৰাক দিয়ে। ল'ৰাই চিঠি পোৱাৰ পিছত সাধাৰণতে নেতিবাচক উত্তৰ দিয়ে। নেতিবাচক হ'লেও চিঠিৰ উত্তৰ দিয়াটোৱেই সন্মতিৰ লক্ষণ বুলি ধৰি লোৱা হয়। কোনো ল'ৰাৰ যদি এই বিয়াত সমূলি ইচ্ছা নেথাকে, তেনেহ'লে কেৱাখনো চিঠি পোৱাৰ পিছতো কোনো প্ৰত্যুত্তৰ নিদিয়ে। কিন্তু নেতিবাচক হ'লেও উত্তৰ পোৱা মাত্ৰেই ল'ৰাৰ সন্মতি থকা বুলি ধৰি লোৱা হয়। ইয়াৰ পিছৰ পৰ্যায়ত ছোৱালীৰ অভিভাৱকে ল'ৰাৰ অভিভাৱকৰ ওচৰত বিয়াৰ প্ৰস্তাৱ উত্থাপন কৰে। উভয় পক্ষৰ সন্মতিৰ পিছত দিন, বাৰ ঠিক কৰি ছোৱালীৰ ঘৰত বিবাহ উৎসৱ অনুষ্ঠিত কৰা হয়। বিয়া উপলক্ষে ছোৱালীৰ মাক-বাপেকে সমজুৱা, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আদিক নিমন্ত্ৰণ জনায় আৰু সকলোকে আপ্যায়নৰ ব্যৱস্থা কৰে।

বিয়াৰ দিনা খ্ৰীষ্টধৰ্মৰ পুৰোহিতক মাতি অনা হয় আৰু দৰা-কইনা সমজুৱাৰ মাজত বহুৱাই যথা নিয়মে বিবাহ-কাৰ্য সম্পন্ন কৰা হয়।

## শাহুৰ-জোঁৱাই বিয়া ঃ

গাৰো সমাজ ব্যৱস্থাত আটাইতকৈ গুৰুত্বপূৰ্ণ সম্বন্ধটো হৈছে শহুৰ-শাহু আৰু জোঁৱায়েকৰ মাজৰ সম্বন্ধটো। শহুৰেকৰ মৃত্যু হ'লে জোঁৱায়েকে শাহুয়েকক বিয়া কৰাব লাগে। শাহুয়েক পৰিয়ালৰ গৰাকিনী, তেওঁৰ স্বামী পৰিয়ালৰ গৰাকী। শহুৰেকৰ মৃত্যু হ'লে জোঁৱায়েক সেই পদৰ অধিষ্ঠিত হয়। সেই পদত অধিষ্ঠিত হ'বলৈ জোঁৱায়েকে শাহুয়েকক বিয়া কৰিবলগীয়া হয়। শাহুয়েকক বিয়া নকৰালে জোঁৱায়েক পৰিয়ালৰ মুৰব্বী বা গৰাকী হ'ব নোৱাৰে। শাহুয়েকক বিয়া কৰোৱাৰ লগে লগে তেওঁ প্ৰথম বা প্ৰধান পত্নীৰ মৰ্যাদা লাভ কৰে। গাৰো সমাজত এনে সম্বন্ধ অতি স্বাভাৱিক। সাংসাৰিক ক্ষেত্ৰত ই কোনো কন্দলৰ সৃষ্টি নকৰে। উভয়ে আপোন মনোভাৱেৰে সামাজিক নিয়ম হিচাপে ইয়াক গ্ৰহণ কৰে। অনেক ক্ষেত্ৰত মাক-জীয়েক উভয়ে একে সময়তে সন্তান সম্ভৱা হয়। এনে অৱস্থাতো কোনো জটিল পৰিস্থিতিৰ সৃষ্টি নহয়।[২৪]

## অন'চোঙা বিবাহ ঃ

কোনো জোঁৱায়েকে যদি শহুৰেকৰ মৃত্যুৰ পিছত শাহুয়েকক বিয়া কৰাবলৈ অমান্তি হয়, তেনেহ'লে তেওঁক পৰিয়ালৰ গৰাকী হিচাপে গণ্য কৰা নহয়। তদুপৰি তেওঁ নোখ্ৰমৰ মৰ্যাদা হেৰুৱায় আৰু সম্পত্তিৰ উত্তৰাধিকাৰী লাভৰ পৰাও বঞ্চিত হয়। তেনে পৰিস্থিতিত শাহুয়েকে তেওঁৰ মৃত স্বামীৰ মাহাৰীৰ অন্য এজন পুৰুষক স্বামী হিচাপে গ্ৰহণ কৰিবলৈ বাধ্য হয়। এনে বিয়াক গাৰোসকলে 'অন'চোঙা' বোলে।[২৫] আনহাতে, সমাজ বিজ্ঞানে এনে বিয়াক Levirate marriage বুলি ব্যাখ্যা কৰিছে।[২৬]

## চাপ্পা বিবাহ ঃ

এইবিধ বিয়াত কন্যাৰ শৈশৱ অৱস্থাতে বিয়া হয়। অৱশ্যে এইবিধ বিয়া পৰিস্থিতিৰ ওপৰত নিৰ্ভৰ কৰে। সাধাৰণতে, জোঁৱাই নিৰ্বাচিত হোৱাৰ পিছত, কিন্তু বিবাহৰ পূৰ্বে যদি শহুৰেকৰ মৃত্যু হয়; তেনেহ'লে গাৰো প্ৰথা অনুযায়ী জোঁৱায়েকে মাক-জীয়েক উভয়কে একেলগে বিয়া কৰাবলগীয়া হয়। ইয়াৰ উপৰিও শহুৰেক যদি শিশু কন্যা থকা অৱস্থাত মৃত্যু মুখত পৰে, তেনেহ'লে শাহুয়েকৰ উপৰিও এই শিশু কন্যাটিকো অতিৰিক্ত স্ত্ৰী হিচাপে গ্ৰহণ কৰিবলগীয়া হয়। এনে বিয়াক গাৰো ভাষাত 'চাপ্পা' বোলে। অৱশ্যে শিশু কন্যাগৰাকী বয়সপ্ৰাপ্ত নোহোৱা পৰ্যন্ত যৌন সম্পৰ্ক স্থাপন কৰা নিষেধ।

### চেকা বিবাহ ঃ

গাৰো সামাজত একে গোত্ৰৰ মাজত বিবাহ নিষিদ্ধ। কিন্তু কেতিয়াবা একে গোত্ৰৰ ডেকা-গাভৰুৰ মাজত প্ৰণয়ৰ সূত্ৰপাত হয়। এনে পৰিস্থিতিত ডেকা-গাভৰু উভয় পৰিয়ালৰ সম্মতি নাথাকে। ফলত দুয়োজন পলাই গৈ সংসাৰ পতাৰ বাহিৰে অন্য উপায় নেথাকে। এনেদৰে ঘৰৰ পৰা পলাই গৈ সংসাৰ পতা দাম্পত্য জীৱনক 'চেকা' বোলে।[২৭] অৱশ্যে ই একপ্ৰকাৰ অবৈধ বা অসামাজিক বিয়া। এইখিনিতে মনকৰিবলগীয়া কথা যে, এনে দম্পত্তিৰ ঔৰসত জন্ম গ্ৰহণ কৰা সন্তানে কিন্তু সামাজিক স্বীকৃতি নেহেৰুৱায় বা অবৈধ সন্তান বুলি সমাজে হেয় জ্ঞান নকৰে।

### চা'চেঙা বিবাহ ঃ

গাৰো জনজাতিৰ কিছুমান উপজাতিৰ মাজত এইবিধ বিয়াৰ প্ৰচলন আছে। এইবিধ বিয়াত ছোৱালীজনীয়ে ডেকাজনৰ ঘৰলৈ গুচি যায় আৰু ডেকাজনৰ অভিভাৱকৰ পৰিয়ালত খেতি-বাতি আদি ঘৰুৱা কাম-বনত সহায় কৰি থাকিবলৈ লয়। এনেদৰে ছোৱালীজনীয়ে ঘৰুৱা কাম-বনেৰে পৰিয়ালৰ মানুহৰ মন জিনিবলৈ চেষ্টা কৰে আৰু এদিন বিয়াৰ বাবে সম্মতি পাব বুলি অপেক্ষা কৰে। যদি ছোৱালীজনীয়ে কাম-বন, আচাৰ-ব্যৱহাৰ আদিত পৰিয়ালৰ মানুহখিনি সন্তুষ্ট হয়, তেনেহ'লে বিয়াৰ বাবে সম্মতি প্ৰকাশ কৰে। ইয়াকে 'চা'চেঙা' বা 'অপেক্ষাৰত বিবাহ' বুলি কোৱা হয়।[২৮]

### চা'দিলা বিবাহ ঃ

এইবিধ বিয়া গাৰোসকলৰ মাৎচী উপ-জনজাতিটোৰ মাজত প্ৰচলিত। এই বিয়াত ছোৱালীজনীয়ে তাইৰ পছন্দৰ ডেকাজনলৈ বুলি ৰান্ধি-বাঢ়ি আহাৰ পঠিয়াই দিয়ে। আহাৰখিনি ভনীয়েক বা ওচৰ সম্বন্ধীয় ছোৱালী এজনীৰ হাতত দি তাই পিছে পিছে যায়। দৰাচলতে, এই আহাৰখিনি এক প্ৰকাৰ বিয়াৰ প্ৰস্তাৱ স্বৰূপ। আহাৰ লৈ যোৱা ছোৱালীজনীৰ পৰা কোনে আহাৰ পঠিয়াইছে জানি লোৱাৰ পিছত যদি ডেকাজনে আহাৰখিনি গ্ৰহণ কৰি খাবলৈ ধৰে, তেতিয়া লাহেকৈ ছোৱালীজনীয়েও আহি ডেকাজনৰ লগত একেলগে খাবলৈ আৰম্ভ কৰে। এনেদৰে একেলগে আহাৰ খোৱাৰ সংবাদ তৎক্ষণাত ছোৱালীৰ পৰিয়ালত দিয়া হয় আৰু দুয়োপক্ষৰ আলোচনা মৰ্মে বিবাহ অনুষ্ঠিত হয়। এইবিধ বিয়াকে গাৰোসকলে 'চা' দিয়া' বা আহাৰ খুৱওৱা বিয়া বোলে।[২৯]

### টু'নাপা বিবাহ ঃ

এইবিধ বিয়াক গাৰোসকলৰ গন্ধৰ্ব বিবাহ বুলি ক'ব পাৰি। এইবিধ বিয়াৰ প্ৰথা অনুসৰি বিবাহ-ইচ্ছুক গাভৰুগৰাকীয়ে যেতিয়া পৰিয়ালৰ আটাইবোৰ মানুহ শুই পৰে,

তেতিয়া তাই গোপনে গৈ পছন্দৰ ডেকাজনৰ লগত শুই থাকে। যদি ডেকাজনেও গাভৰুজনীৰ লগত শুবলৈ মান্তি হয়, তেতিয়া বিয়াৰ বাবে সন্মতি থকা বুলি ধৰি লোৱা হয়। কেতিয়াবা আকৌ বিবাহ ইচ্ছুক ডেকাজনেও মনে মনে গৈ তাৰ পছন্দৰ গাভৰুজনীৰ লগত শুই থকে। গাভৰুজনীয়ে এনেদৰে শুবলৈ সন্মত হ'লে বিয়াৰ বাবে আগ্ৰহী বুলি গণ্য কৰা হয়। অৱশ্যে কোনো এজনে যদি শুবলৈ অমান্তি হয়; তেনেহ'লে বিয়াৰ বাবে অসন্মত বুলি ধৰি লোৱা হয় আৰু এনে পৰিস্থিতিত অসন্মত হোৱাজনৰ মাছুঙে দণ্ড ভৰিবলগীয়া হয়।[৩০]

## বহু পত্নী বিবাহ ঃ

গাৰো সমাজত পুৰুষে বৈধভাৱে এক বা একাধিক পত্নী গ্ৰহণ কৰিব পাৰে। আগৰ দিনত অৱস্থাপন্ন পুৰুষে তিনি-চাৰি গৰাকীকৈ উপ-পত্নী ৰাখিছিল। কিন্তু বহুপত্নী গ্ৰহণৰ বেলিকা গাৰো সমাজৰ ৰীতি-নীতি বৰ কঠোৰ। প্ৰথম কথা, উপপত্নী গ্ৰহণৰ বেলিকা প্ৰথম গৰাকী পত্নীৰ সন্মতিৰ প্ৰয়োজন। দ্বিতীয়তে, উপ-পত্নী সদায় প্ৰথম পত্নীৰ ওচৰ সম্বন্ধীয় সগোত্ৰীয় নাৰীকহে মনোনীত কৰা হয়। প্ৰথম পত্নীৰ গোত্ৰৰ বাহিৰৰ অৰ্থাৎ অন্য গোত্ৰৰ উপ-পত্নী গ্ৰহণ কৰিব নোৱাৰে। আনহাতে, 'চাপ্পা' প্ৰথাৰেও গাৰো সমাজত বহুপত্নী গ্ৰহণৰ দুৱাৰ মুকলি হৈ থাকে। বহু পত্নী গ্ৰহণ কৰিলেও এওঁলোকৰ সমাজত সকলো পৰিস্থিতিতে প্ৰথম গৰাকী পত্নীৰ স্বাৰ্থ সুৰক্ষিত হৈ থাকে আৰু তেওঁকহে প্ৰকৃত পত্নী ৰূপে সমাজে অগ্ৰাধিকাৰ বা স্বীকৃতি দিয়ে। প্ৰথম পত্নীক গাৰো ভাষাত 'জিক-মোংমা' বোলে। আনহাতে, উপ-পত্নী বা দ্বিতীয় বা তাৰ পিছৰ পত্নীসকলক 'জিক্‌গিতে' বোলে।

## বিবাহ বিচ্ছেদ ঃ

গাৰো সমাজত বিবাহ-বিচ্ছেদৰ সংখ্যা তাকৰীয়া হ'লেও এই প্ৰথাৰো প্ৰচলন আছে। পৰিস্থিতিৰ দাবী অনুযায়ী সাংসাৰিক জীৱনত বিবাহ-বিচ্ছেদৰ দৰে চূড়ান্ত সিদ্ধান্তও ল'বলগীয়া হয়। সাধাৰণতে তিনিটা কাৰণত বিবাহ-বিচ্ছেদ সংঘটিত হোৱা দেখা যায়। প্ৰথম, কোনো পুৰুষে যদি প্ৰথম গৰাকী পত্নীৰ সন্মতি অবিহনে দ্বিতীয় বিবাহ কৰায়। দ্বিতীয়, প্ৰথম পত্নীৰ গোত্ৰৰ নহৈ অন্য গোত্ৰ বা মাহাৰীৰ পৰা উপ-পত্নী গ্ৰহণ কৰে। তৃতীয়, যৌন জীৱনত স্বামী বা স্ত্ৰী যদি অবিশ্বস্ত বুলি প্ৰমাণিত হয়। এনে পৰিস্থিতিত বিবাহ-বিচ্ছেদৰ প্ৰশ্ন উত্থাপন হয়। অৱশ্যে এইক্ষেত্ৰতো স্বামী বা স্ত্ৰীয়ে নিজাববীয়াকৈ বা এক পক্ষীয়ভাৱে সিদ্ধান্ত ল'ব নোৱাৰে। দুয়োপক্ষৰ মাহাৰীৰ সদস্যসকলে প্ৰথমে আলোচনাত মিলিত হয় আৰু এই বৈঠকতে চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰা হয়।[৩১]

পুৰণি কালত আকৌ বিবাহ-বিচ্ছেদৰ সময়ত এটা অনুষ্ঠান পালন কৰিবলগীয়া হৈছিল। এই অনুষ্ঠানক 'বোলচেকী দে'না' বুলি কোৱা হয় 'বোলচেকী' হ'ল এডাল

গছ আৰু 'দে'না' মানে খণ্ডিত কৰা বা কাটি পেলোৱা। এই অনুষ্ঠানত উপস্থিত ৰাইজৰ আগত বিচ্ছেদ হোৱা দুয়ো স্বামী-স্ত্রী উপস্থিত হৈ ভগৱানক সাক্ষী কৰি এৰা-এৰি হোৱা বুলি ঘোষণা কৰিব লাগে। বিচ্ছেদৰ চিন স্বৰূপে গাৰোসকলৰ পূজাৰী কামালে এখন তৰোৱালেৰে বোলচেকী গছ এজোপাত ঘাপ মাৰি গছডাল দ্বিখণ্ডিত কৰিব লাগে। এয়ে বিবাহ-বিচ্ছেদৰ বোলচেকী' দে'না উৎসৱ।

## প্রসঙ্গসমূহ


১. মজুমদাৰ, ধীৰেন্দ্ৰনাৰায়ণ-গাৰো সংস্কৃতিৰ ৰূপৰেখা, পৃঃ ৭
২. জেংচাম, সুভাষ ঃ গাৰো সাংস্কৃতিক জীৱনধাৰা, পৃ ঃ ১১
৩. Nakane, Chie : Garo and Khasi, P-21.
৪. Basic Facts of Meghalaya, P-3
৫. District Statistical Abstrat, Garo Hills, 1984.
৬. Chatterji, S.K. : Kirata Jana Krti, P-6
৭. Chatterji, S.K. : Kirata-Jana-Krti, P-20-21
৮ . যোগিনীতন্ত্ৰ - ২ - ৯- ১৩
৯. কাকতি, বাণীকান্ত-পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা, পৃঃ ৫২
১০. কলিকা পুৰাণ
১১. নাৰ্জী, ভৱেন- বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি, পৃঃ ৯
১২. উক্ত গ্ৰন্থ, পৃঃ ২০
১৩. চট্টোপাধ্যায়, সুনীতি কুমাৰ ঃ 'অসম আৰু ভাৰত' প্ৰবন্ধ, হৰি প্ৰসাদ নেওগ আৰু লীলা গগৈ সম্পাদিত 'অসমীয়া সংস্কৃতি' গ্ৰন্থ, পৃঃ ২৬২
১৪. Grierson, G.A. : Linguistic Survey of India, Vol-I, P-40.
১৫. Simon, I.M. : Meghalaya, State of our union, P-8.
১৬. ৰাংচা, প্ৰণৱ সালসেং ঃ 'গাৰো জাতিৰ সংক্ষিপ্ত ইতিহাস' প্ৰবন্ধ, মাহববুল হাচান সম্পাদিত 'জানিৰা' (বাংলাদেশ) পত্ৰিকা, পৃঃ ১৬
১৭. জেংচাম, সুভাষ ঃ গাৰোদেৰ সাংস্কৃতিক জীৱনধাৰা, পৃঃ ১০
১৮. Pradhan, S.N. : Chronology of Ancient India, P.
১৯. শৰ্মা, শশী ঃ অসমৰ লোক সাহিত্য, পৃঃ ৬
২০. Playfair, A. : The Garos, P-10.
২১. Herskovits, J, Melville : Cultural Anthropology, P-4

২২. দাস, ভুবনমোহন : 'অসমৰ মানুহ আৰু সংস্কৃতি' প্ৰবন্ধ; ভুবনমোহন দাস সম্পাদিত 'অসমৰ মানুহ' গ্ৰন্থ, পৃঃ ৯
২৩. মজুমদাৰ, ধীৰেন্দ্ৰ নাৰায়ণ : গাৰো সংস্কৃতিৰ ৰূপৰেখা, পৃঃ ৯
২৪. Playfair, A : The Garos, P-2
২৫. Sangma, Milton-History and Culture of the Garos, P-201
২৬. Bhushan, B-Dictionary of Sociology, P-162
২৭. Marak, F.K.-Marriage System of the Garos (Seminer Paper)
২৮. Playfair, A-The Garos, P-67
২৯. Playfair, A.-The Garos,, P-67
৩০. Jobrang, Marak, The Garo law, P-50-51
৩১. Marak, K.R.-The Garos and their Customary Laws, P-29

❖❖❖❖

*ডঃ বিমল মজুমদাৰ গুৱাহাটী বিশ্ববিদ্যালয় অসমীয়া বিভাগৰ অধ্যাপক।*

# অসম চাহ জনগোষ্ঠীৰ সমাজ আৰু তেওঁলোকৰ সংস্কৃতি

— ডঃ অজন্তা চুতীয়া

ইংৰাজসকলে অসমত চাহখেতি আৱিস্কাৰ কৰাৰ আগতেই অসমৰ চিংফৌ আৰু অন্যান্য জনগোষ্ঠীৰ মাজত চাহৰ ব্যৱহাৰ আছিল যদিও সেইসময়ত চাহ খেতিয়ে বিশেষ জনপ্ৰিয়তা লাভ কৰা নাছিল। ১৮১৯ চনত ডেভিড স্কট ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ প্ৰতিনিধি হিচাপে কোচবিহাৰত কাম কৰিবলৈ আহোঁতে ইয়াৰ জলবায়ু চাহখেতিৰ বাবে উপযুক্ত বুলি বিবেচনা কৰাৰ পাছৰে পৰা অসমত চাহখেতি কৰিবৰ বাবে পৰীক্ষা-নিৰীক্ষা আৰম্ভ হৈছিল। ১৮৩৪ চনৰ ফেব্ৰুৱাৰী মাহৰ ১ তাৰিখে ইষ্ট ইণ্ডিয়া কোম্পানীৰ ৭ জন বিষয়াৰে এখন সমিতি গঠন কৰা হৈছিল আৰু এই সমিতিৰ সম্পাদক গৰ্ডন চাহাব চাহগছৰ সঁচ আৰু অভিজ্ঞ কৰ্মী আনিবলৈ চীনদেশলৈ গৈছিল। গৰ্ডন চাহাবে অনা চীনা চাহগুটিৰ পুলি ১৮৩৫ চনত প্ৰথমে উজনি অসমৰ চাবুৱাত ৰোৱা হৈছিল আৰু তেতিয়াৰপৰা অসমৰ প্ৰথম চাহবাগিচা চাবুৱা বুলি জনা যায়। কলিকতাৰ পৰাও এটি বিশেষজ্ঞৰ দল আহি প্ৰথমে মাটিৰ গুণাগুণ পৰীক্ষা কৰাৰ উপৰিও চলুৱা চাহগছৰ সঁচ সংগ্ৰহ কৰি চাহ-খেতি আৰম্ভ কৰিছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে পৰীক্ষামূলক ভাৱে চাহখেতি আৰম্ভ কৰি ১৮৩৭ চনত ৪৬ বাকচ চাহ ইংলেণ্ডলৈ পৰীক্ষাৰ বাবে পঠাইছিল। এই পৰীক্ষাৰ পাছত অসমৰ চাহখেতিয়ে আৰু এখোজ আগুৱাই যাবলৈ সক্ষম হৈছিল। ইংলেণ্ডত প্ৰতিষ্ঠিত হোৱা 'আসাম কোম্পানীয়ে'যে ১৮৪০ চনৰ পৰা অসমত চাহখেতি কৰিবলৈ আৰম্ভ কৰিছিল। এনেদৰে অসমত চাহখেতিয়ে প্ৰসাৰ লাভ কৰিবলৈ সক্ষম হৈছিল।

অসমৰ ভালেখিনি মাটিতেই চাহখেতি কৰা হয় আৰু এই বাগিচাবোৰত লাখ-লাখ বনুৱাই কাম কৰি আছে। থলুৱালোকে এই বাগিচাবোৰত কাম কৰাৰ কাৰণে বিশেষ আগ্ৰহ দেখুওৱা নাছিল। অৱশ্যে প্ৰথম অৱস্থাত বাগিচাৰ সাধাৰণ কাম কাজৰ কাৰণে চাহখেতিয়কসকলে নগা, চিংফৌ আৰু অসমীয়া বনুৱাৰ ওপৰত নিৰ্ভৰ কৰিবলগা হৈছিল। কিন্তু চাহখেতিয়কৰ কাৰণে যিমান বনুৱাৰ দৰকাৰ সিমান বনুৱা থলুৱা সমাজৰ পৰা পোৱা নাছিল। তদুপৰি থলুৱা বনুৱাসকলে দৰমহা বৃদ্ধি, অন্যান্য সা-সুবিধা আৰু মালিকৰ অন্যায়-অবিচাৰৰ বিৰুদ্ধে একত্ৰিত হৈ ধৰ্মঘট কৰিছিল।

এনেবোৰ কাৰণতেই চাহবাগিচাৰ কৰ্তৃপক্ষই অসমৰ বাহিৰৰ ঘন জনবসতিপূৰ্ণ অঞ্চলৰ পৰা বনুৱা অনাৰ পৰিকল্পনা কৰিছিল আৰু এই পৰিকল্পনা অনুসৰিয়েই চাহ কমিটিয়ে দক্ষিণ-পশ্চিম অঞ্চলৰ পৰা বনুৱা আনিবলৈ চৰকাৰক আবেদন কৰিছিল। বনুৱা সংগ্ৰহৰ বাবে 'অসম কোম্পানী'য়ে ১৮৫২ চনত ৰংপুৰ জিলাত এটা এজেন্সিৰ অফিছ খুলিছিল। অন্যান্য কোম্পানীসমূহো তেওঁলোকৰ লগ হৈছিল। ১৮৫৯ চনৰ পৰা অসমলৈ বনুৱা আমদানি কৰা হৈছিল। ঠিকাদাৰী আৰু চৰ্দাৰী এই দুই প্ৰকাৰে অসমলৈ শ্ৰমিকসকলক আমদানি কৰা হৈছিল। অতি কম দিনৰ ভিতৰতে বুজন সংখ্যক শ্ৰমিক ভাৰতৰ বিভিন্ন প্ৰান্তৰ .পৰা অসমলৈ অনা হৈছিল। ১৮৮২ চনৰ আইনমতে যি জিলাৰ পৰা শ্ৰমিক সংগ্ৰহ কৰা হৈছিল সেই জিলাৰ মেজিষ্টেটৰ আগত চুক্তিপত্ৰ কৰা হৈছিল আৰু সেই চুক্তি পত্ৰত মেজিষ্টেটজনে চহী কৰিছিল। এনেদৰে কৰা চুক্তিক গিৰমিটিয়া চুক্তি বুলিছিল আৰু এই চুক্তিৰ অধীনত চালান দিয়াটোক সাধাৰণ কথাত গিৰমিটিয়া চালান আৰু শ্ৰমিকসকলক গিৰমিটিয়া শ্ৰমিক নামেৰে নামকৰণ কৰিছিল। পোনতে গিৰমিটিয়া চুক্তিৰ ম্যাদ-পাঁচ বছৰ আছিল যদিও ১৮৮৫ চনত ইয়াৰ ম্যাদ-তিনিবছৰ কৰা হৈছিল। চুক্তিৰ ম্যাদ পাৰ হৈ যোৱাৰ পাছত যিমান শ্ৰমিক দেশলৈ ঘূৰি গৈছিল তাৰ আধাৰো বেছি অসমতে থাকি গৈছিল। ১৯৫০ চনৰ ভিতৰত ২৯,৮৯৮ জন শ্ৰমিক অসমত থাকি যোৱাৰ কথা জনা যায়। বাগিচাত পুনৰ সংস্থাপন নোপোৱা বা দেশলৈ ঘূৰি যাব নোৱাৰা শ্ৰমিকসকলে অসমৰ পতিত মাটি দখল কৰি বস্তি পাতি খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিছিল আৰু তেওঁলোকক প্ৰাক্তন চাহশ্ৰমিক জনগোষ্ঠী হিচাপে পৰিচয় দিয়া হৈছিল। ১৯৫৩ চনত চাহ শ্ৰমিকৰ মাজত নিবনুৱা সমস্যা বৃদ্ধি পোৱাত বনুৱা আমদানি বন্ধ কৰিব লাগে বুলি কথা ওলায় বাবে ১৯৫৭ চনত বনুৱা আমদানি কৰা 'ডিপো' বোৰ বন্ধ কৰি দিয়া হৈছিল।

পৃথিৱীৰ বৃহত্তম আৰু সৰ্বোত্তম পৰিমাণৰ চাহ উৎপাদকাৰী দেশ হিচাপে অসমৰ যি গৌৰৱ সেই গৌৰৱৰ লগত প্ৰকৃততে ৮৪৮ খন চাহবাগিচাৰ ৫ লাখ জন (অনুমানিক) শ্ৰমিকৰ শ্ৰম আৰু শক্তি জড়িত হৈ আছে। এই শ্ৰমিকসকল ভাৰতৰ অন্যান্য প্ৰদেশৰ পৰা আহিলেও তেওঁলোকে শেষত অসমকে নিজৰ ঘৰ বুলি আপোন কৰি ল'লে। নিজৰ জন্মস্থানৰ লগত সকলো ধৰণৰ সম্পৰ্ক ছেদ কৰি অসম আৰু অসমীয়া জাতিৰ লগত সম্পৰ্ক গঢ়ি তুলিলে। চাহ শ্ৰমিকক চাহ বনুৱা বা চাহমজদুৰ বুলি ক'লেও বৰ্তমান তেওঁলোক "চাহবাগিচাৰ অসমীয়া" বুলিহে জনপ্ৰিয়।

অসমৰ চাহ জনগোষ্ঠীৰ লোকসকল ত্ৰিভাষিক। এওঁলোকে চাহজনগোষ্ঠীৰ অন্য জাতিগোষ্ঠীৰ সৈতে বাগানীয়া ভাষাত কথা বতৰা কয় আৰু ঘৰুৱা পৰিবেশত গোষ্ঠীগত মাতৃভাষাত কথা পাতে। অন্য ভাষা-ভাষীলোকৰ সৈতে যোগাযোগৰ ভাষা অৰ্থাৎ Lingua Franca হিচাপে এওঁলোকে অসমীয়া ভাষা ব্যৱহাৰ কৰে। ভাৰতৰ বিভিন্ন

ঠাইৰ বিভিন্ন ভাষা উপভাষা কোৱা লোকসকলক অসমৰ চাহ বাগিচালৈ আনোতে ভাষাগত সাদৃশ্য বা গোষ্ঠী অনুসৰি একেখন বাগিচাতে ৰখা হোৱা নাছিল। একেখন বাগিচাত বিভিন্ন ভাষা-ভাষী লোকক একেলগে একে পৰিবেশত ৰখা হৈছিল। ফলত তেওঁলোকৰ মাজত ভাৱ বিনিময় কৰিবৰ বাবে এটা কৃত্রিম ভাষাৰ জন্ম হয়। অসমৰ চাহবাগিচাৰ এই কৃত্রিম ভাষাটোত হিন্দী, বঙলা, উৰিয়া আদি ভাষাৰ উপৰিও অসমীয়া ভাষা উপভাষাৰো পৰ্যাপ্ত শব্দ, ব্যকৰণগত উপাদান সোমাই পৰে আৰু ভাষাটোৰ গাঁথনিক দিশত অসমীয়া ভাষাই বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। ফলত চাহবাগিচাৰ বনুৱাৰ মুখৰ ভাষাটোৱে অসমীয়া ভাষাৰে কথ্য ৰূপ বা উপভাষিক ৰূপৰ নিদর্শন দাঙি ধৰে। এই ভাষাটোক কিছুমান গৱেষকে 'বাগানীয়া ভাষা' আৰু কিছুমানে 'মজদুৰী ভাষা' বুলি কৈছে। আমি এই ভাষাটোক 'চাহবাগিচাৰ কথিত অসমীয়া' বুলিহে কৈছোঁ। কিয়নো এই কথ্য ভাষাটোৰ' ধ্বনিগত, ৰূপগত আৰু বাক্যগত দিশবোৰ বিচাৰ কৰিলে ইয়াৰ গাঁথনিক ৰূপৰ লগত অসমীয়া ভাষাৰ সম্পৰ্কহে অধিক দেখা যায়।

অসমত অসমীয়া জাতি বুলি কোনো নিৰ্দিষ্ট জনগোষ্ঠী বা নৃগোষ্ঠীৰ মানুহ নাই। অসমীয়া জাতি হ'ল সুদীৰ্ঘ দিনৰ বিভিন্ন জাতি-উপজাতি জনগোষ্ঠীৰ' সংমিশ্রণত গঢ় লোৱা এক গৌৰৱময় সামূহিক জনগাঁথনি। এই বৃহৎ জনগাঁথনিত অসমৰ চাহ জনগোষ্ঠীৰ' লোকসকলো অন্তর্ভুক্ত হৈ আছে। চাহশিল্পক বাদ দি যিদৰে অসমৰ' অর্থনীতি সম্পূর্ণ নহয়, ঠিক সেইদৰে চাহ জনগোষ্ঠীক বাদ দি অসমীয়া জনগোষ্ঠী সম্পূর্ণ নহয়। অসমৰ চাহজনগোষ্ঠী সমাজখনত প্ৰায় ১০০ ৰো অধিক জাতি-উপজাতি থকাৰ প্ৰমান পোৱা যায়। সেইবোৰ হ'ল- মুণ্ডা, চাওঁতাল, ওৰাং, চাওঁৰা, ভুইয়া, পাহাৰীয়া, পৰজা, গৌড়, কন্ধ, বাইগা, থাড়িয়া, অসুঁৰ, কোল, ডীল, সবৰ, গৰাইত, ভূমিজ, ঘাটোৱাৰ, গঞ্জু, বৰাইক, বাউৰী, খদাল, গোৱালা, মাহলি, মহান্তি, ভূমিজ, কুৰ্মী, পাণিকা, প্ৰধান আদি।

চাহ বাগিচাৰ সমাজখন হ'ল উদ্যোগ ভিত্তিত গঢ়ি উঠা ভাৰতীয় সংস্কৃতিৰ সংমিশ্রিত সমাজ। সমাজ সদায় পৰিৱৰ্তনশীল। এই পৰিৱৰ্তনৰ মূলতে হ'ল পাৰিপাৰ্শ্বিকতা আৰু আৰ্থ-ৰাজনৈতিক সচেতনতা। বিষ্ণু প্ৰসাদ ৰাভাৰ মতে-"জীৱন যাত্ৰাৰ লগত কৃষ্টি-সংস্কৃতি ওতঃপ্রোতভাৱে জড়িত। যি জাতিৰ কৃষ্টি-সংস্কৃতি প্ৰগতিশীল নহয় স্থিতিশীল, সেই জাতিৰ যাত্ৰাও ধীৰ-স্থিৰ হয়।" বিভিন্ন জাতি-উপজাতিৰ সংমিশ্রণত চাহ জনগোষ্ঠী গঠিত হ'লেও এই জাতি-উপজাতি বিলাকে নিজৰ-নিজৰ স্বকীয় সংস্কৃতিক মামৰে ধৰিবলৈ দিয়া নাই যদিও তেওঁলোকৰ উমৈহতীয়া সংমিশ্রিত সংস্কৃতিত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ পৰিছে। যাৰ ফলত দুয়োটা সংস্কৃতি অজানিতভাৱে দুয়ো দুয়োৰে ওচৰ চাপি যোৱা দেখা গৈছে। চাহ জনজাতি সমাজে জাতি আৰু স্থানভেদে কমবেছি পৰিমাণে পালন কৰা পূজা-পাৰ্বণবোৰ হ'ল-

(১) কৰম পূজা (২) টুচু পূজা বা পৌষ পৰব (৩) গৰয়া পূজা বা কালী পূজা বা সহঁৰাই পৰব (৪) গ্ৰাম পূজা (৫) ফাকুৱা পৰব (৬) ফুছপুনী মাৰ পূজা (৭) বড় পাহাড়ী পূজা (৮) বীৰ পূজা (৯) চাৰুল পূজা (১০) কুড়াল বাগদেই পূজা (১১) সূৰ্যাহী পূজা (১২) ক্ষেত্ৰ পূজা (১৩) প্ৰথম মাঘৰ অনুষ্ঠান (১৪) দুৰ্গা পূজা (১৫) মনসা পূজা (১৬) কুকুৰা যুঁজ (১৭) মংলা পূজা (১৮) দেৱালী উৎসৱ (১৯) ধৰম পূজা (২০) গংগা পূজা (২১) ভূত পূজা (২২) সত্যনাৰায়ণ পূজা (২৩)ত্ৰিনাথ মেলা (২৪) লক্ষ্মীপূজা (২৫) তুলসী পূজা (২৬) গণেশ পূজা (২৭) শীতলা পূজা (২৮) জন্মাষ্টমী (২৯) শিৱৰাত্ৰি (৩০) চড়ক পূজা ইত্যাদি। তেওঁলোকৰ গীত-মাতবোৰ হ'ল (১) ঝুমইৰ গীত (২) দমকচ গীত(৩) টুচু গীত (৪) সহঁৰাই গীত (৫) সাদী গীত (৬) মনসা গীত (৭) কাঠী নাচৰ গীত (৮) ঘেৰা গীত (৯) লৰি বা ছেলো বেলা গীত ইত্যাদি। নৃত্য-নাচবোৰৰ নাম হ'ল- (১) ঝুমইৰ নৃত্য (২) টুচু নৃত্য (৩) কাঠী নৃত্য (৪) দণ্ড নাচ (৫) দমকচ নৃত্য (৬) নটুৱা নৃত্য (৭) ঝাণ্ডা নাচ ইত্যাদি। তেওঁলোকে ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰবোৰৰ নাম হ'ল- (১) ঢাঁক (২) ঢোল (৩) মাদল (৪) ধুমচা বা নাগৰা (৫) ডাফলা (৬) শাহনাই (৭) মদন ভেড়ী (৮) মুৰুলী (৯) ঝাঁঝ ইত্যাদি।

## কৰম পৰব বা কৰম পূজা ঃ

কৰম পূজা হ'ল কৃষি ভিত্তিক পূজা। সাধাৰণতে ভাদ মাহৰ শুক্লা একাদশী তিথিত এই পূজা কৰা হয়। ইয়াৰ উপৰিও আহিন বা কাতি মাহৰ কৃষ্ণা অষ্টমীৰ দিনাও এই উৎসৱ পালন কৰে। ভাদ মাহত অনুষ্ঠিত কৰম পূজাক 'জিতিয়া কৰম' আহিন মাহৰ বিজয়া দশমীত 'বুঢ়ী কৰম' আৰু আঘোন মাহৰ পূৰ্ণিমাত 'ৰাম কৰম' নামেৰে পতাৰ নিয়ম থাকিলেও সাধাৰণতে ভাদ মাহৰ 'জিতিয়া কৰমেই' বেছি পতা হয়। কৰম পূজাত কুমাৰী ছোৱালীয়ে উপবাসে থাকি ব্ৰত পালন কৰে। উপবাসে থাকি ব্ৰত পালন কৰা ছোৱালী সকলক 'কৰমতী' বোলা হয়। 'ঝাৱা' তুলাটো কৰম পূজাৰ নিয়ম। কৰম পূজাত ডেকা-গাভৰুৱে ঝুমুৰ নৃত্য-গীত কৰে।

## পুষ পৰব বা টুচু পূজা ঃ

চাহবাগিচাসমূহত প্ৰচলিত টুচু-পূজা মহিলা প্ৰধান উৎসৱ। পুহ মাঘৰ দোমাহী পালন কৰা এই উৎসৱ 'মকৰ সংক্ৰান্তি' বা 'পিঠাপৰৱ' নামেৰেও জনা যায়। টুচু দেৱীক শিৱৰ জীয়েক, মনসাৰ ভনীয়েক, কালী, দুৰ্গা, সীতা, সাবিত্ৰী আদি ৰূপত কল্পনা কৰা হয়। মাঘ বিহুৰ উৰুকাৰ ৰাতিৰ পৰাই এই পূজা আৰম্ভ হয়। টুচুৰ প্ৰতিমা যি ঘৰত নিৰ্মাণ কৰা হয় সেই ঘৰৰ গৰাকিজনীকে টুচু দেৱীৰ মাক বুলি অভিহিত কৰা হয়। টুচুৰ প্ৰতিমা হৈছে বাঁহ আৰু ৰঙা নীলা কাগজৰে মন্দিৰৰ দৰে খলপা খলপাকৈ

নিৰ্মাণ কৰা একোটা ঘৰ। টুচু পূজাৰ নিৰ্দিষ্ট পূজাৰী নাথাকে। নৈবেদ্য হিচাপে পিঠা, আটব, বুট, কল আদি আগবঢ়ায়। টুচুমতী সকলে নিজে -নিজে আহি দেৱীক পূজা কৰি ফুল ছটিয়াই আৰু বেদীত পানী ঢালে। পূজাৰ বেদীৰ পৰা কিছুদূৰত একুৰা জুই ধৰে। এই জুইৰ কাষত ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে ঝুমুৰ নাচি-নাচি টুচু গীত গাই গোটেই ৰাতিটো কটাই দিয়ে। পিছদিনা পুৱা টুচুদেৱীক এগৰাকীয়ে মূৰত তুলি লয় আৰু বাকীসকলে পিছে-পিছে গীত বাদ্যৰে নাচি-নাচি মানুহৰ ঘৰে-ঘৰে দেৱীক কঢ়িয়াই লৈ সন্ধ্যাৰ আগে আগে কোনো নদী বা বিলত দেৱী বিসৰ্জন দি আহে। এই পূজা সুকলমে হৈ গ'লে ৰাইজৰ কাৰো ক'তো খৰ-খছ আদি বেমাৰ নহয় বুলি তেওঁলোকে বিশ্বাস কৰে।

## গৰয়া পূজা বা সঁহৰাই পৰব ঃ

সঁহৰাই পৰব চাহ জনজাতি সমাজৰ অন্যতম প্ৰধান উৎসৱ। ইয়াক গৰয়া পূজা বা কালী পূজা হিচাপেও জনা যায়। গো-সেৱা হ'ল এই পৰবৰ প্ৰধান উদ্দেশ্য। কাতি মাহৰ অমাৱস্যাৰ পাছত ন-জোন ওলোৱাৰ দিনা এই পূজা অনুষ্ঠিত হয়। সেই দিনা নিশা ঢোল-ধুমচা আদি বাদ্য-যন্ত্ৰ লৈ ঘৰে ঘৰে গৈ হুচৰি স্বৰূপে সঁহৰাই গীত গাই গো-জাগৰণ কৰে। ইয়াক জাহলী গীত, কিছুমানে কপিলামঙ্গল গীত আৰু কিছুমানে বাঁধনা গীত বুলি কয়। ব'হাগ বিহুৰ গো-সেৱা আৰু হুচৰিৰ লগত এই পূজাৰ মিল মনকৰিবলগীয়া।

## গ্ৰাম পূজা ঃ

চাহজনগোষ্ঠীৰ সমাজখনে গ্ৰাম পূজা ব্যক্তিগত আৰু সামাজিক, দুই ভাগে পালন কৰে। ব'হাগৰ পৰা শাওন মাহৰ ভিতৰত এই পূজা ঘৰৰ চাৰিবেৰৰ বাহিৰত পতা হয়। আহাৰ মাহত এই পূজা বেছিকৈ পালন কৰা হয় বাবে 'আষাঢ়ীয়া' পূজা বুলিও কয়। সামূহিকভাৱে পূজা পাতিবলৈ এখনকৈ 'দেওথান' বা 'দেওঘৰ' থাকে।

## ফাগুৱা পৰব ঃ

ফাগুণ মাহৰ পূৰ্ণিমা তিথিত পালন কৰা দৌলযাত্ৰা উৎসৱক চাহজনজাতি সমাজে ফাগুৱা পৰব বোলে। এই উৎসৱত হোলিকা দাহ কৰাৰ নিয়মো আছে। কাঠীনৃত্য ফাগুৱা পৰবৰ এটি অপৰিহাৰ্য অংগ। নৃত্য গীতত অংশ গ্ৰহণ কৰা প্ৰতিজন ব্যক্তিয়েই হাতত দুফুটমান দীঘল এডাল কাঠি লৈ ঢোল মাদলৰ ছেৱে ছেৱে বৃত্তাকাৰে ঘূৰি ঘূৰি অগা পিছা কৰি কাঠীয়ে কাঠীয়ে কোবায়। ইয়াৰ লগে লগে গীত চলি থাকে। চাওতালীসকলে এই পৰব উপলক্ষে যি নাচৰ আয়োজন কৰে তাক তেওঁলোকে 'বাহা নাচ' বা 'দেৱী নাচ' বোলে।

এনেদৰে চাহজনগোষ্ঠীৰ লোকসকলে সম্প্ৰদায়ভেদে বাৰমাহত তেৰ পূজাৰ আচাৰ অনুষ্ঠান পালন কৰি আহিছে আৰু অসমীয়া সংস্কৃতিক অধিক সমৃদ্ধিশালী কৰি তুলিছে। চাহবাগিচাৰ অসমীয়াসকলৰ পূৰ্বপুৰুষসকলে কঢ়িয়াই অনা নানা লোক উৎসৱ, লোকগীত, লোককথা, লোক-বিশ্বাস, লোক সংস্কৃতিৰ সম্পদসমূহে অসমৰ লোকসংস্কৃতি চহকী কৰি তুলিছে। চাহ বাগিচাৰ কাহিনীক ভিত্তি কৰি নিৰ্মাণ কৰা কথাছবিয়ে অসম আৰু অসমীয়া ৰাইজলৈ সৰ্বভাৰতীয় সন্মান আনিছে। বহুকেইজন চাহ বাগিচাৰ অসমীয়াই চাহ বাগিচাৰ কাহিনীক লৈ কিতাপ-পত্ৰ লিখি অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰিছে আৰু বৃহৎ অসমীয়া জাতিৰ গঠন প্ৰক্ৰিয়াত সহায় কৰিছে। চাহবাগিচাৰ সংস্কৃতিক সকলোৱে আদৰি ল'লেহে অসমীয়া সংস্কৃতিয়ে ফলে, পুষ্পে, পত্ৰে বিকশিত হ'ব আৰু সংস্কৃতিৰ ক্ষেত্ৰখনত গৌৰবৰ আসনত অধিষ্ঠিত হ'ব।

## গ্ৰন্থপঞ্জী


শ্ৰী সুশীল কুৰ্মী : চাহবাগিচাৰ কথা

: চাহবাগিচাৰ জীৱন আৰু সংস্কৃতি

শ্ৰী ৰাজেন গগৈ (সম্পা.) : চাহ জনগোষ্ঠীৰ চিন্তা চেতনা।

শ্ৰী প্ৰহ্লাদ চন্দ্ৰ তাছা (সম্পা.) : অসমৰ চাহ জনগোষ্ঠী।

ড অঞ্জন বৰুৱা : চাহ শিল্পৰ কথা আৰু অসম।

শ্ৰী গণেশ চন্দ্ৰ কুৰ্মী (সম্পা.) : দেউৰাম তাছা ৰচনাৱলী।

শ্ৰী প্ৰসেনজিৎ চৌধুৰী : অসমৰ চাহ-বনুৱা আৰু ঊনৈশ শতিকাৰ বিদ্বৎ সমাজ।

H.A Antrobus : A History of the Assam Company.


❖❖❖❖

*ডঃ অজন্তা চুতীয়া যোৰহাটৰ ন-কছাৰি মহাবিদ্যালয়ৰ*
*অসমীয়া বিভাগৰ অধ্যাপিকা*

# অসমীয়া মুছলমান ঃ ইতিহাস আৰু সাংস্কৃতি

— ডঃ আব্দুল মালিক

বৰ্তমান অসম বুজোৱা ভূখণ্ডৰ 'অসম' নামটো তেনেই অৰ্বাচীন। আহোম সকল অসমলৈ অহাৰ আগতে এই দেশখনৰ নাম 'কামৰূপ' আৰু তাৰো আগতে 'প্ৰাগজ্যোতিষপুৰ' আছিল। আকৌ ষোড়শ শতিকাৰ 'যোগিনী তন্ত্ৰ'ত আহোমৰ ৰাজ্য আৰু মানুহ বুজাবলৈ 'সৌমাৰ' শব্দটোহে প্ৰয়োগ হৈছিল। বুৰঞ্জীৰ অসমৰ সীমাৰ লগত যেনেকৈ ভূগোলৰ অসমৰ মিল নাই, তদ্ৰূপ সাংস্কৃতিক অসমৰ স'তে ৰাজনৈতিক অসমৰ সীমাও একে নহয়। প্ৰাচীন অসমৰ সীমা আধুনিক অসমৰ সীমাৰ লগত মুঠেই তুলনা কৰিব নোৱাৰা বিধৰ। বিশাল ভাৰতবৰ্ষৰ উত্তৰ-পূব প্ৰান্তত অৱস্থিত 'অসম' নামৰ ভূ-খণ্ডত বসবাস কৰা কোনো এটা নিৰ্দিষ্ট জনগোষ্ঠীকে অসমীয়া বুলি ক'ব নোৱাৰি। বিভিন্ন যুগত বিভিন্ন ভাষা-ভাষী মানুহ আহি, যি এই অসমৰ বৈশিষ্ট্যৰ লগত মিলাই দিছে, তেৱেঁই অসমীয়া।[১] অসমৰ প্ৰাচীনতম বাসিন্দা বুলি ক'বলৈ কোনো এটা নিৰ্দিষ্ট জনগোষ্ঠীক আঙুলিয়াই দেখুৱাব নোৱাৰি। দৰাচলতে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াই এতিয়াও চূড়ান্ত ৰূপ লাভ কৰা নাই বুলি ক'লেও বঢ়াই কোৱা নহ'ব।

অসম ভাৰতৰ অংগ, সেয়ে অসমীয়া মানুহ ভাৰতীয়। ৰিজলেৰ মতে ভাৰতৰ মানুহৰ মাজত তিনিটা প্ৰজাতীয় প্ৰকাৰ লক্ষ্য কৰা যায়- দ্ৰাবিড়, ইণ্ডো-আৰ্য আৰু মঙ্গোলীয়। আনহাতে গুহই ছয়টা প্ৰজাতীয় উপাদান ভাৰতীয় লোকৰ মাজত বিচাৰি পাইছে- নেগ্ৰিট', প্ৰায়- অষ্ট্ৰেলীয়, মংগোলীয়, ভূমধ্যসাগৰীয়, পশ্চিমীয়া প্ৰশস্তমস্তকী আৰু নৰ্ডিক। অসমৰ থলুৱা জনসমষ্টিৰ মূল অষ্ট্ৰেলীয়, মংগোলীয় আৰু ককেচীয় তেজৰ সংমিশ্ৰনত গঢ় লৈ উঠিছে। সেইদৰে অষ্ট্ৰিক, মংগোলীয় আৰু আৰ্য সংস্কৃতিৰ সন্মিলিত উপাদানেৰে অসমীয়া সংস্কৃতিৰ বৰভেটি সজা হৈছে।[২]

অসমীয়া মুছলমানসকল মূলতঃ ক'কেছীয় প্ৰজাতিৰ লোকৰ দ্বাৰা গঠিত যদিও তেওঁলোকৰ মাজত মংগোলীয় প্ৰজাতীয় উপাদনৰো প্ৰবেশ ঘটিছে।[৩] অসমত মুছলমানলোক সঠিক কেতিয়াৰপৰা আহি নিগাজীকৈ থাকিবলৈ ল'লে, সেয়া সঠিককৈ কোৱা টান। মালবাৰ অঞ্চলত ইছলাম প্ৰৱৰ্তনৰ পূৰ্বেই আৰবীয় বনিকে বসবাস কৰিবলৈ লৈছিল বুলি অনুমান কৰাৰ থল থকাৰ দৰে, অসমৰো মুছলমান আক্ৰমনৰ কেবাশতিকা

আগৰে পৰা আৰব জগতৰ লগত সম্পৰ্ক ঘটিছিল বুলি অনমান কৰা হয়।[৪] কিন্তু মহম্মদ বিন বখতিয়াৰ খিলজীৰ আগতে আন কোনোবাই অসম আক্ৰমন কৰা বুলি ইতিহাসৰ পাতত কোনো লিখিত প্ৰমান পোৱা নাযা'য়। জনশ্ৰুতি মতে, খ্ৰীষ্টীয় চতুৰ্থ শতিকাত প্ৰাচীন কামৰূপ-অসমৰ ৰজা শংকলাদিবে হেনো গৌৰ নগৰ প্ৰতিষ্ঠা কৰিছিল। পাৰস্য সম্ৰাট আফ্ৰচিয়াৰে এই শংকলাদিবৰ ৰাজত্বকালতে গৌড় আক্ৰমন কৰিছিল। এই ফালৰ পৰা চাবলৈ গ'লে অনুমান কৰাত অসুবিধা নহয় যে অতি প্ৰাচীন কালৰে পৰা কামৰূপ-অসমৰ স'তে মুছলমানসকলৰ এটা সম্পৰ্ক আছিল। অৱশ্যে চতুৰ্থ শতিকাৰ আফ্ৰিচিয়াবৰ আক্ৰমনৰ কথা ড. সূৰ্যকুমাৰ ভূঞাই কৈছে। মহম্মদ কাচিমৰ 'তাৰিখ-ই-ফিৰিস্তা' বা ফিৰদৌচিৰ 'শ্বাহ-নামা'তো এই কথাৰ উল্লেখ পোৱা যায়। আকৌ গোষ্টাছীৰ আৰু সৌষ্ঠৰ হাচানে চীন জয় কৰিহে অসমত প্ৰৱেশ কৰাৰ উল্লেখ আছে। এনেধৰণৰ ৰাজনৈতিক যোগাযোগে চতুৰ্থ শতিকা মানৰ পৰা এটা নিয়মিত ৰূপ ধাৰণ কৰা বুলি ক'ব পাৰি।[৫] অৱশ্যে অসমৰ ইতিহাসত বখতিয়াৰ খিলজীকে প্ৰথম মুছলমান আক্ৰমনকাৰী বুলি ধৰা হয়। বখতিয়াৰ খিলজী আছিল মহম্মদ ঘোৰীৰ দিল্লীৰ শাসনকৰ্তা ইলতুৎমিছ্ৰ অন্যতম সেনাপতি। খিলজীয়ে খ্ৰীষ্টাব্দ ১২০৫ চনৰ শেহৰফালে তিববত বা চীন অভিযানলৈ ওলাওঁতে অসমৰ মাজেদি যায় আৰু সেই সময়ৰ ৰজা পৃথুই বিনা অনুমতিত অসমৰ মাজেদি অভিযান কৰা হেতুকে বখতিয়াৰৰ অভিযানত বাধা প্ৰদান কৰে আৰু ফলত দুয়োপক্ষৰ মাজত যুদ্ধ হয়। কানাই বৰশীবোৱা শিলালিপি অনুসৰি বখতিয়াৰৰ তুৰ্কী বাহিনী ক্ষয়প্ৰাপ্ত হৈছিল। কিন্তু সম্ভৱতঃ সেই তুৰ্কী বাহিনীৰ অন্ততঃ কিছু সৈন্যই আত্মসমৰ্পণ কৰিছিল আৰু সেই আত্মসমৰ্পণকাৰীবোৰেই হ'ব অসমৰ প্ৰাচীন মুছলমান অধিবাসী।[৬] বখতিয়াৰৰ অভিযান কালত তেওঁ সেই সময়ৰ কিছুমান থলুৱা জনগোষ্ঠী যেনে- কোচ, মেচ, তিহাৰু আদিৰ লগত সম্পৰ্ক স্থাপন কৰিছিল। ইয়াৰে ভিতৰত, মেচ জাতিৰ নেতা এজনৰ লগত বন্ধুত্ব স্থাপন কৰি তেওঁক ইছলাম ধৰ্ম গ্ৰহন কৰোৱাই 'আলিমেচ' নামেৰে অভিহিত কৰিছিল। ইছলাম ধৰ্ম ৰজাৰ ধৰ্ম হোৱাৰ ফলত বহু সংখ্যকলোকে আলিমেচৰ লগত এই ধৰ্মত দীক্ষিত হৈছিল বুলি ভাবিব পাৰি; কাৰণ সেই সময়ত ৰজাৰ ধৰ্মই প্ৰজাৰ ধৰ্ম আছিল। কুলীন প্ৰথা তথা সমসাময়িক সামাজিক অৱস্থাৰ বাবেও কোচ-মেচ সকলে ইছলাম ধৰ্মৰ প্ৰতি আকৃষ্ট হোৱা বুলি অনুমান কৰাৰ থল আছে। মহম্মদ বিন বখতিয়াৰৰ পিছত অসমত প্ৰৱেশ কৰা ৰজাজন হ'ল আলি মৰ্দন খিলজী (১২১০-১২১৩ খ্ৰী.)। তেৱোঁ কামৰূপ আক্ৰমন কৰিছিল বুলি জনা যায়। ইয়াৰ পিছত বংগৰ ৰজা হাছামুদ্দিন ইয়াজে ১২২৫-১২২৬ খ্ৰী.ত অসম আক্ৰমন কৰে। ইয়াজৰ নেতৃত্বত সৈন্যবাহিনীয়ে নগাঁৱলৈ সোমাই অহাৰ পিছত ডবকা ৰাজ্যৰ ৰজা বিশ্বসুন্দৰ দেৱে বাধা প্ৰদান কৰি আক্ৰমন প্ৰতিহত কৰে। অসম আক্ৰমনকাৰী ইয়াজ বাহিনীৰ লগত শেখ জালালুদ্দিন তাব্ৰেজী

নামৰ এগৰাকী চুফি সিদ্ধ পুৰুষ অসমত প্ৰৱেশ কৰে বুলি বিশ্বাস কৰা হয়। তাৱেজীয়ে অসমৰ বিভিন্ন ঠাই পৰিভ্ৰমন কৰি ইছলাম ধৰ্ম প্ৰচাৰত নিজকে নিয়োজিত কৰিছিল। সম্প্ৰতি গুৱাহাটীৰ গাড়ীগাঁৱত তেওঁৰ কবৰ (সমাধিস্থল) আছে বুলি বিশ্বাস কৰা হয় আৰু তাতে এটি দৰ্গাহ্ শ্বৰীক গঢ় লৈ উঠিছে। ১২৫৭ খ্ৰী.ত ইখতিয়াৰ উদ্দিন মালিক উজবেকে কামৰূপ আক্ৰমন কৰি অতি সহজে কামৰূপ ৰাজ্যৰ ৰাজধানী 'কামৰূপ নগৰ' (উত্তৰ গুৱাহাটী) দখল কৰি নিজকে ৰজা বুলি ঘোষণা কৰিছিল আৰু প্ৰচুৰ ধন-সম্পদো লুট কৰিছিল। মুছলমান আক্ৰমনকাৰীসকলৰ ভিতৰত তেৱেঁই প্ৰথমে 'ৰজা' বুলি ঘোষণা কৰিছিল, অস্থায়ী ৰাজধানী স্থাপন কৰি আৰবী লিপি খোদিত মুদ্ৰাৰ প্ৰচলন কৰিছিল তথা গুৱাহাটী আৰু হাজোত মছজিদ নিৰ্মান কৰিছিল। কামৰূপ-কমতাৰ লগত গৌড়-বংগৰ সঘন সংঘৰ্ষ হৈছিল আৰু এই সংঘৰ্ষৰ ফলত এই দেশবোৰৰ মানুহৰ মাজত সংশ্ৰৱ ঘটিছিল। ইয়াৰ ফলত হিন্দু-মুছলমানৰ মাজত সহনশীলতা তথা সংমিশ্ৰন বৃদ্ধি পাইছিল। বুৰঞ্জীৰ পৰা জনা যায় যে, চুলতান গিয়াচুদ্দিন বাহাদুৰ ছাহৰ অসম আক্ৰমনৰ সময়তে হাজো পোৱামক্কাৰ প্ৰতিষ্ঠাপক গিয়াচুদ্দিন আউলীয়াও আহি গুৱাহাটীৰ গাড়ীগাঁৱত উপস্থিত হৈছিলহি ১৩২১-২২ খ্ৰী.ত[৭] তেওঁ সেই সময়ত কামৰূপ আক্ৰমন কৰি ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ গোৱালপাৰা, কামৰূপ আৰু নগাঁও জয় কৰি কেবাবছৰো ৰাজত্ব কৰিছিল বুলি জনা যায়। মক্কাৰ পৰা এপোৱা (২৫০ গ্ৰা.) মাটি আনি তেৱেঁই পোৱামক্কা প্ৰতিষ্ঠা কৰে বুলি বহুতে বিশ্বাস কৰে। হাজোৰ গড়ুৰাচল পাহাৰত আশ্ৰম পাতি গিয়াচুদ্দিনে বাস কৰা সময়ত অসমত আৰিমত্ত বংশী ৰজা আৰু চুতীয়া জাতিৰ ৰজাই ৰাজত্ব কৰিছিল। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে সেই সময়ত কামৰূপ বা অসমত মানুহৰ মাজত কোনো ধৰ্মীয় বিদ্বেষে গঢ় লোৱা নাছিল। বুৰঞ্জীয়ে জানিবলৈ দিয়ে যে, পঞ্চদশ শতিকাৰ মধ্যভাগত পশ্চিম অসমৰ খেনবংশী ৰজা চক্ৰধ্বজে গৌড় চুলতানৰ সেনাপতি পীড় ইছমাইল ঘাজীৰ প্ৰভাৱত মুগ্ধ হৈ ইছলাম ধৰ্ম গ্ৰহন কৰিছিল।[৮] মহম্মদ বখতিয়াৰৰ পৰা ইছলাম ধৰ্ম গ্ৰহণ কৰা অসমৰ জনজাতীয় নেতা আলি মেছৰ পাছত চক্ৰধ্বজ ৰজাক অসমৰ দ্বিতীয়জন ধৰ্মান্তৰিত থলুৱা নেতা বুলি ক'ব পাৰি। চক্ৰধ্বজৰ পুত্ৰ নীলাম্বৰে ৰাজপাটত বহি গৌড়ৰ নবাব হুছেন শ্বাহৰ কন্যাক বিয়া কৰাই কুঁৱৰীৰ মৰ্যাদা দিছিল আৰু ইয়েই অসম বুৰঞ্জীত 'গড়মা কুঁৱৰী' নামে জনাজাত। পাছত গড়মা কুঁৱৰী আহোম ৰজা চুহুংমুঙৰ ৰাণী হয়গৈ। গৌড়ৰ নবাব হুছেন শ্বাহে এই সময়তে অসমৰ হাজো অঞ্চলত তুৰ্কী সৈন্যৰ এটা বৃহৎ ঘাটি স্থায়ীকৈ পাতিছিল। আহোম ৰজা চুহুংমুঙে এই ঘাটি দখল কৰি ইয়াৰ তুৰ্কী ৰণুৱাবোৰক নিজা প্ৰজাৰূপে স্বীকৃতি প্ৰদান কৰে। এই তুৰ্কীসকল এতিয়া মৰীয়া নামেৰে পৰিচিত। এই চুহুংমুঙৰ দিনতে আহোম-মোগলৰ সংঘৰ্ষৰ সূচনা হয়।

মোগলসকলে তুৰ্কীফেদৰ পৰা শাসনভাৰ কাঢ়ি লোৱাৰ পিছত অসমৰ লগত মোগলসকলৰ প্ৰত্যক্ষ সম্বন্ধ ঘটিবলৈ ধৰে। সপ্তদশ শতিকাৰ অসম বৰঞ্জীক 'আহোম-মোগলৰ সংঘৰ্ষৰ যুগ' বুলিও অভিহিত কৰা হয়। ১৬১৩ খ্ৰী.ত মোগলৰ বিপক্ষে যুদ্ধ কৰি নাৰায়ণৰ পুত্ৰ কোঁচৰজা লক্ষ্মীনাৰায়ণ বন্দী হয়, ফলত কোচ হাজোৰ শাসনভাৰ মোগলসকলৰ হাতলৈ যায়। হাজোক কেন্দ্ৰ কৰি গঢ় লৈ উঠা এই মোগল শাসনেই প্ৰকৃতাৰ্থত অসমৰ বুকুত মুছলমান শাসন আছিল। প্ৰথমে মকৰ্ৰমা খাঁ আৰু পিছত ছেইখ কমল দ্বিতীয় কোঁচ হাজোৰ শাসনকৰ্তা হয়। এইখিনি সময়তে কোঁচহাজোত মুছলমানৰ জনবসতি বৃদ্ধি পায়। কোৱা বাহুল্য যে, তুৰ্কীসকলৰ দিনত অহা মুছলমানসকল অসমীয়া সমাজত ইতিমধ্যে মিলি যাবলৈ লৈছিল আৰু তেওঁলোকে আহোমসকলক আন্তৰিকতাৰে সহায় কৰিছিল। আহোম ৰজা চুচেংফা প্ৰতাপ সিংহৰ দিনত (১৬০৩-১৬৪১ খ্ৰী.) মোগল ৰজা জাহাংগীৰৰ সেনাপতি বাবাকৰে এটা নৌবাহিনীৰ স'তে সত্ৰাজিতক আহোমৰ বিৰুদ্ধে পঠিয়াইছিল। এই যুদ্ধত মোগলৰ পৰাজয় ঘটে; ফলস্বৰূপে দৰং অঞ্চল মোগলৰ হাতৰ পৰা ওলাই যায়। প্ৰতাপ সিংহৰ পৰা গদাধৰ সিংহৰ ৰাজত্বকাললৈ অনেকবাৰ মোগল-আহোমৰ সংঘৰ্ষ হয়। আহোম ৰজা জয়ধ্বজ সিংহৰ ৰাজত্বকালত বংগৰ নৱ-নিযুক্ত চুবাদাৰ মিৰজুমলাই ১৬৬২ খ্ৰী.ত সহজে গুৱাহাটী নিজৰ হাতলৈ নিয়ে। ১৬৬৩ খ্ৰী.ত আহোম আৰু মোগলৰ মাজত 'ঘিলাজাৰী ঘাট শান্তি চুক্তি' স্বাক্ষৰিত হয় যদিও ১৬৬৭ খ্ৰী.ত পুনৰ আহোম-মোগলৰ ৰণ হয়। ১৬৬৩ খ্ৰী.ত আহোম ৰাজসিংহাসনত বহা চক্ৰধ্বজ সিংহই ১৬৬৭ খ্ৰী.ত সেনাপতি লাচিত বৰফুকনৰ সহায়ত গুৱাহাটী উদ্ধাৰ কৰে। সেই সময়ত মোগল সম্ৰাট আছিল ঔৰংগজেব। ১৬৭১ খ্ৰী.ত বিখ্যাত শৰাইঘাট ৰণত আহোমে মোগল সৈন্যক শোচনীয়ভাৱে পৰাজিত কৰি সমগ্ৰ নামনি অসম অধিকাৰ কৰে। এই ৰণত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰা সেনাপতি লাচিতৰ সোঁহাত স্বৰূপ আছিল বীৰ ইছমাইল চিদ্দিক ওৰফে বাঘ হাজৰিকা। গুৱাহাটীৰ বৰফুকন লালুক সোলাই অসমৰ ৰজা হোৱাৰ বাসনাৰে বংগৰ নবাব আজমতাৰৰ হাতত গুৱাহাটী এৰি দিছিল যদিও স্বৰ্গদেউ গদাধৰ সিংহই ১৬৮২ খ্ৰী.ত ইটাখুলি ৰণত মোগলক পৰাস্ত কৰি পুনৰ গুৱাহাটী উদ্ধাৰ কৰে। এই ৰণেই আছিল আহোম-মোগলৰ শেষ ৰণ। এনেদৰে ত্ৰয়োদশ শতিকাৰ পৰা সপ্তদশ শতিকাৰ শেষ ভাগলৈ মুছলমানসকলে প্ৰায় সোতৰবাৰ অসম আক্ৰমন কৰিছিল আৰু প্ৰতিবাৰেই কিছুসংখ্যক মুছলমান লোক অসমত বৈ গৈছিল বুলি অনুমান কৰা হয়। ৰুদ্ৰসিংহৰ ৰাজত্বকালত (১৬৯৬-১৭১৪ খ্ৰী.) আহোম-মোগলৰ মাজত সৌহাৰ্দপূৰ্ণ সম্পৰ্ক গঢ়ি উঠে।

এনেদৰে দেখা যায় যে, বংগ-গৌড়ৰ মহম্মদ বিন বখতিয়াৰৰ পৰা মোগলসকললৈ কেবাবাৰো অসম মুছলমানসকলৰ আক্ৰমনৰ সম্মুখীন হৈছিল। এই ক্ষেত্ৰত বংগ-

গৌড়ৰ পৰা হোৱা প্ৰায়বোৰ আক্ৰমনেই ব্যৰ্থ হোৱা পৰিলক্ষিত হয়। আক্ৰমনকাৰীসকলে ঘাইকৈ ধন-সোণ আহৰণ আৰু সাম্ৰাজ্য বিস্তাৰতহে অধিক গুৰুত্ব দিছিল বাবে 'ধৰ্মান্তৰকৰণ' বিষয়টোৱে প্ৰাধান্য লাভ কৰা নাছিল। সৰ্বোপৰি, পুৰণি অসমত ধৰ্মৰ সলনি কৰ্মই প্ৰাধান্য লাভ কৰিছিল বাবেই হয়তো সঘনাই মুছলমান আক্ৰমন হৈ থকা সত্বেও অন্ততঃ ব্যাপকভাৱে ইছলাম প্ৰচাৰৰ প্ৰশ্ন অসমত উদয় হোৱা নাছিল।[*] মুছলমান ৰাজশক্তিতকৈ ধৰ্মপ্ৰচাৰকসকলেই অসমত ইছলাম ধৰ্মৰ প্ৰসাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত অধিক সফলতা অৰ্জন কৰিছিল। বখতিয়াৰৰ আক্ৰমনৰ পৰা ইটাখুলিৰ ৰণলৈ (১৬৮২ খ্ৰী.) সুদীৰ্ঘ পাঁচশ বছৰ কাল মুছলমানৰ লগত সংঘৰ্ষ কালছোৱাত পীৰ, ফকিৰ, আউলীয়া আদি বহুতেই ধৰ্মপ্ৰচাৰৰ বাবে আহি অসমতে থাকি অসমীয়া ভাষা-সংস্কৃতিৰ লগত নিজকে বিলাই দিছিল। এই ক্ষেত্ৰত হজৰত গিয়াচুদ্দিন আউলীয়া আৰু আজান ফকিৰৰ কথা উল্লেখ কৰিব পাৰি। সৰ্বধৰ্মৰ প্ৰতি সহনশীল হোৱাৰ বাবেই গিয়াচুদ্দিন আউলীয়া নামৰ মধ্য-যুগৰ ধৰ্মগুৰু গৰাকীয়ে অসমৰ হিন্দু-মুছলমান প্ৰজাৰ উভয় পক্ষৰ পৰা শ্ৰদ্ধা আৰু আদৰ লাভ কৰিছিল আৰু হাজোৰ মোকাম পৰ্বততে শেষ দিনলৈকে বাস কৰিছিল। বৰ্তমানো হাজোৰ পোৱামক্কা তীৰ্থস্থান হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মানত সমানে প্ৰিয়। আজান ফকিৰ সম্পৰ্কে কোনো বিৱৰণ প্ৰকাশিত কোনো তথ্য-পাতিও পাবলৈ নাই। তেওঁ নিজে ৰচনা কৰা এটা জিকিৰ গীতৰ পৰা গীতটো হিজিৰি ১০৪৫ চন বা ১৬১৫-১৬ খ্ৰী.ৰ ভিতৰত ৰচনা কৰিছিল বুলি ক'ব পাৰি। সেয়ে তেওঁক আমি সপ্তদশ শতিকাৰ আদি ভাগতে অসমলৈ অহা বুলি ক'ব পাৰো। আজান ফকিৰৰ দ্বাৰা ৰচিত গীতবোৰত হিন্দু-মুছলমানৰ সমন্বয়ৰ ছবি ফট্‌ফটীয়াকৈ প্ৰকাশিত হৈছে। 'মোৰ মনত ভেদ ভাৱ নাই' বুলি ক'ব পৰা আজানৰ গীতৰ আঁৰত প্ৰায় চাৰি-পাঁচশ বছৰৰ সমন্বয়ৰ ইতিহাস সোমাই আছে। বংগদেশৰ বাউল, মৰ্চীদি গীত, মা-আৰিকতি গান আদিত যিদৰে কোনো ইছলামীয় বিষয় বস্তু সোমাই প্ৰতিপাদ্য বিষয়ক বা বক্তব্যক জটিল কৰি পেলায়, সেইদৰে কিছুমান অসমীয়া জিকিৰতো সমসাময়িক তান্ত্ৰিক, শাক্ত বা বৈষ্ণৱ কথা-কাহিনী সোমাই পৰিছে।[১০] অইন এজন ধৰ্ম প্ৰচাৰক চুফি চাহাবৰ বৰঙনিও উল্লেখনীয়। তেওঁ ঊনবিংশ শতিকাৰ শেষ আৰু বিংশ শতিকাৰ আৰম্ভনিতে অসমৰ বিভিন্ন ঠাইত ধৰ্ম প্ৰচাৰ কৰি ফুৰিছিল বুলি জনা যায়।

আজান চাহাবে অসমত ইছলাম ধৰ্ম প্ৰচাৰ কৰা সময়ত সমগ্ৰ অসম তথা উত্তৰ-পূৰ্ব ভাৰতত ভক্তি-ধৰ্মৰ সোঁত এটা বৈ আছিল। বিশেষকৈ সেই সময়ত অসমত শ্ৰীমন্ত শঙ্কৰদেৱৰ ভক্তিধৰ্মৰ প্ৰচাৰ তথা প্ৰসাৰৰ ফলত অসমত এক উদাৰনৈতিক ধৰ্মীয় সহনশীলতাই গঢ় লৈ উঠিছিল। এই সংক্ৰান্তত মেদিনী চৌধুৰীৰ মত প্ৰণিধানযোগ্য :

> আসাম-কামৰূপৰ ঋষিতুল্য পুৰুষ শংকৰদেৱৰ দিনত বৰপেটা অঞ্চলৰ গাঁৱত হিন্দু-মুছলমান উভয় ধৰ্মৰ লোকেই ওচৰা-ওচৰিকৈ বাস কৰিছিল। জনৈক বগা যবন

আৰু বৈষ্ণৱৰ মাটিৰ সীমাৰ বিবাদ মীমাংসা কৰাৰ কাহিনী চৰিত পুথিত আছে। শঙ্কৰদেৱৰ প্ৰতিষ্ঠিত নামঘৰ ইছলামৰ মছজিদৰ দৰেই এটা সামাজিক প্ৰতিষ্ঠান মাত্ৰ। নামঘৰৰ সমূহীয়া জাতি নিৰ্বিশেষ অৰ্চনাতো ইছলামী প্ৰাৰ্থনাৰ অনুকৃতি অনুভূত হয়।[১১]

শঙ্কৰদেৱৰ উদাৰ মানৱতাত মুগ্ধ হৈ অনেক মুছলমানেও ভক্তি-ধৰ্ম গ্ৰহণ কৰিছিল। এই ক্ষেত্ৰত চান্দসাই নামৰ মুছলমান দৰ্জীজনৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি।

অসমৰ পুৰণি ইতিহাসত হিন্দু-মুছলমান বৈৰিতাৰ কথা খুব কমেই পোৱা যায়। অসমীয়া মানুহৰ বিনয়ী স্বভাৱ আৰু মুছলমানৰ 'আদব' মানি চলা কাৰ্যই দুয়ো ধৰ্মৰ মানুহক আপোন কৰি লোৱাত সহায় কৰিছিল। ইটাখুলিৰ যুদ্ধৰ পিছত মুছলমানসকলৰ লগত কোনো যুদ্ধ-বিগ্ৰহৰ কথা বুৰঞ্জীত উল্লেখ নাই। আহোম ৰাজত্বকালত ৰজাই প্ৰয়োজন অনুসৰি ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা মুছলমানলোক মতাই আনি স্থায়ীভাৱে থাপিছিল। সূৰ্যকুমাৰ ভূঞাৰ স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ শীৰ্ষক গ্ৰন্থৰ পৰা জনা যায় যে ৰজাই বিচৰাই অনোৱা মুছলমানলোকসকল আছিল এনেধৰণৰ ঃ

(১) আখৰ কটীয়া, (২) খাৰঘৰীয়া, (৩) শেনচোৱা, (৪) কাৰ্চিপৰ বন কৰা, (৫) জলমৰ্বটা, (৬) গুণা-কটীয়া, (৭) বকতাৰ খেল, (৮) পাৰ্চী পঢ়ীয়া বা ফাৰ্চী পঢ়া, (৯) মুদ্ৰা সাঁচত মৰা, (১০) মিস্ত্ৰী, (১১) ৰাজমিস্ত্ৰি, (১২) ৰহন কৰা, (১৩) হিল গঢ়া ওস্তাজ, (১৪) নাগেৰীয়া, (১৫) দেৱলীয়া পাইক আৰু (১৬) মৰিয়া।[১২]

ভাৰতৰ পৰা আমদানি কৰি অনা এই মুছলমান লোকসকলে ধৰ্মীয় নীতি-নিয়ম ভালদৰে জানিছিল বাবে তেওঁলোকে নিৰ্দিষ্ট কাম-কাজ সম্পাদন কৰাৰ উপৰিও ধৰ্মবিস্তাৰো কৰিছিল বুলি ভাবিব পাৰি। এওঁলোকে সহজে থলুৱা আচাৰ-ৰীতি আহৰণ কৰিছিল। ইয়ালৈ যিসকল মুছলমান নিজ ইচ্ছাৰে আহিছিল বা যুদ্ধ বিগ্ৰহাদিত ইয়ালৈ আহি স্বদেশলৈ ঘূৰি নগৈ ইয়াতে চিৰস্থায়ী হৈছিল, তেওঁলোকে এই অসম দেশকে আপোন বুলি সাৱটি ধৰি কালক্ৰমে কনৌজ আদিৰ পৰা অহা হিন্দু প্ৰজাৰ দৰে ইয়াৰ শিৰফুটা বুনিয়াদী বাসিন্দা হৈ পৰিছিল।[১৩] সেই সময়ৰ অসমৰ মুছলমানসকল হিন্দু সকলৰ লগত কিদৰে মিলি পৰিছিল, তাক মুছলমান ঐতিহাসিক চিহাবুদ্দিন তালিচৰ অনুকৰণত সূৰ্যকুমাৰ ভূঞাই কৈছে-

পূৰ্বে হোৱা যুদ্ধ বিগ্ৰহত বন্দী কৰা ভালেমান মুছলমান অসমত বিয়া-বাৰু কৰি বাস কৰি আছে। তেওঁলোকৰ সন্ততিসকলৰ কাৰ্যকলাপ অবিকল অসমীয়াৰ দৰে আৰু নামৰ বাহিৰে ইচ্‌লামৰ কোনো চিন্‌চাবেই তেওঁলোকৰ গাত নাই। মুছলমানৰ লগত সংগতি লোৱাৰ প্ৰতি তেওঁলোকৰ হৃদয়ৰ টান অতি ক'ম; অসমীয়াৰ লগত মিলিবলৈহে তেওঁলোকৰ ধাউতি বেছি।[১৪]

মুছলমান যুদ্ধ বন্দীবোৰেও মোগলৰ বিৰুদ্ধে যুদ্ধ কৰাত সৰ্বতোপ্ৰকাৰে সহায় কৰিবলৈ আগবাঢ়ি আহিছিল। শৰাইঘাটৰ যুদ্ধত বাঘ হাজৰিকাই লোৱা ভূমিকাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। ইংৰাজ শাসনৰ আগলৈকে অসমৰ সকলো মুছলমান আছিল জাতে-পাতে অসমীয়া। সাম্প্ৰতিক কালৰ অসমীয়া মুছলমানসকল প্ৰধানকৈ চাৰি প্ৰকাৰ লোকৰ উত্তৰপুৰুষ। সেইকেইটা হ'ল-

(১) আহোম ৰজাৰ যুদ্ধবন্দী মুছলমান সৈন্য।
(২) আহোম যুগত অসমলৈ অহা কাৰিকৰী বিদ্যাত পাৰদৰ্শী মুছলমান।
(৩) অসমত ইছলাম ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে অহা মুছলমান পীৰ, ফকিৰ আদি।
(৪) ইছলাম ধৰ্ম গ্ৰহণ কৰা থলুৱালোক। ১৮৯৯ চনৰ লোকপিয়লত কোৱা হৈছে যে অসমৰ সৰহসংখ্যক মুছলমান মূলতে 'নিম্ন' হিন্দু জাতি আৰু জনজাতীয় লোক।[১৫]

এই সকলো শ্ৰেণীৰ মুছলমানে থলুৱালোকৰ স'তে বিভিন্ন প্ৰকাৰৰ সামাজিক সম্পৰ্ক স্থাপন কৰি থলুৱা মাত-কথা, আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম সকলো গ্ৰহণ কৰি অসমত স্থায়ীভাৱে থাকিবলৈ ললে। থলুৱা সমাজ আৰু সংস্কৃতিৰ উদাৰতাই তেওঁলোকক বৃহত্তৰ অসমীয়া জাতিত জাহ যোৱাত অৰিহনা যোগাইছিল। যুদ্ধবন্দীসকলে যিহেতু লগত কোনো তিৰোতা মানুহ অনা নাছিল, সেয়ে তেওঁলোকে স্থানীয় তিৰোতা বিয়া-বাৰু কৰাই অসমীয়া সমাজত মিলি গ'ল। ধৰ্মচ্যুত হিন্দুসকল কামে-কাজে হিন্দু হৈয়ে আছিল আৰু তেওঁলোকে সুকীয়াকৈ গাঁও পাতি বাস কৰিছিল। এনে গাঁৱক গৰীয়া গাঁও বোলা হৈছিল। পিছলৈ আজান ফকিৰে তেওঁলোকক ইছলামত দীক্ষিত কৰাত তেওঁলোকে পুনৰ সামাজিক মৰ্যাদা লাভ কৰিছিল।[১৬] বৈবাহিক বন্ধন যোগে মুছলমান হোৱা হিন্দু মহিলাসকলৰ জৰিয়তে অনেক হিন্দু নীতি-নিয়ম মুছলমান সমাজত সোমাই পৰিছিল। কাৰণ সংস্কৃতি সংৰক্ষণত মহিলাসকলে সদায়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। সেয়ে অসমত হিন্দু-মুছলমানৰ সম্পৰ্কে আছিল অতি মধুৰ।

হিন্দু আৰু মুছলমানৰ সহ-অৱস্থানৰ মূল কাৰণ হ'ল ধৰ্মত মুছলমান হলেও তেওঁবিলাকে সামাজিক আৰু সাংস্কৃতিক জীৱনত চুবুৰীয়া হিন্দু-মানুহক অনুসৰণ কৰি চলিছিল। বিহু, বিয়া আদি অনুষ্ঠানকে নিজা কৰি লৈছিল। অনেক মানুহৰ পিন্ধন-উৰণ, খাৱন-বোৱনৰ মাজত তেনে কোনো লক্ষণীয় পাৰ্থক্য নাছিল। ... অসমত ইছলাম ধৰ্মৰ বীজ সিচাঁৰে পৰা কুৰি শতিকালৈ অসমীয়া মুছলমানে অসমীয়া সংস্কৃতিৰ দীঘে-বাণিয়ে সোমাই নিজৰ ধৰ্মীয় ঐতিহ্য ৰক্ষা কৰি আহিছিল।[১৭] সাধাৰণভাৱে অসমীয়া মুছলমানক চাৰিটা প্ৰধান সামাজিক গোটত ভগাব পাৰি- চৈয়দ, শ্বেখ, মৰিয়া আৰু জোলা বা জলহা। ২০০১ চনৰ লোকপিয়ল অনুসৰি অসমত ১২, ৫৯, ৪৬৬ জন

অসমীয়া মুছলমান আছে। ইয়াৰে সৰহভাগৰ বসতিস্থল হৈছে নামনি অসমৰ জিলাসমূহ। 'চৈয়দ' বা গোষ্ঠীৰ চৰ্দাৰ হিচাপে ইছলাম ধৰ্মৰ প্ৰচাৰক হজৰত মহম্মদ (দ.)ক বুজোৱা হয়। পয়গম্বৰজনাৰ পৰা উৎপত্তি হোৱা পিছৰ বংশধৰসকলে 'চৈয়দ' উপাধি গ্ৰহণ কৰে বাবে মুছলমান সমাজত চৈয়দসকলৰ বিশেষ আদৰ আছে। অসমলৈ বিভিন্ন সময়ত ধৰ্ম প্ৰচাৰৰ বাবে অহা ধৰ্মগুৰুসকলৰপৰা অসমতো চৈয়দ বংশৰ প্ৰসাৰ ঘটে বুলি কোৱা হয়। অসমীয়া মুছলমানসকল যিহেতু অসমীয়া বৈষ্ণৱ সমাজৰদ্বাৰা প্ৰভাৱিত হৈছিল, সেইবাবে চৈয়দসকল গৰীয়া গোসাঁই হিচাপেও পৰিচিত হৈছিল। গোসাঁইক ভকতসকলে মান-সম্মান কৰাৰ দৰে, চৈয়দসকলকো অন্যান্য ভকতসকলে অত্যন্ত শ্ৰদ্ধা-ভক্তি কৰিছিল।[১৮] প্ৰধানকৈ উজনি অসমতে অধিকাংশ চৈয়দ মুছলমানে বসবাস কৰে। মৰিয়াসকল যুদ্ধবন্দী সৈনিক। ১৫৩২ খ্ৰী.ত আহোম ৰজা চুহুংমুঙৰ ৰাজত্বকালত তুৰ্বক নামৰ মুছলমান সেনাপতিজনে অসম আক্ৰমন কৰি পৰাজিত হয় আৰু তেওঁৰ মৃত্যু হয়। যুদ্ধত বন্দী হোৱা মুছলমান সৈন্যবোৰক আহোম ৰজাই অসমৰ বিভিন্ন ঠাইত বসবাস কৰিবলৈ দি নানা ধৰণৰ কামত নিয়োজিত কৰিছিল। কিন্তু তেওঁলোকে কোনো কামতে দক্ষতা দেখুৱাব নোৱাৰাত ৰজাই তেওঁলোকৰ ইচ্ছা অনুযায়ী বৃত্তি বাছি ল'বলৈ ক'লে। তেতিয়া তেওঁলোকে পিতলৰ টৌ, লোটা, কলহ আদি সজা কামত পাৰদৰ্শিতা দেখুৱালে। মৰিয়াই মৰিয়াই পিতলৰ বাচন-বৰ্তন সজা হয় বাবে তেওঁলোকৰ নাম মৰিয়া হ'ল বুলি কোৱা হয়। চৈয়দ আৰু মৰিয়াৰ বাহিৰে বাকী সৰহ সংখ্যক মুছলমান শ্বেখ। ১৮৯৯ চনৰ লোকপিয়ল প্ৰতিবেদনত অসমত ইছলাম ধৰ্মত দীক্ষা লোৱা মুছলমানসকলক শ্বেখ বুলি কোৱা হৈছে। আহোম ৰজাই আমদানি কৰা সৰহসংখ্যক মুছলমানো শ্বেখ। অসমৰ সৰহসংখ্যক অসমীয়া মুছলমান শ্বেখ। ইয়াৰে অধিকাংশ নিম্নশ্ৰেণীৰ হিন্দু ইছলাম ধৰ্মত দীক্ষিত হোৱা থলুৱালোক। আহোম ৰজা ৰুদ্ৰ সিংহই বিভিন্ন বৃত্তিত পাৰ্গত আঠোটা কাৰিকৰ পৰিয়াল অসমলৈ অনাইছিল। এই পৰিয়ালকেইটা হ'ল- ফাৰ্চী পঢ়িয়া, আখৰকটীয়া, শিলাকটীয়া, গুণাকটীয়া, খনিকৰ, নেগেৰীয়া, দৰ্জী আৰু জোলা। এই জোলাসকলে কালক্ৰমত নিগাজীকৈ বসবাস কৰা এক শ্ৰেণী অসমীয়া মুছলমান সম্প্ৰদায় হিচাপে পৰিচিত হ'ল। ইতিহাসৰ মতে, এই জোলা জনগোষ্ঠীৰ লোকসকলক ১৮৪০ চনত আসাম কোম্পানীয়ে বনুৱা আমদানি প্ৰথাৰে আৰম্ভ কৰে। বৰ্তমান অসমত বসবাস কৰা চাহ জনজাতিৰ জোলা জনগোষ্ঠীৰ লোকসকলৰ অধিকাংশই বিহাৰৰ হাজাৰীবাগ নামৰ ঠাইৰ। বয়ন শিল্পত পাৰ্গত এই জোলাসকলৰ পৰম্পৰাগত বৃত্তি আছিল দৰ্জী আৰু তাঁতী।

পশ্চিম অসমৰ (অবিভক্ত গোৱালপাৰা জিলা) মুছলমানসকলক দুটা নামেৰে জনা যায় - উজানী আৰু ভাটিয়া। উজানী মুছলমানসকল থলুৱা আৰু তেওঁলোকক

'দেশী' বুলিও জনা যায়। এওঁলোকে গোৱালপৰীয়া উপভাষা কয় আৰু গোৱালপৰীয়া সংস্কৃতিৰ ভালেমান সম্পদ এই থলুৱা মুছলমানসকলে ৰক্ষা কৰি আছে। স্বাধীনোত্তৰ কালত পাকিস্থান, বাংলাদেশৰ পৰা অহাসকল ভাটীয়া। তেওঁলোকৰ ভাষা পূৰ্ববংগীয় বিভিন্ন উপভাষা যদিও বৰ্তমানে শিক্ষা-দীক্ষা অসমীয়া মাধ্যমত কৰি আছে।

আহোমসকলৰ পিছত অসম ইংৰাজৰ অধীন হয়। ১৮২৬ খ্ৰী.ৰ ইয়াণ্ডাবু সন্ধিৰ পিছত মানসকলে অসমখন ইংৰাজৰ হাতত গতাই থৈ যায়। মানৰ ধাৰাষাৰ আক্ৰমনে অৰ্থনৈতিক, সাংস্কৃতিক, ৰাজনৈতিক তথা সামাজিক ভেটি থানবান কৰি দিয়ে। লাহে লাহে অসমলৈ দাঁতি-কাষৰীয়া পূৰ্ববংগৰ পৰা কৃষিজীৱি মানুহৰ সোঁত বলৈ ধৰে। কঠোৰ শ্ৰমেৰে কৃষি-অনুপযোগী মাটিটো তেওঁলোকে খেতি কৰিবলৈ লয়। প্ৰধানকৈ লুইতৰ চৰ-চাপৰিত বসবাস কৰিবলৈ লোৱা এই লো... সকলৰ কঠোৰ পৰিশ্ৰমৰ ফলতে অসমত এক কৃষি-বিপ্লৱৰ সূচনা হৈছিল। তেওঁলোকৰ অধিকাংশই আছিল জমিদাৰৰ অত্যাচাৰত ঘৰ-ভেটি এৰি অহা মুছলমান কৃষক। সম্প্ৰতি ন-অসমীয়া, পমুৱা, মিঞা অথবা অভিবাসী ... মেৰে তেওঁলোক পৰিচিত। এই মানুহখিনিৰ অধিকাংশই অসমীয়া মাধ্যমত শি... গ্ৰহণ কৰিছে আৰু এওঁলোকৰ মাজৰ পৰাই এচাম একনিষ্ঠ সাহিত্য সেৱকে অ... মীয়া সাহিত্য-সংস্কৃতিলৈ প্ৰচুৰ বৰঙনি আগবঢ়াইছে। বৰ্তমান অসমৰ মুছলমান জনসংখ্যাৰ সিংহভাগ এই মানুহখিনিয়ে অধিকাৰ কৰি আছে।

মানুহে সৃষ্টি কৰা সামাজিক আচৰণকেই সংস্কৃতি বুলি ক'ব পাৰি। সংস্কৃতি বোৱতী সুঁতিৰ দৰে। সংস্কৃতিৰ ব্যাপক পৰিসৰে ধৰ্মকো সামৰি লয়। ধৰ্মই সংস্কৃতিৰ জাতিধাৰা নিয়ন্ত্ৰণ কৰে। ধৰ্মৰ আলম লৈয়ে স্থাপত্য, ভাস্কৰ্য, সাহিত্য, গীত, নাটক, চিত্ৰকলা আদি সৃষ্টি হয়। মুছলমান সংস্কৃতি মানেই আৰৱ সংস্কৃতি নহয়। ধৰ্ম প্ৰচাৰ তথা ব্যৱসায়ৰ উদ্দেশ্যে পৰিভ্ৰমী আৰৱ সকলে দেশ-বিদেশৰ পৰা, ইছলামী জীৱন ধাৰাত খাপ খাব পৰা যিবোৰ সংস্কৃতি আহৰণ কৰিলে সেইবোৰেই পৰৱৰ্তী কালত মুছলমান সংস্কৃতি বুলি পৰিগণিত হ'ল। মুছলমান সংস্কৃতি বুলিলেই দান আৰু গ্ৰহণৰ, বিনিময়ৰ সংস্কৃতি। ইয়াত কোনো স্থবিৰতা বা ৰক্ষণশীলতাৰ লক্ষণ নাই।[১৯] অসম-মুছলমানৰ সম্পৰ্কৰ ফলত অসমত যেনেদৰে ইছলাম ধৰ্মৰ বিস্তাৰ আৰু প্ৰসাৰ ঘটিছিল, তেনেকৈ ইছলামীয় সংস্কৃতিৰ অনেক উপাদান অসমীয়া সংস্কৃতিৰ ভিতৰুৱা হৈ পৰিছিল। আহোম-মোগলৰ সম্পৰ্কৰ পূৰ্বেই যোড়শ শতিকাৰ ভিতৰতে, অসমত ইছলামীয় ঐতিহ্য আৰু অসমীয়া সংস্কৃতিয়ে সংমিশ্ৰণৰ যোগেদি এক নতুন পৰিপূৰ্ণ ৰূপ ধাৰণ কৰিছিল।[২০] অসমলৈ অহা মুছলমানসকলে অতি কম সময়ৰ ভিতৰত অসমীয়া সামাজিক আৰু সাংস্কৃতিক জীৱনত সম্পূৰ্ণৰূপে নিজকে বিলাই দিছিল।

অসমীয়া মুছলমানসকলৰ জীৱন-ধাৰণ পদ্ধতিৰ লগত অন্য অসমীয়া লোকৰ প্ৰভেদ তেনেই কম। অসমীয়া মুছলমান আৰু অসমীয়া দুয়োটা অভিধা দৰাচলতে

সমাৰ্থক। নজনা বা চিন্তা নকৰা বা অবিমৃশ্যকাৰিতাৰ বাবে অনেকে ভুল কৰে।[২১] অসমীয়া মুছলমানৰ সামাজিক আৰু ঘৰুৱা জীৱনৰ সকলো সাংস্কৃতিক কাম-কাজেই বৃহত্তৰ অসমীয়া সংস্কৃতিৰ অংশ বিশেষ। ইছলামীয় সংস্কৃতিৰ প্ৰভাৱতকৈ অসমীয়া মুছলমানৰ দৈনন্দিন জীৱনত থলুৱা সংস্কৃতিৰ অংশ বিশেষ। ইছলামীয় সংস্কৃতিৰ প্ৰভাৱতকৈ অসমীয়া মুছলমানৰ দৈনন্দিন জীৱনত থলুৱা সংস্কৃতিৰ প্ৰভাৱহে অধিক অনুমেয়। পাৰিবাৰিক জীৱনত অসমীয়া মুছলমানে অসমীয়া হিন্দু সমাজত বা জনজাতীয় সমাজত প্ৰচলিত নীতি-নিয়মকে মানি চলা পৰিলক্ষিত হয়। প্ৰচলিত ইছলামীয় নীতিৰ আওঁতাৰ বাহিৰত হ'লেও তেওঁলোকে অনেক থলুৱা আচাৰ-নীতি আন্তৰিকতাৰে পালন কৰে। অৱশ্যে, অসমীয়া মুছলমানসকল ঘৰুৱা জীৱনত জাতে-পাতে অসমীয়া হ'লেও তাৰ মাজতে কোনোবাখিনিত কেতবোৰ নিজস্ব বৈশিষ্ট্য বহন কৰি আহিছে। এই সুকীয়া বৈশিষ্ট্যবোৰে তেওঁলোকৰ এক স্বকীয় পৰিচয়ৰ বাহক হৈ পৰিছে।

ইছলাম ধৰ্ম একেশ্বৰবাদত বিশ্বাসী ধৰ্ম। এই ধৰ্মত নিৰাকাৰ ভগৱানক প্ৰাৰ্থনা কৰা হয়; কোনো দেৱ-দেৱী নাইবা মূৰ্ত্তি পূজাৰ স্থান এই ধৰ্মত নাই। কিন্তু প্ৰাচীন কালত অসমীয়া মুছলমানেও প্ৰতিবেশীৰ প্ৰভাৱত পূজা-পাতল প্ৰত্যক্ষ বা পৰোক্ষভাৱে কৰিছিল বুলি জনা যায়। সুকৱি নাৰায়ণদেৱৰ পদ্ম-পুৰাণত ইছলামধৰ্মীলোকেও পূজা কৰাৰ কথা আছে। কাব্যখনত ইছলামৰ দৃঢ় সমৰ্থক দুজনক মনসাৰ ভক্ত ৰূপে চিত্ৰিত কৰা হৈছে আৰু তেওঁলোক দুজনে পদ্মাদেৱী মনসালৈ পূজা দি লাখে লাখে হাঁহ-পাৰ-ছাগলী বলি দিয়া দেখুওৱা হৈছে। আজিৰ পৰা প্ৰায় এশ বছৰ আগৰ মঙলদৈ অঞ্চলৰ মুছলমান সমাজখনৰ চিত্ৰ আঁকিছে পণ্ডিত নজৰ আলিয়ে এনেদৰে-

তেতিয়াৰ দিনত ইয়াৰ গাঁওবিলাকত মছজিদ নাছিল বোলে। ঘোপাত (বৰ্তমানে মুছলিম ঘোপা) মাত্ৰ একেটি 'নামঘৰ' আছিল। তাতে পীৰৰ নামে ভোজ পাতি ৰঙা কুকুৰা কাটি তাৰ তেজৰ পিঠা তৈয়াৰ কৰি খাই ৰাইজে জাহেলী (নিষিদ্ধ) নাম-গীত গাইছিল। ঠায়ে ঠায়ে বিয়াই-সবাহে ঢোল কালি প্ৰচলন আছিল। মুছলমানৰ ভিতৰতে ঢুলীয়া, কালীয়া, দেউৰী, ওজা-পালি পৰ্যন্ত আছিল। আনকি এই ঢুলীয়া-কালীয়া ওজাসকল হিন্দু বিয়া-সবাহলৈকো সেই কামৰ বাবে নিমন্ত্ৰিতো হৈছিল।[২২]

নামনি অসমৰ অনেক ঠাইত এনে দৃষ্টান্ত সুলভ আছিল। অবিভক্ত কামৰূপ জিলাৰ বিভিন্ন ঠাইত ওজাপালি গোৱা মুছলমান আছিল। যোৱা শতিকাৰ প্ৰথমাৰ্ধত বাৰাংহাটী বোলা গাঁওখনত দুৰ্গাবৰী পদ গোৱা এটা মুছলমান ওজাপালি দলৰ কথা উল্লেখ কৰিছে[২৩] অধ্যাপক শশী শৰ্মাই। এনেদৰে প্ৰাচীন কালৰে পৰা অসমত হিন্দু-মুছলমানৰ মাজত সৌহাৰ্দপূৰ্ণ সমন্বয় আৰু সম্প্ৰীতিৰ মধুৰ পৰিবেশ দেখা যায়।

ইছলাম ধৰ্মত গান-বাজনা, নাট-বাজনা, নাট-অভিনয়, যাদু-মন্ত্ৰ আদি নিষিদ্ধ যদিও পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ মুছলমান সমাজত এইবোৰৰ প্ৰচলন থকাৰ দৰে অসমীয়া মুছলমানসকলৰ মাজতো এইবোৰৰ ব্যাপক প্ৰচলন দেখা যায়। অসমৰ লোকসমাজৰ মানসিকতা উদাৰতাৰে পৰিব্যাপ্ত। লোকসাহিত্য কোনো ব্যক্তি বিশেষৰ সম্পত্তি নহয়, ই সকলো শ্ৰেণীৰ লোকৰ সম্পত্তি। অসমীয়া লোকসাহিত্যত ইছলামীয় প্ৰভাৱ প্ৰচুৰ। মন্ত্ৰ-সাহিত্যত মুছলমানসকলে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। 'কৈত পাওঁ গড়িয়াৰ বেজ'- বুলি মন্ত্ৰ সাহিত্যত থকা উল্লেখে সাধাৰণতে মুছলমান সম্প্ৰদায়টোকে প্ৰতিনিধিত্ব কৰিছে। সত্যপীৰ বা সত্যনাৰায়ণৰ গীত সমূহ অসমীয়া লোক সাহিত্যৰ অমূল্য সম্পদ। দৰাচলতে সত্যপীৰ হিন্দু-মুছলমানৰ ঐক্য-সংহতিৰ প্ৰতীকস্বৰূপ। অসমীয়া মুছলমান সমাজত জিকিৰ, গজল, কাৱালী আদি ভক্তিমূলক [illegible]ৰ প্ৰচলন আছে। জিকিৰবোৰ হ'ল আল্লাৰ নামৰ মাহাত্ম্য বৰ্ণনা। জিকিৰ ৰচক হিচাপে আজান ফকিৰ, চান্দখাঁ, মজনুলি ফকিৰ, চৈয়দ মুৰতজা, [illegible] ফৰিদ, বান্দৰ ফকিৰ, মুনীয়া দেৱান আদিৰ নাম পোৱা যায়। জিকিৰৰ সঠি[illegible]া নিৰূপন কৰিব নোৱাৰি যদিও আজান ফকিৰে অকলে আঠকুৰি জিকিৰ ৰচনা [illegible]ৰা বুলি জনশ্ৰুতি আছে। গজলবোৰ হৈছে প্ৰেমৰ গীত, ইয়াৰ জন্মস্থান পাৰস্য। অ[illegible]ীয়া গজলত প্ৰেমৰ বৰ্ণনাৰ পৰিৱৰ্তে ভগৱানৰ স্তুতি তথা হজৰত মহম্মদৰ প্ৰশস্তি থকাহে পৰিলক্ষিত হয়। তেনেদৰে 'হামদিয়া' নামৰ এক শ্ৰেণীৰ ঈশ-স্তুতি গীত অসমীয়া মুছলমান সমাজত আছে। অসমীয়াত কাৱালীৰ সংখ্যা তেনেই [illegible]াকৰ। বিয়া-বাৰু আদিৰ লগতে ওৰূচ উৎসৱত কাৱালী গীত পৰিবেশন কৰা দেখা যায়। জাৰী বা মৰ্চিয়া গীতবোৰ বিখ্যাত কাৰবালাৰ করুণ কাহিনীৰ ওপৰত ৰচিত। ইয়াৰ ৰচক হিচাপে ঘাইকৈ ওস্তাদ দাৰা নামৰ সাধকজনাৰ নামটো পোৱা যায়। করুণ ৰসসিক্ত জাৰী গীতবোৰ অতি ভক্তিসহ গোৱা হয়।

প্ৰাচীন অসমৰ জনপ্ৰিয় কুশান গীতবোৰত হিন্দু-ধৰ্মৰ আখ্যান সন্নিবিষ্ট থকাৰ দৰে সোনাপীৰ, মানিকপীৰ আদি মুছলমান সাধকবোৰৰো মহিমা বৰ্ণিত হৈছে। পশ্চিম অসমৰ হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মাজত সমাজে জনপ্ৰিয় মাৰফতী গীতবোৰ আধ্যাত্মিক ভাৱাপন্ন আৰু বৈষ্ণৱ আদৰ্শৰে প্ৰভাৱান্বিত। এই গীতৰ একাংশ ভক্তই নিজকে ত্বৰিকা (পদ্ধতি) মুছলমান বুলি পৰিচয় দিয়ে। তদ্ৰূপ মনাই গীতবোৰো আধ্যাত্মিক ভাৱাপন্ন তথা চুফি প্ৰভাৱ পুষ্টি। তিস্তা বুঢ়ীৰ পূজাত গোৱা গীতত পীৰ পয়গম্বৰৰ উল্লেখ থকাটো তাৎপৰ্যপূৰ্ণ কথা। প্ৰধানকৈ গোৱালপাৰা অঞ্চলত প্ৰচলিত এউৰী-মগা গীতবোৰো হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰে সমানে জনপ্ৰিয়। সমাজৰ ঐক্য-সংহতিত গুৰুত্ব প্ৰদান কৰা গোৰাক্ষনাথৰ গীতবোৰ পীৰ ফকিৰ সকলৰ কথাৰে সমৃদ্ধ। নায়ানশ্বৰী গীতবোৰত হিন্দু আখ্যানৰ লগতে ইছলাম ধৰ্মৰ কথাও সোমাই আছে। দেহবিচাৰৰ গীত, চিয়াগীত আদিবোৰত আৰবী ফাৰ্চী শব্দৰ প্ৰাচুৰ্যৰ লগতে

ইয়াৰ আধ্যাত্মিক ভাৱৰ সু-সামঞ্জস্য ঘটিছে। পশ্চিম মঙলদৈ অঞ্চলৰ মুছলমান সমাজত সমাদৃত দুবিধ জনপ্ৰিয় গীত হ'ল - ঢেক গীত আৰু নবী গীত। ঢেকগীতৰ বিষয়বস্তু ধেমেলীয়া অথবা গম্ভীৰ্যপূৰ্ণও হ'ব পাৰে। হাজো অঞ্চলত উদ্ধাৰ হোৱা হায়দৰ গাজীৰ গীত এবিধ আখ্যানমূলক গীত। জাৰী গীতৰ সুৰ আৰু বঙলুবা ঢং গীতটোৰ অন্যতম বৈশিষ্ট্য। একেদৰে কাছাৰৰ সোনাবাৰী ঘাটৰ ইদ্ৰিছ আলি ফকিৰৰ গীতবোৰ অসমৰ লোকসাহিত্যৰ অমূল্য সম্পদ। ইবোৰত সাম্প্ৰদায়িক-সম্প্ৰীতিৰ কথা বৰ্ণিত হৈছে।

বিয়ানাম , আইনাম, ধাইনাম আদিত অসমীয়া হিন্দু মহিলাৰ দৰে অসমীয়া মুছলমান মহিলায়ো সমানে অংশগ্ৰহন কৰে। বসন্তৰোগ দেখা দিলে মুছলমান সমাজত তামোল-পাণ আৰু কলৰ থোক সিধাৰূপে দি হাত চাপৰিসহ তলত দিয়াৰ দৰে গোৱা হয়।

*আল্লাবে আল্লা মুমিনবে মহম্মদ*
*পাণ দিয়া পূজিম আল্লা*
*মকৰাই ছাটি যায়।*
*নাৰিকল দিয়া পূজিম আল্লা*
*বচে আগে খায়*
*কল দিয়া পূজিম আল্লা*
*বাদুলিয়ে আগে খায়।*
*কি দিয়া পূজিম আল্লাহে।।*[২৮]

অসমীয়া লোকসাহিত্যৰ অন্যতম সম্পদ নিচুকনি গীতবোৰ অসমীয়া মুছলমান সমাজত সমানে জনপ্ৰিয়। কেতিয়াবা এই গীতবোৰত এটি মুছলমানী ঢং পৰিলক্ষিত হয়। ঘাইকৈ নামনি অসমত প্ৰচলিত আঘোণ মাহৰ পূৰ্ণিমাৰ ৰাতি উদ্‌যাপিত মহো-হো-গীতত মুছলমান ল'ৰা-ছোৱালীয়েও সমানে অংশ গ্ৰহণ কৰে। নাওখেলৰ গীতত অসমীয়া মুছলমানৰ অৱদান প্ৰচুৰ। আল্লাহ, ৰছুলৰ নামেৰে আৰম্ভ কৰা গীতবোৰত বৈষ্ণৱ প্ৰভাৱ পৰিলক্ষিত হয়। অসমীয়া লোকসাহিত্যৰ সঁফুৰা ভেকুলী বিয়াৰ গীত, ধাইনাম, ধেমালি-গীত, লখিমী আদৰা নাম আদিকো হিন্দুসকলৰ দৰে মুছলমানসকলেও সমানে আদৰ কৰে। বাৰমাহী গীতবোৰত চুফি প্ৰভাৱ দেখা যায়। অসমীয়া মুছলমান সমাজত প্ৰচলিত কেইটামান মালিতা হৈছে-জনাগাভৰুৰ গীত, সাত নবাৰৰ গীত, মণিকোঁৱৰ আৰু ফুলকোঁৱৰৰ গীত। ব্ৰহ্মপুত্ৰ উপত্যকাৰ মৰিয়া সম্প্ৰদায়ৰ মাজত জনপ্ৰিয় জনাগাভৰুৰ গীত হ'ল এটা প্ৰণয়মূলক গীত। গীতটিত মৰিয়া সম্প্ৰদায়ৰ ঘৰুৱা ভাষাৰো কিছু আভাস পোৱা যায়। অসম বুৰঞ্জীমতে শৰাইঘাটৰ ৰণৰ পিছতে উত্তৰ ভাৰতৰ পৰা সাতঘৰ সম্ভ্ৰান্ত 'নবাব' পৰিয়াল অসমলৈ আহি থিতাপি লৈছিল। 'সাত নবাবৰ গীত'ত তাকেই প্ৰকাশ কৰা হৈছে। অসমৰ মৰিয়া সম্প্ৰদায়ৰ লোকৰ

মাজত প্ৰচলিত আন দুবিধ গীত হ'ল মণিকোঁৱৰ আৰু ফুলকোঁৱৰৰ গীত। মণি আৰু তেওঁৰ পুত্ৰ ফুলৰ কাহিনী স্বাধীনভাৱে পোৱা যায় যদিও দুয়োটি গীতৰ মাজত ভালেমান সাদৃশ্য প্ৰত্যক্ষ কৰা যায়। তেনেদৰে চিকন সৰিয়হৰ গীত, জয়ধন বনিয়াৰ গীত, সত্যপীৰৰ মালিতা আদি অসমীয়া মুছলমান সমাজতো জনপ্ৰিয়।

অসমীয়া মুছলমান সমাজত প্ৰচলিত অনেক লোকবিশ্বাস আৰু ৰীতি-নীতি অসমীয়া হিন্দু সমাজৰ সৈতে একে। অসমীয়া মুছলমানে মানি চলা জন্ম, বিবাহ, মৃত্যু সম্বন্ধীয় লোকবিশ্বাস তথা নীতি-নিয়মবোৰৰ লগত ইছলামীয় ঐতিহ্যৰ সম্পৰ্ক তেনেই ক্ষীণ। কাৰণ, ধৰ্ম হিচাপে ইছলামী আদৰ্শই অসমীয়া সামাজিক-সাংস্কৃতিক জীৱনত সামগ্ৰিক প্ৰভাৱ পেলাব পৰা নাই।[২৫] সন্তান জন্মৰ পিছত প্ৰসূতি আৰু সন্তানক ভূত-প্ৰেত, অপায়-অমংগলৰ পৰা ৰক্ষা কৰিবলৈ প্ৰসূতি-গৃহৰ দুৱাৰ-মুখত আমৰ পাত আঁৰি দিয়া হয়। প্ৰসূতিয়ে বিচনাৰ তলত বা কাষত এখন কটাৰী ৰখা প্ৰথা আছে। এমাহ মানলৈ প্ৰসূতিয়ে বাহিৰ ওলালে এই কটাৰীখন লগত ৰাখে। তদুপৰি প্ৰসূতিৰ কাষত তুঁহ-জুই লগাই থোৱা নিয়ম- ভূত পিশাচ আদি নাহিবলৈ। এই প্ৰথা হিন্দু মুছলমান দুয়োটা সম্প্ৰদায়তে বিদ্যমান। অসমীয়া মুছলমানেও কেঁচুৱাৰ নাই (নাভি) সৰিলেহে কেঁচুৱাক বাজলৈ আনে। অসমীয়া সমাজৰ প্ৰথা অনুসৰি মুছলমানসকলেও প্ৰথম সন্তান জন্ম হ'বৰ সময়ত তিৰোতা মাকৰ ঘৰলৈ যোৱাৰ প্ৰচলন আছে। সেইদৰে পুষ্পিতা ছোৱালীক, বিশেষকৈ গ্ৰাম্যাঞ্চলত আচুতীয়াকৈ ৰখাৰ প্ৰচলন মুছলমান সমাজতো আছে।

মুছলমান সমাজত শিশু এটা জন্মৰ লগে লগে ওচৰত আজান দিয়া নিয়ম। পাছত স্থানীয় ধায়ে মাতৃগৰাকীৰ লগত বিভিন্ন নীতি-নিয়ম পালন কৰে। ভলুকা বাহৰ আঁহেৰে ধায়ে মাতৃ গৰাকীৰ পৰা শিশুটিৰ নাড়ী ছেদন কৰে। তুঁহ জুইৰে শিশুটোক মালিচ কৰাৰ লগতে মাতৃগৰাকীকো কল পাতেৰে জুয়ে পোৱা মাটিৰ ওপৰত বহিব দি সেক দিয়া হয়। পঞ্চম দিনা কোৰ্‌আন পাঠ কৰি পাঁচতি উৎসৱ পালন কৰা হয়। সিদিনাই অথবা জন্মৰ দিনাই ওচৰ-চুবুৰীয়াক এৱা-পিঠাগুড়িৰ স'তে নাৰিকল-কুহিয়াৰ বিতৰণ কৰা হয়। ঘৰত ৰন্ধা বঢ়া কৰা মানুহ থাকিলে এমাহৰ মূৰতহে প্ৰসূতিয়ে ৰন্ধন-গৃহত সোমায়, অন্যথা পাঁচতিৰ পিছতে ৰন্ধা-বঢ়া কৰিব পাৰে। শিশুটোৰ জন্মৰ সপ্তম দিনা 'আকিকা' পালন কৰা হয়। আকিকাৰ অৰ্থ হ'ল জীৱৰ বিনিময়ত জীৱ উচৰ্গা কৰা। অৰ্থাৎ শিশুটোৰ যাতে কোনো ধৰণৰ অপায়-অমংগল নহয় তাৰ বাবে এটা জন্তু বলি দিয়া হয়। আকিকাৰ দিনা শিশুটোৰ নামকৰণো কৰা হয়। সিদিনা দুখীয়া লোকক ভালদৰে খুওৱাৰ উপৰিও আত্মীয়-স্বজনকো সাধ্যানুসৰি নিমন্ত্ৰণ কৰি এক আনন্দমুখৰ পৰিৱেশৰ সৃষ্টি কৰা হয়। ইয়াৰ পিছৰ পৰ্বটো হ'ল ল'ৰাৰ চুন্নত বা খত্না। ল'ৰাটোৰ বে-যোৰ বয়সত পুৰুষাংগৰ অগ্ৰভাগত থকা বৰ্ধিত ছাল টুকুৰা

ছেদন কৰাটোৱেই খত্‌না। সিদিনা মাংগলিক অনুষ্ঠান সম্পন্ন কৰাৰ লগতে ওচৰ-চুবুৰীয়া তথা আত্মীয়-স্বজনক সাধ্যানুযায়ী ভোজন কৰোৱা হয়। খত্‌না সম্পন্ন কৰোৱা লোকজনক টকা-পইচা মাননিৰ উপৰিও নতুন গামোচা, তামোল-পাণ আদি সিধা দিয়া হয়। ছোৱালী পুস্পিতা হ'লে মুছলমানসকলেও হিন্দু-সমাজৰ দৰে যথেষ্ট নীতি-নিয়ম পালন কৰে। পুস্পিতা ছোৱালীক তিনি দিনলৈকে ঘৰৰ ভিতৰত পুৰুষৰ দৃষ্টি গোচৰ নোহোৱাকৈ আছুতীয়াকৈ ৰখা হয়। এই কেইদিন কেৱল ফলাহাৰহে কৰা নিয়ম। তিনি দিনৰ মূৰত আত্মীয় বয়োজ্যেষ্ঠ মহিলা কেইগৰাকীমানে গা-ধুৱাই খিচা-গীত গায়। পিছত ধুৱনি পিঠা কেৱল ছোৱালীৰ মাজত বিতৰণ কৰা হয়।

বিবাহ এটা সামাজিক অনুষ্ঠান। বিয়া-বাৰুৰ ক্ষেত্ৰতো অসমীয়া মুছলমানৰ নীতি-নিয়ম আৰু লোকবিশ্বাসৰ লগত থলুৱা অইন জনগোষ্ঠীৰ নীতি-নিয়মৰ মিল দেখা যায়। হিন্দু ধৰ্মাৱলম্বী লোকসকলৰ দৰে মুছলমানসকলেও সাধাৰণতে বহাগ, জেঠ, আঘোন, মাঘ আৰু ফাগুন মাহত বিয়াৰ দিন ধাৰ্য কৰে আৰু ল'ৰা-ছোৱালীৰ জন্ম মাহত সাধাৰণতে বিয়াৰ দিন ধাৰ্য নকৰে। বিবাহৰ দিন ধাৰ্য কৰাৰ ক্ষেত্ৰত পঞ্জিকাৰো সহায় লয়। কইনা চোৱা প্ৰথা, আঙঠি পিন্ধোৱা আদি বিভিন্ন বিবাহৰ অনুষ্ঠানৰ লগত জড়িত বিভিন্ন ৰীতি-নীতি, পৰম্পৰা আৰু কাৰ্যকলাপত তিৰোতাসকলে হিন্দু সমাজৰ দৰে অংশগ্ৰহন কৰে। অসমীয়া মুছলমান সমাজত হিন্দু-সমাজৰ দৰে দৰাই নিকাহৰ শেষত কইনাৰ আত্মীয়-স্বজনক তামোল-পাণেৰে মান ধৰাটো এটা প্ৰচলিত নিয়ম। কইনাজীয়েও দৰাৰ ঘৰৰ আত্মীয়-স্বজনক তামোল-পাণেৰে মান ধৰে। গাঁৱলীয়া মুছলমান সমাজত বিয়া নামো গায় কইনা ঘৰৰ পৰা উলিয়াই নিয়াৰ পিছত হিন্দু-সমাজৰ দৰে মুছলমান সমাজতো ঘৰ-দুৱাৰ বন্ধ কৰি দিয়ে। দুয়ো সমাজে আঠ-দিনৰ মূৰত আঠ-মঙলা পাতে।

অসমীয়া মুছলমান সমাজত সদ্যজাত কেঁচুৱাৰ পৰা বৃদ্ধলৈকে যিকোনো লোকৰ মৃত্যুত তিনিদিন আখলত জুই নজ্বলায়। প্ৰতিবেশী মানুহে চাহ-জলপানৰ যোগান ধৰে। মৃতকৰ কাম-কাজ তিনি দিনীয়া, দহদিনীয়া বা মাহেকীয়া হিচাপে পতাতো থলুৱা সমাজৰ প্ৰভাৱত হোৱা। ইছলামীয় ৰীতি অনুসৰি চল্লিশ দিনীয়া পাতি আত্মাৰ সদ্‌গতিৰ কাৰণে ধৰ্মীয় অনুষ্ঠান সমাপন কৰা হয়। কিন্তু সাংস্কৃতিক ঘনিষ্ঠতাৰ বাবে অসমীয়া মুছলমানে তিনি-দিনীয়া, দহ-দিনীয়া পাতে। ই অসমীয়া সামাজিক ৰীতিত পৰিণত হৈছে, ধৰ্মীয় ৰীতি নহয়। হিন্দু মুছলমান দুয়োপক্ষই ঘৰত কোনো মানুহৰ মৃত্যু হ'লে নিৰ্ধাৰিত দিনলৈ হাল বোৱা বাৰীত সোমাই ফল-মূল আহৰণ কৰা, মাছ মৰা আদি কামৰ পৰা বিৰত থাকে।

খাদ্য আৰু ৰন্ধন প্ৰণালীৰ ক্ষেত্ৰতো দেখা যায় যে অসমীয়া মুছলমানে ঘাইকৈ থলুৱা সামগ্ৰীকেই প্ৰাধান্য দিয়ে। ধৰ্মীয় বাধা-নিষেধৰ বাবে কেইবিধমান খাদ্যবস্তুৰ

বাহিৰে তেওঁলোকে অন্যান্য প্ৰায়বোৰ খাদ্যসামগ্ৰী যেনে- খাৰ-খাৰনি, খৰিচা, কাঁহুদি-খাৰলি, তিলপিঠা, ঘিলাপিঠা, চুঙাপিঠা, ফেণী পিঠা, ভাত পিঠা, সান্দহ, কোমল চাউল, কৰাই-লাডু হুৰুম আদি ব্যৱহাৰ কৰে। অসমীয়া মুছলমান তিৰোতাও পাকৈত ৰান্ধনী; হাঁহে-বাঁহে জুতিৰে ৰান্ধিব জানে। ঔ-টেঙা আৰু মাটি মাহৰ আঞ্জাখনো পাগত তুলিব পাৰে। অসমীয়া হিন্দু-মুছলমানৰ ঘনিষ্ঠতাৰ বাবে পোলাও, কোৰ্মা, পৰঠা আদি মুছলমানৰ ঘৰৰ পৰা গৈ হিন্দুৰ ঘৰতো বাহৰ পাতিছে।

ইছলামৰ শিক্ষা যিহেতু আৰবী ভাষাৰে প্ৰদান কৰা হয়, সেয়েহে মুছলমানলোকৰ নামকৰণ আৰবী আৰু ফাৰ্চী ভাষাৰে দিয়া হয়। কিন্তু অসমীয়া মুছলমানৰ নামবোৰত ইছলামীয় প্ৰভাৱতকৈ স্থানীয় প্ৰভাৱহে বেছি যেন অনুমান হয়। সাধাৰণভাৱে অসমীয়া মুছলমানৰ নামকৰণলৈ লক্ষ্য কৰিলে তেওঁলোকৰ নিজকে অসমীয়া কৰাৰ এটা সৰল প্ৰচেষ্টা দেখা যায়। তুৰ্কীসকলৰ দৰে অসমীয়া মুছলমানসকলো স্থানীয় নামৰ প্ৰতিহে অধিক আগ্ৰহী। বহুতো স্থানীয় নামৰ শেহৰ ফালে সেখ বা আলি আৰু মহিলাৰ ক্ষেত্ৰত বেগম বা বিবি লগাই মুছলমান নাম ৰখা দেখা যায়। নামকৰণ এটা সামাজিক প্ৰথা, বাহিৰৰ পৰা অহা কিছুমান অইন ধৰ্মাৱলম্বীলোকে এখন সমাজত থাকি সেই সমাজৰ ধৰণে মানুহৰ নাম ৰখাটোৱে সামাজিক ঘনিষ্ঠতাকে সূচায়। বহুতো অসমীয়া মুছলমানে শইকীয়া, বৰা, বৰুৱা, হাজৰিকা, কাকতি, নেওগ আদি উপাধি লেখে। হিন্দু নামত যিদৰে অঞ্চল ভেদে থকা আঞ্চলিক প্ৰভাৱ আছে, মুছলমানী নামতো তেনে আঞ্চলিক প্ৰভাৱ আছে।

অসমীয়া মুছলমানৰ পোছাকতো স্থানীয় বৈশিষ্ট্য বিদ্যামান। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ পোছাকৰ মাজত বিশেষ অমিল দেখা নাযায়। কিছু বছৰ আগলৈকে অসমীয়া মুছলমান পুৰুষে পাঞ্জাৱী-চুৰিয়া পৰিধান কৰিছিল। এতিয়াও গাঁৱে-ভূঞে বয়োজ্যেষ্ঠ দুই-এজন লোকে ধুতি পৰিধান কৰা দেখা যায়। বৰ্তমান সৰহসংখ্যক অসমীয়া মুছলমানলোকে ঘৰুৱা পৰিবেশত লুঙী পিন্ধে। বাজ ওলালে পেন্ট-চাৰ্ট বা চোলা-পায়জামা পৰিধান কৰে। ধৰ্মীয় উৎসৱাদিত পাঞ্জাবী-পায়জামা ব্যৱহাৰ কৰে। অসমীয়া হিন্দু-মুছলমান তিৰোতাৰ পোছাক প্ৰাই একেই। ৰিহা-মেখেলা-চাদৰ হিন্দু অসমীয়া তিৰোতাৰ দৰে মুছলমান তিৰোতায়ো ব্যৱহাৰ কৰে। অসমীয়া আ-অলংকাৰ ব্যৱহাৰৰ ক্ষেত্ৰতো হিন্দু-মুছলমান তিৰোতাৰ কোনো প্ৰভেদ নাই। বিয়াৰ কইনাজনী সজাওতে মুছলমান নাৰীয়েও গামখাৰু, লোকাপাৰ, বেনা ডুগ-ডুগিৰে বন কৰা ৰিহা-মেখেলা পিন্ধাই কলডিলীয়া খোপাত বিভিন্ন ফুল গুজি সমাজত বহুৱায়। তদ্ৰূপ নেজলগা আঙঠি, শেনদিয়া আঙঠি- ইত্যাদি বিভিন্ন প্ৰকাৰৰ অলংকাৰ মুছলমানৰ ঘৰতো সুলভ। বৰ্তমান বাহিৰা প্ৰভাৱত উভয় সম্প্ৰদায়ৰ তিৰোতাই শাৰী আৰু ছোৱালীহঁতে চেলেৱাৰ-কামিজ পিন্ধা দেখা যায়। অসমীয়া মুছলমান তিৰোতাই পৃথিৱীৰ অন্যান্য প্ৰান্তৰ বিবাহিতা মহিলাৰ দৰে সৰ্বাঙ্গ ঢকা পোছাক 'বোৰ্খো' সততে পিন্ধা দেখা নাযায়।

যদিও ইছলাম ধৰ্মত নাচ-গান, গীত-পদ, অভিনয় আদিত অংশ গ্ৰহণ কৰা নিষিদ্ধ কৰা হৈছে, তথাপি পৃথিৱীৰ প্ৰায়বোৰ দেশতেই মুছলমানসকলে গীত-গোৱা, নৃত্য কৰা দেখা যায়। অসমীয়া মুছলমানসকলেও প্ৰায় সকলো প্ৰকাৰৰ নাচ-গান, গীত-পদ আদিত অংশ লোৱা দেখা যায়।... অসমৰ মুছলমানসকলে কোৰান বিৰোধী ওজাপালি-ঢুলীয়া আদি লোকনাট্যতো অংশ গ্ৰহণ কৰিছিল, বৰ্তমানেও ৰঙালী আৰু ভোগালী বিহু আন্তৰিকতাৰে পালন কৰা দেখা যায়।[৬] অসমৰ মুছলমানেও ৰঙালী বিহুত গৰুক গা-ধুৱায়, ন-পঘাৰে গৰু বান্ধে আৰু কুশল কামনা কৰে। বহাগ বিহুৰ সময়ত অসমীয়া মুছলমান ডেকায়ো বিহুগীতৰ সুৰেৰে আকাশ মুখৰিত কৰি তোলে। সেইদৰে মুছলমান জীয়ৰী-বোৱাৰীহঁতেও বিহুৰ সময়ত জেতুকাৰ বোল লগাই হাত-নখ ৰাঙলি কৰি তোলে, খোপাত কপৌফুল গুজি লয় আৰু বিহুৱা ডেকাৰ স'তে বিহু মাৰিবলৈ ওলাই যায়। মাঘৰ বিহুত মুছলমানসকলে অগ্নিপূজা নকৰে যদিও ঘৰত পিঠা-পনা, মাহ কৰাই তৈয়াৰ কৰে আৰু অন্যান্য লোকবিশ্বাসমূহ আন্তৰিকতাৰে পালন কৰে।

বেমাৰ-আজাৰ, অপায়-অমঙ্গল আদি দূৰীকৰণৰ বাবে তন্ত্ৰ-মন্ত্ৰ, তাবিজ, কৱচৰ ব্যৱহাৰ ইছলাম ধৰ্মৰ অনুমোদিত প্ৰথা নহয় যদিও থলুৱা সমাজৰ প্ৰভাৱত অসমীয়া মুছলমান সমাজত ইয়াৰ ব্যৱহাৰ দেখা যায়। মৌলবী, মুন্সি, পীৰ, ফকিৰৰ তাবিজ, মাদলি বা দোৱা পঢ়া পানী ভূত-প্ৰেত খেদাবলৈ বা বেমাৰ-আজাৰ দূৰ কৰিবলৈ ব্যৱহাৰ কৰা হয়। পুৰণি কালৰে পৰা অসমত প্ৰসিদ্ধ মুছলমান বেজ আছিল আৰু বৰ্তমানেও আছে। দুখ-বিপদ খণ্ডাবৰ কাৰণে হিন্দুৱে মন্দিৰ-থানলৈ টকা-পইচা বা পূজা আগবঢ়োৱাৰ দৰে মুছলমানেও মছজিদ অথবা দৰগাহলৈ টকা-পইচা বা মমবাতি-ধূপ আগবঢ়োৱা দেখা যায়।

আদৰ-সম্ভাষণ নিবেদন মানুহৰ এক সাংস্কৃতিক বৈশিষ্ট্য। ইছলামধৰ্মী সকলে সাধাৰণতে আৰবীতে 'আচ্ছালামু আলাইকুম' (ভগৱানে আপোনাক শান্তি দিয়ক) আৰু 'ৱ আলাইকুম ছালাম' (আপোনাকো ভগৱানে শান্তি দিয়ক) বুলি ক্ৰমে সম্ভাষণ আৰু প্ৰতিসম্ভাষণ জনায়। অসমৰ মুছলমানেও ছালামেৰে অইন মুছলমানক সম্ভাষণ জনায় যদিও প্ৰতিবেশী হিন্দুধৰ্ম মানুহৰ প্ৰভাৱত অনেক মুছলমানে কৰযোৰে সম্ভাষণ নিবেদন কৰাও পৰিলক্ষিত হয়। আনকি অনেক ল'ৰা-ছোৱালীয়ে মান্যজনাৰ ভৰি চুই শ্ৰদ্ধা নিবেদন কৰা কাৰ্যও পৰিলক্ষিত হয়।

অসমীয়া মুছলমান সমাজত প্ৰচলিত বহু অন্ধবিশ্বাস বা আচাৰ-ব্যৱহাৰ হিন্দু সমাজৰ সৈতে একে। দুয়োখন সমাজে এই অন্ধবিশ্বাস, ৰীতি-নীতি, পৰম্পৰাবোৰ একেই আস্থাৰে পালন কৰি আহিছে। শনিবাৰ- মঙলবাৰে- নখ-চুলি, বাঁহ-মাটি আদি নকটা, ঘৰৰ খেৰ-বাঁহৰ কাম নকৰা-আদি নিষেধসমূহ উভয় সম্প্ৰদায়ে সমানে মানি

চলে। সেইদৰে মহৰম মাহত চুলি নকটা, মাটি নকটা, মহৰমৰ দিনা উপবাসে থকা আদি কার্য অসমীয়া মুছলমানে পালন কৰে অন্ধবিশ্বাসৰ বাবে। শাক-পাচলি, ফল-মূলৰ গছত মুখ নালাগিবৰ বাবে উভয় সম্প্রদায়ৰ লোকে হেঁদালিত ভঙা টেকেলি এটাত চুণৰ ফোঁট আঁৰি দিয়ে। কু-সংস্কাৰ হ'লেও সামাজিক পৰম্পৰা হিচাপে হিন্দু-মুছলমানৰ বাৰীত এনেকৈ ফোঁট দিয়া টেকেলি-কলহ ওলোমাই থোৱা অসমীয়া গ্রামাঞ্চলত তেনেই সুলভ। গধূলি দুয়ো সম্প্রদায়ৰ তিৰোতাই কেঁচুৱাৰ মুখ-ভাঙে-সৰিয়হ এমুঠি জাৰি আৰু থু থু কৰি তাকেই জুইত পেলাই দিয়ে।

অসমীয়া সমাজত তামোল-পাণৰ গুৰুত্ব ভালেখিনি। প্রেম-প্রণয়ৰ আদান প্রদান, দেৱকার্য, হোম, নৈবেদ্য প্রভৃতিত তামোল-পাণ অপৰিহার্য বিয়াৰ দৰে মাংগলিক কৰ্মৰ আৰম্ভনিৰপৰা শেষলৈকে তামোল-পাণৰ গুৰুত্ব অপৰিসীম। তামোল-পাণ বঁটা বা শৰাই এখনত দি সন্তর্পনে আগবঢ়ালে দুয়োখন সমাজে দায়-দোষ মৰিষণ কৰে, নিমন্ত্রন গ্রহণ কৰে। সেইদৰে ফুলাম গামোছাখনো উৎসৱ-পার্বন আদিত মৰম তথা শ্রদ্ধাৰ চিন স্বৰূপে উপহাৰ আগবঢ়োৱা হয়।

যিহেতু মুছলমানসকলে এই দেশলৈ আহি ইয়াৰ সভ্যতা-সংস্কৃতি আৰু ভাষা-সাহিত্য গ্রহণ কৰিছিল, সেয়ে অসমীয়া মুছলমানে দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা ভাষা অসমীয়াই সূক্ষ্মভাৱে পর্যবেক্ষণ কৰিলে এইটো দেখা যায় যে অসমীয়া মুছলমানৰ কথন-ৰীতি দুই-ধৰণৰ। অন্য ধৰ্মাৱলম্বী লোকৰ সৈতে অথবা সামাজিক জীৱনত তেওঁলোকে শুদ্ধ অসমীয়াই ব্যৱহাৰ কৰে। আনহাতে নিজ সম্প্রদায়ৰ লোকৰ ভিতৰত অথবা ঘৰুৱা জীৱনত প্রচুৰ আৰবী-উর্দু-ফার্চী শব্দৰ ব্যৱহাৰ কৰে। ইছলাম ধৰ্মৰ শিক্ষা আৰবী-উর্দু ভাষাৰে দিয়া হয়; গতিকে পৰম্পৰাগতভাৱে মুছলমানসকলৰ মাজত আৰবী, ফার্চী আৰু উর্দু ভাষাৰ শব্দৰ ব্যৱহাৰ হয় প্রচুৰ আৰু সর্বসাধাৰণ অনাখৰী মুছলমানলোকেও এনেবোৰ শব্দ বুজি পায়। অফিচ-আদালতৰ যোগেদি সোমোৱা ভালেমান আৰবী-ফার্চী শব্দ লিখিত ভাষাৰ বুকুতো সোমাই পৰিছে। এনেদৰে অসমীয়া ভাষাত আৰবী, ফার্চী আৰু উর্দু শব্দই থলুৱা ৰূপ গ্রহণ কৰি ভাষাটোৰ প্রকাশিকা শক্তি বঢ়াইছে।

অসমৰ অঞ্চল বিশেষত নিজস্ব সাংস্কৃতিক বৈশিষ্ট্য এটি মনকৰিবলগীয়া বৈশিষ্ট্য। ঠাই বিশেষে অসমীয়া মুছলমানসকলৰো মাত-কথা আৰু স্থানীয় ৰীতি নীতিৰ ভালেমান পার্থক্য দেখা যায়। একে কথা অসমৰ অন্যান্য জনগোষ্ঠীৰ ক্ষেত্রতো। উল্লেখনীয় যে, গোৱালপাৰাৰ পশ্চিম অঞ্চলৰ মুছলমানসকলৰ সাংস্কৃতিক জীৱনৰ লগত উত্তৰ-বংগৰ গ্রামীন সংস্কৃতিৰ ভালেখিনি সাদৃশ্য আছে।[২৭] একেদৰে উজনি অসমৰ মুছলমানৰ লগত নামনি অসমৰ মুছলমানৰ সাংস্কৃতিগত পার্থক্য কিছু পৰিলক্ষিত হয়।

অসমীয়া মুছলমান অসমীয়া জাতিসত্তাৰ এক মূল অংগ। থলুৱা সামাজিক-সাংস্কৃতিক প্রভাৱে তেওঁলোকক মূল জাতিসত্তাৰ স'তে একীভূত কৰি থৈছে। হিন্দু-

মুছলমান দুয়োটা সম্প্ৰদায়ৰ মাজত সামাজিক আৰু সাংস্কৃতিক সাদৃশ্যই উভয়ৰে মাজত শান্তি-সম্প্ৰীতি বজাই ৰখাত বিশেষ অৰিহণা যোগাইছে। অতীজৰ পৰাই অসমীয়া হিন্দু-মুছলমানে এক আত্মীয় সূতাৰে গ্ৰথিত হৈ উভয়ে সহৃদয়তাৰে বাস কৰি আহিছে। এই সম্পৰ্কত ভুবনচন্দ্ৰ সন্দিকৈয়ে কৰা মন্তব্য প্ৰণিধানযোগ্য -

অসমীয়া মুছলমানসকল তালুৰপৰা তলুৱালৈকে নিভাজ অসমীয়া। ব্ৰহ্মপুত্ৰৰ প্ৰবল সোঁতক, ধৰ্মৰ গোড়ামি, জাতিৰ অভিমান, অৱস্থাৰ তাৰতম্য আৰু ৰাজনৈতিক চালাক-চাতুৰি আদি ভেটাই বন্ধ কৰিব নোৱাৰে। ইয়াক কালে ভাঙি উটুৱাই লৈহে যাব। বৰ্তমানৰ উঠি অহা যুৱক-যুৱতীসকলে মনৰ কুষাৰি ভাব ব্ৰহ্মপুত্ৰৰ প্ৰবল সোঁতত উটুৱাই দিয়াৰহে সময়।[২৮]

অসমীয়া মুছলমানৰ গাত থলুৱা ভাষা-সংস্কৃতিৰ প্ৰভাৱ ইমান গভীৰ আৰু ব্যাপক যে তাক ধৰ্মৰ ব্যৱধানে সহজে উটুৱাই নিব নোৱাৰে। আজি কোনো ক্ষুদ্ৰ স্বাৰ্থই বা দুষ্ট শক্তিয়ে এই সমন্বয়ৰ সৌধ নষ্ট কৰিবলৈ যত্ন কৰিলে অসমৰ ঐতিহ্যই তাক হেলাৰঙে প্ৰতিৰোধ কৰিব সেয়া নিশ্চিত বৃহৎ অসমীয়া সমাজৰ এটি গুৰুত্বপূৰ্ণ অংশ হিচাপে অসমীয়া মুছলমানসকলৰ সংস্কৃতি চিৰপ্ৰবহমান হৈয়ে থাকিব।

## পাদটীকা

১। লীলা গগৈ ঃ অসমৰ সংস্কৃতি, ১৯৯০, পৃ. ৪
২। পূৰ্বোক্ত গ্ৰন্থ ও লেখক, পৃ. ১২
৩। ভুবন মোহন দাস ঃ অসমীয়া মানুহৰ নৃবৈজ্ঞানিক পৰিচয়, ২০০৩, পৃ.৯৬
৪। শশী শৰ্মা ঃ অসমৰ হিন্দু-মুছলমানৰ সাংস্কৃতিক সম্পৰ্ক, ১৯৯৮, পৃ.৩৩
৫। ইমৰান শ্বাহ ঃ অসমীয়া সংস্কৃতিলৈ মুছলমানৰ অৱদান, ২০০৪, পৃ.৩৩
৬। শশী শৰ্মা ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ.৩৪
৭। সূৰ্যকুমাৰ ভূঞা ঃ কামৰূপৰ বুৰঞ্জী, ১৯৩০, পৃ.৪
৮। মোহিনী কুমাৰ শইকীয়া ঃ 'অসমলৈ ইছলামধৰ্মীৰ আগমন আৰু সংমিশ্ৰণ', অসমৰ মানুহ, সম্পা. ভুবন মোহন দাস, ১৯৬৮, পৃ. ৮৪
৯। শশী শৰ্মা ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ. ৪৫
১০। চৈয়দ আব্দুল মালিক (সম্পা.) জিকিৰ আৰু জাৰী, ১৯৫৮, (পাতনি)
১১। মেদিনী চৌধুৰী ঃ লুইত, বৰাক আৰু ইছলাম, ১৯৮২, পৃ. ৩৩
১২। সূৰ্যকুমাৰ ভূঞা ঃ স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ, ১৯৭৫, পৃ. ১৬৬-১৬৮
১৩। পূৰ্বোক্ত গ্ৰন্থ ঃ পৃ. ১৭০

১৪। পূৰ্বোক্ত গ্ৰন্থ ঃ পৃ. ১৭০-১৭১
১৫। ভুবনমোহন দাস ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ. ৯৭
১৬। লীলা গগৈ ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ. ২১৯
১৭। পূৰ্বোক্ত গ্ৰন্থ ঃ পৃ. ১৯১-১৯২
১৮। চৈয়দ মজিদুৰ ৰহমান ঃ 'উজনি অসমৰ 'চৈয়দ' সকলৰ সামাজিক অৱস্থান' প্ৰান্তিক, ১ জুলাই ২০০৮
১৯। জমিৰুদ্দিন আহমদ ঃ 'অসমীয়া সংস্কৃতিত মুছলিম প্ৰভাৱ', সাহিত্য আৰু সংস্কৃতি, ১৯৬৯, অসম সাহিত্য সভা, ষটত্ৰিংশতম অধিবেশনৰ স্মৃতিগ্ৰন্থ।
২০। ৰফিউল হুছেইন বৰুৱা ঃ ইছলামীয় ঐতিহ্য আৰু অসম (২ য় খণ্ড) ১৯৯৬, পৃ. ২৬
২১। ইমৰান শ্বাহ ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ. ২০
২২। নজৰ আলি ঃ মোৰ জীৱনৰ কিছুকথা, ১৯৬৯, পৃ. ৫
২৩। শশী শৰ্মা ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ. ৬৩
২৪। উৎসঃ ৰফিউল হুছেইন বৰুৱাৰ ইছলামীয় ঐতিহ্য আৰু অসম (১ ম খণ্ড), পৃ. ৭৮
২৫। লীলা গগৈ ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ. ২২০
২৬। শশী শৰ্মা ঃ পূৰ্বোক্ত গ্ৰন্থ, পৃ. ৮১
২৭। বীৰেন্দ্ৰনাথ দত্ত (সম্পা.) ঃ গোৱালপৰীয়া লোকগীত সংগ্ৰহ (পাতনি), ১৯৭৪
২৮। ভুৱন চন্দ্ৰ সন্দিকৈ ঃ অসমৰ মুছলমান, ১৯৯৩, পৃ. ১৬

*ডঃ মালিক ডবকা হাজী আনকত আলি মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।*

# বৌৰাই বাথৌ আৰু বড়োসকলৰ খেৰাই উৎসৱ

*— ৰত্নেশ্বৰ বসুমতাৰী*

বড়োসকল পৃথিৱীৰ অন্যতম মানৱ প্ৰজাতি মঙ্গোলীয় প্ৰজাতিৰ লোক। ভাষাৰ ফালৰ পৰা চীন-তিব্বতবৰ্মী ভাষা পৰিয়ালৰ লোক। উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায় ভাগ মানুহেই মঙ্গোলীয় প্ৰজাতিৰ লোক আৰু এই অঞ্চলৰ বেছিভাগ ভাষাই চীন-তীব্বতবৰ্মী ভাষা পৰিয়ালৰ। এই লোকসকল চাইবেৰীয়া, মঙ্গোলীয় ইত্যাদি দেশৰ পৰা আদিম কালতে প্ৰব্ৰজন হৈ বৰ্তমানৰ উত্তৰ-পূৰ্বাঞ্চলত সমাজ পাতি স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱা দিনৰ পৰা নিজ নিজ জাতিৰ মাজত যি ধৰ্মবিশ্বাস, সামাজিক ৰীতি-নীতি, নিয়ম-কানুন, বিধি-বিধান প্ৰবৰ্তন হ'ল তাৰ আধাৰতেই নিজস্ব চিন্তা-চৰ্চাৰ, ধৰ্মীয়-বিশ্বাস, তথা পূজা-পাতল কৰি ইষ্ট দেৱতাক সন্তুষ্ট কৰি মানৱ সমাজক ৰক্ষা কৰিবলৈ নেদেখা নিৰাকাৰজনৰ ওচৰত আৰাধনা কৰিবলৈ লোৱাৰ ফলত নানা পূজা-পাতল, নৃত্য কৰাৰ ব্যৱস্থা প্ৰৱৰ্তন হ'বলৈ ধৰে। মানুহৰ ঈশ্বৰ বিশ্বাসত তথা দেৱ-দেৱীৰ পূজা-অৰ্চনাত কিছুমান প্ৰাকৃতিক ঘটনা, দুৰ্যোগ, মাৰিমৰক আদিয়েও মানুহক দেৱ-দেৱী তথা ঈশ্বৰক পূজা-পাতল দিবলৈ বাধ্য কৰাইছিল। বিভিন্ন মাৰি-মৰক, প্ৰাকৃতিক দুৰ্যোগৰ গতি-বিধি চাই বিভিন্ন শক্তিক সন্তুষ্ট কৰি মানৱ সমাজ ৰক্ষাৰ্থে মানুহৰ মনত দেৱ-দেৱীৰ অস্তিত্ব তথা ঈশ্বৰৰ ধাৰণাটো লাহে লাহে বিশ্বাসত পৰিণত হ'ব ধৰিলে। সৃষ্টিকৰ্তা সৰ্বশক্তিমান ঈশ্বৰেও বিভিন্ন দেশত বিভিন্ন সময়ত মানুহৰ মাজত বিভিন্ন ৰূপত আত্মপ্ৰকাশ কৰি মানৱ সমাজক ঈশ্বৰৰ প্ৰভূত্ব স্বীকাৰ কৰিলে এজেণ্ট বা প্ৰতিনিধি মানুহৰ মাজলৈ প্ৰেৰণ কৰি মানুহক সৰ্বশক্তিমান ঈশ্বৰৰ ধাৰণাটো দিবলৈ, ধৰিলে সেইমতে দেশ, ঠাই আৰু ভাষা বিশেষে সৃষ্টিকৰ্তাৰ নাম ঈশ্বৰ বা ভগবান, আল্লা, গড ইত্যাদি নানা নামেৰে মানুহে নামকৰণ কৰিছে। অৰ্থাৎ ঈশ্বৰ একেজনেই বুলি ঈশ্বৰ দৰ্শন আছে। আনকি আমাৰ অসমত শ্ৰীমন্ত শংকৰদেৱক গুৰু হিচাপে মানি চলাৰ কাৰণ হ'ল এক শৰণ ভাগৱতী বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক তথা ঈশ্বৰৰ প্ৰতিনিধি হিচাপে অসমৰ বেছিভাগ মানুহে গণ্য কৰে। তেনেদৰে সৃষ্টিকৰ্তা ঈশ্বৰক বড়ো ভাষাত বাথৌ বা বৌৰাই নামেৰে পৰিচিত কৰাই দিবলৈ মৌনসিং সিং বৌৰাইক প্ৰতিনিধি হিচাপে ঈশ্বৰৰ মাহাত্ম্যৰ জ্ঞান

মানৱ সমাজক দিয়াৰ কাৰণে বড়োসকলৰ মাজত প্ৰেৰণ কৰিছিল। তেওঁৱেঁই ঈশ্বৰৰ বিষয়ে আৰু বিশ্বব্ৰহ্মাণ্ড আৰু জীৱজগত, উদ্ভিদ জগত সৃষ্টিৰ মূলতে ঈশ্বৰৰ ভূমিকাৰ বিষয়ে আদিম মানুহক জ্ঞান দিছিলহেনো। ইয়াত 'বাথৌ' শব্দৰ অৰ্থ প্ৰথম আখৰ 'বা' মানে পাঁচটা আৰু 'থৌ' মানে গীথৌ অৰ্থাৎ গভীৰ। এক কথাত 'বাথৌ' মানে পাঁচটা গভীৰ তত্ত্বৰ সমষ্টি আৰু তাক অক্ষম চিৰ বিদ্যমান পঞ্চভূতৰ জৰিয়তে প্ৰকাশ কৰা হয়। যেনেদৰে মটি, বায়ু, পানী, আকাশ আৰু অগ্নি— এই পঞ্চভূতৰ গৰাকী স্বয়ং পৰম ব্ৰহ্ম ঠিক সেই একেই অৰ্থত 'বাথৌ' পৰম ব্ৰহ্মা বীৰাই বাথৌ। সেই কাৰণে বড়োসকলে আদি নিৰঞ্জন বীৰাই বাথৌক পূজা-অৰ্চনা কৰাৰ আদিতে 'ঔং-হ্রিং হুং-খ্রিং ফীদসে' বুলি এই গায়ত্ৰী মহামন্ত্ৰ ফাঁকি অতি কমেও তিনিবাৰ বা পাঁচ-সাতবাৰলৈকে অতি ধ্যানেৰে সুউচ্চাৰিত কৰে। ইয়াত 'ঔং' মানে আকাশ (অখৰাং), 'হ্রিং' সূৰ্য (সান), 'হুং' মানে বতাহ (বাৰ), 'খ্রিং' মানে পানী (দৈ), 'ফীদ' মানে মাটি (হা), বা পৃথিৱী আৰু 'সে' মানে এক-অৰ্থাৎ এই পঞ্চভূতৰ গৰাকী এজন। তেওঁৱেঁই হ'ল ঈশ্বৰ বীৰাই বাথৌ। এই পঞ্চভূতৰ একো একোজন মালিক থাকে আৰু এই মালিকবিলাকক দেৱতা বুলি কোৱা হয়। বড়ো ভাষাত তাকে 'মৌদাই' বুলি কোৱা হয়। যাৰ কাৰণে সংস্কৃত ভাষাত ঈশ্বৰক দেৱেশ্বৰ' বুলি কোৱা হয়। অখৰাং মৌদাই অৰ্থাৎ আকাশ-দেৱতা। ই বহল মনোভাৱাপন্ন আৰু উদাৰতাৰ প্ৰতীক। 'সান মৌদাই' এৱা সান ৰাজা অৰ্থাৎ সূৰ্য-দেৱতা শক্তি আৰু ক্ষমতাৰ প্ৰতী, 'বাৰমৌদাই' (এৱা খৈলা) অৰ্থাৎ বায়ু দেৱতা পবিত্ৰ আৰু সততাৰ প্ৰতীক, 'দৈমৌদাই' এৱা আগ্ৰাটে ঐক্য আৰু প্ৰগতিৰ প্ৰতীক, 'হা-মৌদাই' হাইলুঙ ত্যাগ আৰু সহনশীলতাৰ প্ৰতীক তথা একো একোজন পথপ্ৰদৰ্শক। এনেবোৰ জ্ঞান সমুলিত পঞ্চভূতেৰে ভগৱানে মানৱক অল্পায়ুভাৱে সৃষ্টি কৰি হৃদয়ত আত্মাৰূপে উপবিষ্ট হৈ প্ৰতিপালন কৰি আহিছে।

এই পৰাভূতৰ যথাযথ ব্যৱহাৰ, সৃষ্টিৰ মাহাত্ম্য আৰু সাৰ্থকতা তথা ঈশ্বৰ স্থিতিৰ সবল প্ৰামাণ্যৰ বাবে বড়োসকলৰ মাজত দৈৱবাণী হিচাপে শত-সহস্ৰ যুগ ধৰি প্ৰতিষ্ঠিত হৈ অহা গভীৰ তাত্ত্বিক কথা এফাঁকি উল্লেখ কৰিব পাৰি। যেনে—

*"লাউবা লাসীম খাউবা খাসীম*
*আদা গীসীম দৈসাও বাৰসীম।।"*

ইয়াত 'লাউবা' মানে পঞ্চ জ্ঞানেন্দ্ৰিয় যেনে চকু, কাণ, নাক, জিভা আৰু ছাল। 'লাসীম' মানে লগত লোৱা বা জৰিয়তে। 'খাউবা' মানে পঞ্চ কামেন্দ্ৰিয় যেনে— হাত, ভৰি, মুখ, শৌচাদ্বাৰ আৰু যৌনাংগ। 'খাসীম' মানে নিয়ন্ত্ৰণ অথবা শাসনত ৰখা। 'আদা' মানে কাবাই। ইয়াত শ্ৰেষ্ঠক বুজোৱা হৈছে। 'গীসীম' মানে অন্তৰ অৰ্থাৎ 'আদা গীসীম' মানে শ্ৰেষ্ঠ বিবেকী বা শ্ৰেষ্ঠ। 'দেআও' মানে ইয়াত সংসাৰ সাগৰক বুজোৱা হৈছে। 'বাৰসীম' মানে জপিয়াই পৰা বা নিমজ্জিত হোৱা নিৰ্দেশাৱলী। অৰ্থাৎ উক্ত

কথা ফাঁকিৰ গূঢ়াৰ্থ এনে ধৰণৰ পঞ্চ জ্ঞানেন্দ্ৰিয়ৰ জৰিয়তে পঞ্চ জ্ঞানেন্দ্ৰিয়ক শাসনত ৰাখিহে শ্ৰেষ্ঠ বিবেকী বা জীৱ শ্ৰেষ্ঠ মানৱ এই সংসাৰ সাগৰত নিমিজ্জিত হোৱা। এই নিৰ্দেশাৱলীৰ পালনত ব্যতিক্ৰম হ'লে আমাৰ জীৱন কণ্টকময় হৈ পৰে, আউল লাগে। সেই কাৰণেই এই কণ্টকময় জীৱনক মধুময় কৰিবলৈ বৌৰাই বাথৌক পূজা-অৰ্চনা কৰা হয়। বাথৌ পূজাৰ সাৰ্থকতাই মনলৈ বিমল আনন্দ কঢ়িয়াই আনে। যাৰ ফলস্বৰূপে খাম, সিফুং, সেৰজা, জ'থা, গংগনা, জিবখ্রি, থৰখা আদিৰ সুললিত, সুমধুৰ বাদ্য বাজনাৰ তালে তালে পঞ্চ জ্ঞানেন্দ্ৰিয় আৰু পঞ্চ কৰ্মেন্দ্ৰিয়ক ঈশ্বৰ অনুভূতিৰ সুৰ সঞ্চাৰিত কৰাই অৰ্থবহ নৃত্য কৰা হয়। এই নৃত্যকে বড়ো ভাষাত 'খেৰাই মৌসানায়' অৰ্থাৎ খেৰাই নৃত্য বুলি কোৱা হয়।

খেৰাই বড়োসকলৰ প্ৰধান ধৰ্মীয় উৎসৱ। বাথৌ দেৱতা তথা বৌৰাই বাথৌক প্ৰাধান্য দি বিভিন্ন দেৱ-দেৱীসকলক পূজা অৰ্চনা কৰি 'খাম', চিফুং আৰু জ'থা বজাই নাচে আৰু আনন্দ উপভোগ কৰে। অতীতত বড়োসকলে নানা দেৱ-দেৱীক ভয় শংকা কৰি বিভিন্ন দেৱ-দেৱীক সন্তুষ্ট ৰাখিবলৈ পূজা-অৰ্চনা কৰিছিল। দেৱ-দেৱীৰ ভিতৰত 'বাথৌ' অথবা বৌৰাই বাথৌৱেই প্ৰধান দেৱতা। বড়োসকলে বাথৌ দেৱতাক সৃষ্টি কতা, পালনকৰ্তা আৰু নাশকৰ্তা হিচাপে গণ্য কৰে। বিভিন্ন ধৰণৰ বিপদ-বিঘিনি বেমাৰ আজাৰ, অভাৱ-অভিযোগ আদি দেৱতাৰ অসন্তুষ্টিৰ কাৰণেই হয় বুলি বড়োসকলে বিশ্বাস কৰে। সেই কাৰণে বছৰৰ আৰম্ভণিতে গাঁৱৰ ৰাইজে একেলগে মিলি 'খেৰাই' উৎসৱ পাতি দেৱ-দেৱীক সন্তুষ্ট হ'লেহে গাঁৱৰ ৰাইজে শান্তিৰে জীৱন-যাপন কৰিব পাৰে বুলি সহজ-সৰলভাৱে বড়োসকলে বিশ্বাস কৰে।

'খেৰাই' শব্দৰ এটা তাত্বিক দিশ আছে। খেৰাই শব্দটো বিশ্লেষণ কৰিলেই আমি দেখিবলৈ পাওঁ যে খেৰাই = খে + ৰাই + ই। ইয়াত 'খে' মানে আঠু লৈ সেৱা কৰা, 'ৰা' মানে গুণানুকীৰ্তন বাধা আৰু 'ই' মানে ঈশ্বৰ। অৰ্থাৎ 'খেৰাই' মানে ঈশ্বৰৰ গুণানুকীৰ্তন কৰি নৃত্য কৰা। এই খেৰাই শব্দৰ লগত 'মৌসানাই' শব্দও ওতঃপ্ৰোতভাৱে জড়িত। 'মৌসানাই' শব্দৰ বিশ্লেষণাত্ম অৰ্থ এনে ধৰণৰ 'মৌ' মানে মন বা অন্তৰ (গৌসৌ), 'সা' মানে সঞ্চাৰণ, (সালায়নায়) 'না' মানে চেষ্টা কৰা, 'নাজামায়' 'ই' মানে ঈশ্বৰ (ইসৌৰ)। অৰ্থাৎ সৃষ্টিকৰ্তা ঈশ্বৰক অন্তৰত সঞ্চাৰিত কৰাৰ চেষ্টাই হ'ল 'মৌসানাই' নৃত্য কৰা। এক কথাত 'খেৰাই মৌসানাই' মানে হ'ল আঠুলৈ ঈশ্বৰৰ গুণানুকীৰ্তন কৰাৰ লগতে দেহমন হৃদয়ত ঈশ্বৰ সঞ্চাৰিত কৰাৰ চেষ্টাই হ'ল এই নাচৰ তাৎপৰ্য। সেই কাৰণে এই খেৰাই নৃত্যক ঈশ্বৰৰ ভক্তিমূলক নৃত্য বুলি কোৱা হয়। সেয়েহে খেৰাই নৃত্যৰ নাচনীসকলে নিজৰ চুলিতাৰি মেলি অতি গাম্ভীৰ্যপূৰ্ণভাৱে আৰু একান্ত মনে নাচে য'ত স্ফুতি বা হাঁহি-খিকিন্দালিৰে বাহ্যিকতা মুঠেই প্ৰদৰ্শন কৰা নহয়।

বড়োসকলে খেৰাই উৎসৱটো কোনোবা মন্দিৰ অথবা ঘৰৰ ভিতৰত নাপাতে। গাঁৱৰ ওচৰতে থকা পথাৰত অথবা মুকলি ঠাইত খেৰাই উৎসৱটো উত্থাপন কৰে। অৱশ্যে আজিকালি গাঁৱৰ ৰাইজে নিৰ্দিষ্ট কৰি ৰখা বাথৌসালিত বাথৌ পূজা তথা খেৰাই উৎসৱ উদ্‌যাপন কৰা দেখা যায়। সিব্ৰাই (শিৱ) আৰু 'মিব্ৰুই' (পাৰ্বতী) বাহিৰেও ভালে কেইজন দেৱ-দেৱীয়ে খেৰাই পূজাত স্থান লাভ কৰে। তেওঁলোকৰ ভিতৰত আগ্ৰাং, খৈলা, খাৰ্জি, ৰাজখান্দ্ৰা, ৰাজফুথুৰ, আসু মাইনাও, খালি মাইনাও, বাঘ ৰাজা, জমন বীৰাই, জমন বুৰৈ আদিয়েই প্ৰধান। বড়োসকলে দেৱ-দেৱীক পূজা কৰিলেও কোনো দেৱ-দেৱীৰ প্ৰতিমক পূজা নকৰে। খেৰাই পূজা বা উৎসৱ ঘৰুৱাভাৱে যিকোনো পৰিয়ালে পালন কৰিব পাৰে আৰু সমজুৱা বা ৰাজহুৱাভাৱেও উদ্‌যাপন কৰা হয়। নিজৰ পৰিয়ালৰ সুখ-শান্তি কামনা কৰি অথবা, বাধা-বিঘিনি অপায় অমঙ্গলৰ পৰা হাত সাৰি পৰিয়ালৰ সুখ-সমৃদ্ধি কামনা কৰি ঘৰুৱাভাৱে উদ্‌যাপন কৰা খেৰাই উৎসৱক 'নখৰ খেৰাই' (ঘৰুৱা খেৰাই পূজা) বুলি কোৱা হয়। ৰাজহুৱা বা সমজুৱা খেৰাই উৎসৱত গাঁৱৰ সমূহ মুনিহ তিৰোতা ল'ৰা -ছোৱালীৰ মঙ্গলাৰ্থে পূজা-অৰ্চনা কৰা হয়। বাথৌশালিত অথবা ৰাজহুৱা মুকলি স্থানত এই উৎসৱ অনুষ্ঠিত কৰা হয়। য়াত গাঁৱৰ অথবা চুবুৰীৰ সকলো শ্ৰেণীৰ লোকে অংশগ্ৰহণ কৰি বীৰাই বাথৌৰ আশীৰ্বাদ লয়। খেৰাই উৎসৱক প্ৰধানকৈ দুই প্ৰকাৰৰ বুলি কোৱা হয়। এবিধ খেৰাই উৎসৱক দৰ্শন খেৰাই আৰু আনবিধ খেৰাইক উমৰাও খেৰাই বুলি কোৱা হয়।

আচলতে সৃষ্টি কৰ্তা বীৰাই বাথৌক স্তুতি কৰাৰ কাৰণে যি অনুষ্ঠান গঢ়ি উঠিছে তাকেই বড়োসকলে খেৰাই বুলি কয়। সেয়েহে সহজভাৱে খেৰাইক অসমীয়া ভাষাত কীৰ্তন বুলি ক'ব পাৰি। 'বাথৌ'ক বাদ দি খেৰাই উৎসৱ হ'ব নোৱাৰে। য'ত খেৰাই উৎসৱ পাতে তাত বাথৌৰ বেদী থাকিবই। বাথৌ দেৱতাক বাদ দি খেৰাই উৎসৱ হ'ব নোৱাৰে। বাথৌ দেৱতাক প্ৰধান কৰিহে খেৰাই উৎসৱ পাতে। বাথৌৰ পিছতহে বাকী সৰু-সুৰা দেৱ-দেৱীসকলক স্থান দিয়া হয়।

খেৰাই উৎসৱত বাথৌবেদী নিৰ্মাণৰ সময়ত কিছুমান নিয়ম-নীতি পালন কৰা দেখা যায়। যি ঠাইত খেৰাই উৎসৱ উদ্‌যাপন কৰা হয় তাত আগদিনাখনে গাঁৱৰ ৰাইজে একেলগ হৈ ঠাইডোখৰ পৰিষ্কাৰ কৰি লয়। তাৰ পিছত উত্তৰ-দক্ষিণালৈ এটি দীঘল বেদী তৈয়াৰ কৰে। দক্ষিণ-পূব কোণত বাথৌৰ বেদী সজা হয়।

খেৰাই উৎসৱত এজন 'ওজা' (মন্ত্ৰ জনা ব্যক্তি), এজনী 'দৌদিনী', এজন গিথাল আৰু এজন দেউৰী থাকে। তেওঁলোকৰ বাহিৰেও দুজন 'খাম' (মাদল) বজাওঁতা, দুজন বাঁহীবাদক আৰু এজন জোথা (খঞ্জুৰি) বজাওঁতা লাগে। সিব্ৰাই আৰু সিব্ৰুই অৰ্থাৎ লক্ষ্মীক কেন্দ্ৰ কৰি, দৌদিনীক মাধ্যম হিচাপে লৈ খেৰাই পূজা উৎসৱ পতা হয়। 'ওজা' আৰু দৌদিনীৰ উপস্থিতি তথা অৰিহণা অপৰিহাৰ্য। ওজা অবিহনে দেৱ-দেৱীৰ মনৰ কথা কোনেও ক'ব নোৱাৰে। দেৱ-দেৱীসকলৰ সন্তুষ্টি নাইবা অসন্তোষৰ

কথা ওজাৰ বাহিৰে অইনৰ দ্বাৰা গম পোৱা সম্ভৱ নহয়। ওজাৰ পিছতেই গুৰুত্বপূৰ্ণ স্থান দখল কৰা ব্যক্তি হ'ল 'দৌদিনী'। ওজাই দৌদিনীৰ মাধ্যমেৰেহে দেৱ-দেৱীৰ মন জয় কৰিবলৈ লয়। দেৱ-দেৱীসকলৰ চৰিত্ৰ আৰু মনৰ কথা দৌদিনীয়ে গম পায় সেয়েহে কোন দেৱ-দেৱীয়ে কি বিচাৰে তাকো দৌদিনীয়ে জানিলেহে সন্তুষ্ট কৰাৰ কাৰণে ল'ব লগা ব্যৱস্থা ল'বলৈ দিয়া হয়। ভিন ভিন দেৱ-দেৱীৰ নামত ভিন ভিন ভঙ্গীৰে দৌদিনীয়ে নৃত্য কৰি খেৰাইশালিত বা থলীত দেৱ-দেৱীৰ উপস্থিতিৰ বিষয়ে প্ৰকাশ কৰে। তেওঁলোকক যথা ৰীতিৰে সন্তুষ্ট কৰি দৌদিনীয়ে ৰাইজৰ কাৰণে বৰ আদায় কৰে। খেৰাইত দৌদিনীয়ে প্ৰদৰ্শন কৰা ভিন ভিন নৃত্যৰ বাবে ভিন ভিন সুৰত বাঁহী বজাব লাগে আৰু সেই মতে খাম অৰ্থাৎ মাদলো বজাব লাগে। তাৰে প্ৰধান নৃত্যবোৰ হ'ল দেমগ্লায়, দৌদিনী ঔংখাৰনায়, বাথৌ গিৰ্দিংনায় চত্ৰালী, খফ্ৰি সিবনায়, খৈজৌমা বনায়, গান্দৌলা বৌননায়, হাংগৌলাউ বৌনায়, সুফুৰ গেলেনায়, জঠৌনজৌলা গেলেনায়, লাউবৌনায়, গৰাই দাব্ৰায়নায়, খামাও বাৰখৌনায়, জাৰাফাগ্লা মৌসানায়, দাউসা হাথাৰনায় আৰু দাউথৈ লৌংনায়। বড়ো সংস্কৃতিৰ বড়ো নৃত্যৰ জন্ম খেৰাই উৎসৱৰ দৌদিনীৰ নৃত্যৰ পৰাই হোৱা বুলি ক'লেও ভুল কোৱা নহ'ব। কাৰণ বড়ো, খেৰাই উৎসৱৰ দৌদিনী'ৰ নৃত্যৰ তাল মানৰ সতে পাৰ্থক্য নাই বুলিলেও হয়।

যিয়েই নহওঁক, খেৰাই উৎসৱত প্ৰদৰ্শিত দৌদিনীৰ নৃত্য উচ্চমানৰ আৰু তাল-মানযুক্ত। সেই কাৰণে কোনো কোনো পণ্ডিতে বড়োসকলৰ দৌদিনী নৃত্য ভাৰতৰ অন্যান্য ধৰ্মীয় অনুষ্ঠানৰ প্ৰদৰ্শিত পৰম্পৰাগত নৃত্যতকৈ কোনো গুণে কম নহয় বুলি মত পোষণ কৰাও দেখা গৈছে। খেৰাই উৎসৱৰ আন এটা লক্ষ্যণীয় দিশ হ'ল সিব্ৰাই (শিৱ) আৰু সিব্ৰুইকে (পাৰ্বতীক) আদি কৰি নানা দেৱ-দেৱীক বড়োসকলে পৰম্পৰাগতভাৱে বলি-বিধানেৰে পূজা-অৰ্চনা কৰি আহিছে। এইখিনিতে এটা কথা প্ৰণিধাযোগ্য যে বৈদিক যুগত হিন্দু ধৰ্মত বলি-বিধানৰ প্ৰচলন নাছিল। অকল মংগোলীয় গোষ্ঠীৰ বড়োকে আদি কৰি অনাৰ্য গোষ্ঠীৰ লোকসকলে অতীজৰে পৰাই বলি-বিধানেৰে বৌৰাই বাথৌ আৰু সিব্ৰাইক (শিৱক) পূজা অৰ্চনা কৰি আহিছিল। এটা সময় আৰ্যসকলে শিৱক 'ম্লেচ্ছ' বুলি ঘিণ কৰিছিল। কিন্তু শিৱৰ শক্তি আৰু মহাত্ম্যক জানি দেৱাদিদেৱ মহাদেৱ বুলি আৰাধনা কৰিবলৈ লৈছিল। আৰু লাহে লাহে মহাদেৱক সন্তুষ্ট কৰিবলৈ বলি প্ৰথাৰে পূজা-অৰ্চনা কৰিবলৈ ল'লে আৰু শিৱক (শিব্ৰাই) হিন্দুৰ প্ৰধান দেৱতা হিচাপে জ্ঞান কৰিবলৈ লয়। সাম্প্ৰতিক কালত বেছি ভাগ বাথৌ ধৰ্মী বড়োসকলে অতীতৰ বলি-বিধান দিয়া ব্যৱস্থাক ত্যাগ কৰি কেৱল ফুল-ফল, ধূপ-ধূনাৰে বড়োসকলৰ আৰাধ্য দেৱতাক প্ৰাৰ্থনা কৰাহে দেখা যায়।

সি যি কি নহওঁক বড়োসকলে খেৰাই উৎসৱক পাঁচ প্ৰকাৰৰ জাতীয় উৎসৱ হিচাপে পালন কৰি আহিছে। সেইবোৰ হ'ল (১) সংসাৰি খেৰাই (২) গাৰ্জা খেৰাই, (৩) আমথি খেৰাই (৪) মাইনাও খেৰাই আৰু (৫) বাথৌ খেৰাই।

## (১) সংসাৰি খেৰাই ঃ

ব'হাগ মাহৰ পহিলা তাৰিখত এই খেৰাই উৎসৱ আৰম্ভণি হয়। পূজাৰ নীতি-নিয়ম, বিধি-বিধান বাথৌ ধৰ্ম অনুসৰিয়েই উদ্‌যাপন কৰা হয়। তাৰ মাজতে বড়োসমাজৰ পৰম্পৰাগত কিছুমান সামাজিক আচাৰ-নীতিবো আনুসংগিকভাৱে সংযোজিত হয়। এই খেৰাই পূজা বা উৎসৱৰ প্ৰধান উদ্দেশ্য হ'ল পুৰণি বছৰক বিদায় দি নতুন বছৰক আদৰণি জনোৱা। যি জোপা সিজু গছৰ তলত সমজুৱাভাৱে নিতৌ চাকি-বন্তি জ্বলাই বীৰাই বাথৌৰ ওচৰত আঁঠু লোৱা হয় তাতেই সকলোৱে মিলিত হৈ উপাস্য দেৱতা বীৰাই বাথৌক খাম, চিফুং আৰু জ'থাৰ মধুৰ ঐক্যতানেৰে পোনতে পূজা-অৰ্চনা কৰি লয়। এনে অনুষ্ঠানত মন্ত্ৰপূতঃ দৌদিনীয়ে বাথৌ বেদী প্ৰদৰ্শন কৰি খেৰাই নৃত্য কৰে। লগে লগে একাংশ ভক্তুয়ো মনৰ উলাহতে খেৰাই নৃত্য কৰি দৌদিনীৰ পাছে পাছে যায়। কেতিয়াবা দৌদিনী নাথাকিলে দৌৱীৰ দ্বাৰাই খেৰাই নৃত্য প্ৰদৰ্শন কৰি খাম ।চিফুং আৰু জ'থাৰ মধুৰ ঝংকাৰেৰে বাথৌ বেদী প্ৰদৰ্শিত কৰি বীৰাই বাথৌক স্তুতি কৰে যাতে নতুন বছৰটো সকলোৰে কাৰণে সৰ্বদিশৰ পৰা মংগলময় হয় তাৰ বাবে ভগৱানৰ ওচৰত আশীৰ্বাদ বিচাৰে।

**(২) গাৰ্জা খেৰাই ঃ** এই উৎসৱ জেঠ মাহৰ পহিলা তাৰিখত আৰম্ভ কৰা হয়। প্ৰকৃততে ব'হাগ মাহক বিদায় জনোৱাৰ বাবে এই উৎসৱ পালন কৰা হয়। তাৰ উপৰিও গাঁৱত বেমাৰ -আজাৰ, মাৰি-মৰক, অপায়-অমংগল আদিৰ প্ৰাদুৰ্ভাৱ নহ'বৰ বাবে তথা সেইবোৰ প্ৰাদুৰ্ভাৱ হ'লে তাৰ পৰা পৰিত্ৰাণ পাবলৈ আৰু গাঁৱৰ কোনো মানুহৰ অনৈতিক, অবৈধ কাৰ্যৰ পৰা উদ্ধাৰৰ কাৰণে প্ৰধানতঃ গাৰ্জা খেৰাই পূজা দিয়া হয়। সচৰাচৰ গাৰ্জা খেৰাই পূজা পহিলা জেঠত কৰা হয় যদিও যেতিয়াই প্ৰয়োজন হয় তেতিয়াই ইয়াক পালন কৰা দেখা যায়। সেই কাৰণে বিভিন্ন উদ্দেশ্যত পালন কৰা গাৰ্জা পূজাও ভিন্ন ভিন্ন। এই বিভিন্নতাৰ কাৰণেই প্ৰায় ঊনৈশ প্ৰকাৰৰ গাৰ্জা পূজা কৰা দেখা যায়। তথাপিও ব'হাগ মাহক বিদায় দিয়াৰ অৰ্থে জেঠৰ পহিলা তাৰিখে পালন কৰা গাৰ্জা পূজাকেই প্ৰাধান্য দিয়া হয়। গাৰ্জা পূজাৰ আন এটা তাৎপৰ্য হ'ল ব'হাগী উৎসৱ পালন কৰোতে জানি বা নাজানি কোনো অপৰাধ কাৰ্য কৰিব পাৰে অথবা ভাল বেয়া বিভিন্ন মানুহৰ সংশ্ৰৱত হ'ব পৰা সকলো ধৰণ দোষ আৰু অপৱিত্ৰতাৰ পৰা মুক্ত হোৱাৰ কাৰণে উপাস্য দেৱতা বীৰাই বাথৌৰ ওচৰত আঁঠু জানি বা নাজনি কৰা ভউলৰ বাবে ক্ষমা বিচাৰে। সেয়ে হ'ল গাৰ্জা খেৰাই উৎসৱ।

### (৩) আমথি খেৰাই ঃ

আমথি খেৰাই উৎসৱটো আম, কঁঠাল আদি সমকালীন ফল-মূলবোৰ খোৱাৰ আগে আগে সৃষ্টিকৰ্তা বাঁৰাই বাথৌক আনুষ্ঠানিকভাৱে পূজা-অৰ্চনাৰে প্ৰাৰ্থনা জনায় যাতে ফলমূলবোৰ খাই মানৱ সমাজ আৰু প্ৰাণীজগতৰে কল্যাণ হয়। এই উৎসৱ আহাৰ মাহৰ সাত তাৰিখত আৰম্ভ হয়। অৱশ্যে উৎসৱটি সাধাৰণভাৱে পালন কৰে কাৰণে ইয়াক পৰ্ব বুলি কোৱাহে যুক্তিসংগত। এই পৰ্ব সাত দিনলৈকে চলে।

### (৪) মাইনাও খেৰাই ঃ

এই খেৰাই সা-সম্পত্তি, ধন-ঐশ্বৰ্য আৰু সুখ-সম্ভোগৰ গৰাকী বুলি বিশ্বাস আৰু গণ্য কৰা তথা শিৱৰ পত্নী 'পাৰ্বতী'ক সিব্ৰুই 'মইনাও বুৰৈ', 'বল্লী বুৰৈ' আদি নামেৰে পূজা কৰে। মাইনাও বুৰৈক সন্তুষ্ট কৰাৰ অৰ্থে কাতি মাহৰ প্ৰথম দিনা এই মাইনাও খেৰাই উৎসৱ উদ্‌যাপন কৰা হয়। এই মাওনাও খেৰাই উৎসৱ উদ্‌যাপনৰ জৰিয়তে মাইনাও (লক্ষ্মী দেৱী) দেৱীক প্ৰাৰ্থনা কৰা হয় যাতে ধান আদি সমকালীন শস্যবোৰ নদন্ন-বদন হৈ মানুহৰ সুখ-ঐশ্বৰ্য বিভূতিৰ পয়োভৰ বৃদ্ধি পায়। ইয়াকে বড়োসকলে মূল অসমীয়া সমাজৰ প্ৰভাৱ পৰি সাম্প্ৰতিক কালত 'কাতি দমাংসি' বুলিও ক'বলৈ লৈছে।

### (৫) বাথৌ খেৰাই ঃ

বাথৌ খেৰাই উৎসৱ মাঘ মাহৰ পহিলা তাৰিখত উদ্‌যাপন কৰা হয়। অৱশ্যে কোনো কোনো অঞ্চলত মাঘ মাহৰে পূৰ্ণিমা ৰাতি (মাঘী পূৰ্ণিমা) পালন কৰে। এই উৎসৱ (পূজা) আয়োজনৰ দ্বাৰা বড়োসকলৰ উপাস্য দেৱতা বাঁৰাই বাথৌক খেৰাইৰ জৰিয়তে নিজৰ মনোবাঞ্ছা আশা-আকাংক্ষা পূৰণাৰ্থে আৰু লগতে বিশ্ব মানৱ সমাজৰ শান্তিৰ অৰ্থে প্ৰধানকৈ প্ৰাৰ্থনা কৰা হয়। ওপৰত উল্লেখ কৰা খেৰাই পূজাবোৰৰ ভিতৰত এই খেৰাই উৎসৱটো বিস্তৃতভাৱে প্ৰাধান্য লাভ কৰি আহিছে। যাৰ কাৰণে পৰৱৰ্তী কালত ইয়াক 'বাথৌ' ধৰ্ম উৎসৱ বুলি মানুহে ক'বলৈ লৈছে। বাথৌ খেৰাইক পহিলা মাঘত উদ্‌যাপন কৰা হয় যদিও খেৰাইৰ বিশেষজ্ঞ সকলৰ দৃঢ় বিশ্বাস যে মন্ত্ৰপুত দৌদিনীৰ ঐশ্বৰিক ক্ষমতা আপেক্ষিকভাৱে পূৰ্ণিমা ৰাতিতহে অধিক সক্ৰিয় হয়। ফলত বাথৌ খেৰাইক পূৰ্ণিমা ৰাতিহে পালন কৰাৰ পোষকতা কৰে। কাৰণ বাথৌ খেৰাইৰ মুখ্য উদ্দেশ্য বিশ্ব শান্তিৰ লগতে বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা বাঁৰাই বাথৌক দৌদিনীৰ যোগেদি ভক্তসকলে অতি ওচৰৰ পৰা তেওঁৰ সান্নিধ্য পাবলৈ প্ৰয়াস কৰে।

ওপৰত উল্লেখ কৰা পাঁচটা খেৰাই উৎসৱ বা পূজাৰ বাহিৰেও আৰু কেইটামান কাৰণত খেৰাই উৎসৱ উদ্‌যাপন কৰা হয়। যেনে (১) আহাৰ বা শাওণ মাহত আইধান আৰু সমকালীন শস্যৰ মংগলাৰ্থে উদ্‌যাপন কৰা খেৰাই উৎসৱক 'আসু খেৰাই' বুলি

কোৱা হয়। (২) পুহ আৰু মাঘ মাহত শালি ধান আৰু সমকালীন শস্যৰ মংগলাৰ্থে পালন কৰা খেৰাই উৎসৱক 'শালি খেৰাই' বুলি কয়। অৱশ্যে এনে অনুষ্ঠানৰ কোনো নিৰ্দিষ্ট দিন-বাৰ নাই। ইয়াক যেতিয়াই প্ৰয়োজন বুলি ভবা হয় তেতিয়াই উদ্‌যাপন কৰা হয়।

ওপৰৰ আলোচনাৰ পৰা এটা কথা স্পষ্ট যে দৌদিনী অবিহনে খেৰাই পূজা বা উৎসৱ অনুষ্ঠিত কৰা সম্ভৱ নহয়। দেখা গৈছে বিশ্বৰ বিভিন্ন ধৰ্মাৱলম্বী ভক্তসকলে সৃষ্টিকৰ্তা ঈশ্বৰৰ আশীৰ্বাদ লাভ কৰিবলৈ ঐশ্বৰিক শক্তিসম্পন্ন বুলি ভবা কোনো মহান এজনৰ জৰিয়তেহে প্ৰাৰ্থনা কৰা দেখা যায়। কাৰণ ঈশ্বৰ যিহেতুকে নিৰাকাৰ, নিৰঞ্জন, অনাদি, অনন্ত আৰু জন্ম-মৃত্যুৰহিত আৰু সৰ্বব্যাপ্ত সৰ্বশক্তিমান সেয়েহে কোনো ঐশ্বৰিক শক্তি সম্পন্ন অতি মানৱৰ মাধ্যমেৰেহে ঈশ্বৰক লাভ কৰিব পৰা যায় বুলি পৰম বিশ্বাস কৰে। এই ধ্যান-ধাৰণাৰ আধা ৰাষ্টাতেই হিন্দুসকলে কৃষ্ণক, খৃষ্টানসকলে যীশুখৃষ্টক, বৌদ্ধসকলে বুদ্ধক, ইছলামধৰ্মীসকলে হজৰত মহম্মদক, জৈনসকলে মহাবীৰক আৰাধনা কৰি ঈশ্বৰক লাভ কৰিবলৈ প্ৰয়াস কৰে। সেইদৰে বাথৌ ধৰ্মাৱলম্বী বড়োসকলেও খেৰাই উৎসৱ উদ্‌যাপন কৰি দৌদিনীৰ মাধ্যমেৰে বীৰাই বাথৌক লাভ কৰিবলৈ প্ৰয়াস কৰে। তাৰ ফল স্বৰূপে 'বাথৌ উৎসৱ' আৰু বাথৌ ধৰ্মৰ উৎপত্তি। সেই কাৰণে বীৰাই বাথৌৰ লগত খেৰাই পূজাৰ ওতঃপ্ৰোতভাৱে জড়িত আছে। এক কথাত বাথৌৰ লগত খেৰাই পূজাৰ সম্বন্ধ মুদ্ৰাৰ ইপিঠি সিপিঠিৰ নিচিনা।

(১) প্ৰবন্ধটো যুগুত কৰোঁতে ডঃ কামেশ্বৰ ব্ৰহ্মাই ২০০৫ চনৰ ৫ ফেব্ৰুৱাৰী তাৰিখে প্ৰতিদিন কাকতৰ শনিবৰীয়া এনাজৰীত লিখা বড়োৰ খেৰাই উৎসৱ আৰু

(২) শংকৰ দাসৰ দ্বাৰা ১ম বছৰ ৩য় সংখ্যা তিনিমহীয়া এপ্ৰিল ২০০৬ সম্পাদিত 'পদশিলা' আলোচনীত ডাঃ লীলাধৰ ব্ৰহ্মাই লিখা "বড়োসকলৰ জাতীয় উৎসৱ" নামৰ প্ৰবন্ধৰ সহায় লোৱা হৈছে।

*শ্ৰীবসুমতাৰী অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্য আৰু এগৰাকী চিন্তাশীল লেখক।*

# পাহাৰৰ তিৱা সকলৰ সমাজ আৰু সংস্কৃতি

*— মহেশ্বৰ পাতৰ*

অসমৰ আদিম জনগোষ্ঠীসমূহৰ ভিতৰত তিৱা সকলো অন্যতম। এওঁলোক অসমৰ কেইখনমান জিলাত বিশেষকৈ মৰিগাঁও, নগাঁও, কামৰূপ, কাৰবি আংলং, ধেমাজি আৰু শদিয়াত কিছু পৰিমানে বসবাস কৰে। ইয়াৰ উপৰিও মেঘালয় ৰাজ্যৰ ৰিভয় জিলাতো এওঁলোকৰ বসতি দেখা যায়। ভৈয়ামৰ জিলা কেইখনত বসবাস কৰা তিৱাখিনিৰ নিজস্ব ভাষা কৃষ্টি-সংস্কৃতি মিশ্ৰিত সংস্কৃতিৰ প্ৰভাৱত পৰি বৰ্তমান বিলুপ্তিৰ পথত।

কিন্তু পাহাৰত বসবাস কৰা অৰ্থাৎ পশ্চিম কাৰবি আংলং জিলাৰ আমৰি আৰু দ্বাৰ আমলা মৌজাৰ সহজ সৰল তিৱা মানুহখিনিয়ে তেওঁলোকৰ ভাষা-সংস্কৃতি বৰ্ত্তমানৰ অপসংস্কৃতি প্ৰভাৱ স্বত্বেও জীয়াই ৰাখিবলৈ সক্ষম হৈছে। অঞ্চলটোত বসবাস কৰা তিৱা মানুহখিনিৰ ধৰ্মীয় আচাৰ অনুষ্ঠান, সমাজ ব্যৱস্থাও সংস্কৃতিক পৰম্পৰা ভৈয়ামৰ তিৱাখিনিৰ পৰা সম্পূৰ্ণ পৃথক। কিন্তু পৰিতাপৰ বিষয় যে অঞ্চলটোত সিঁচৰতি হৈ থকা ঐতিহাসিক ও সাংস্কৃতিক সমলবোৰ উপযুক্ত চৰ্চা বা গৱেষণাৰ অভাৱত বৰ্ত্তমানো এলাগী হৈ আছে। তাৰোপৰি বিভিন্ন ধৰনৰ লোক সাহিত্য যেনে- পৌৰাণিক আখ্যান, সাধুকথা, গীত-মাত, ফকৰা যোজনা, সাঁথৰ আদি সময়ৰ আচুৰ খাই হেৰাই যাবৰ উপক্ৰম হৈছে।

পাহাৰত বসবাস কৰা তিৱা মানুহখিনিক কেইবাটাও ফৈদত ভগাব পৰা যায়। তাৰে ভিতৰত প্ৰধানকৈ আমচাই, মাৰ্জং, লুম্ফুই, ৰংখাই, আমনি, আমখা, আমৰি, মায়ং, মাগ্ৰ' ইত্যাদি। কথিত ভাষাৰ ক্ষেত্ৰত কিছু ধ্বনিগত পাৰ্থক্য আছে যদিও তেওঁলোকৰ সমাজ সংস্কৃতি ও ধৰ্মীয় আচাৰ অনুষ্ঠান প্ৰায় একে বুলিব পৰা যায়। কেৱল ফৈদ অনুসৰি লোক উৎসৱবোৰৰ সামান্য পাৰ্থক্য দেখা যায়। প্ৰতিটো ফৈদৰে সমাজখন নিয়াৰিকৈ চলাই নিবৰ বাবে জেষ্ঠ সকলৰ মাজৰ পৰা লৰ, দলৈ, চাওদ, মাজি, হাদাৰী, ফাদৰ কাৰিখা, দেউৰী আদি নিয়োগ কৰি লয়। পদ অনুসৰি প্ৰত্যেকৰে দায়িত্ব বিতৰণ কৰা থাকে। গণতান্ত্ৰিকভাবে এওঁলোকক নিৰ্দিষ্ট সময়ৰ বাবে সমাজে নিয়োগ কৰি লয়। এওঁলোকে সমাজ খনৰ ধৰ্মীয় আচাৰ অনুষ্ঠানৰ পৰা ধৰি উৎসৱ পাৰ্বন ও অন্যান্য বিষয় সমূহ নিস্পত্তি কৰে। গতিকে সমাজখনত এওঁলোকৰ গুৰুত্ব কোনো গুণে কম নহয়।

এওঁলোকৰ উপৰিও পাঠাই সকলক লৈ "পাঠাই খেল" নামাকৰণেৰে আৰু এখন সমিতি থাকে। এওঁলোকক কমেও দহ বছৰৰ বাবে নিয়োগ কৰা হয়। পাঠাইখেলৰ মূল বিষয়ববীয়া সকল হ'ল ক্ৰমে চাংদলৈ, চাংমাজি, সুৰুমা, খুৰামূল, খুৰাচা আৰু মুন্সিপ। তিৱাসকলৰ প্ৰধান সামাজিক ও সাংস্কৃতিক অনুষ্ঠান চামাদি এওঁলোকৰ তত্বাবধানত পৰিচালিত হয়। মুঠৰ ওপৰত বুঢ়াখেল অৰ্থাৎ লৰ' দলৈ, চাঙদ, মাজি, ফাদৰ, বাৰিখা, হাদাৰী দেউৰী আদি বিষয়া সকলৰ তত্বাবধানত আৰু পাঠাইখেলৰ সদস্য সকলৰ নেতৃত্বত গাঁওখনত অনুষ্ঠিত সকলো পূজা উৎসৱ আদি পৰিচালিত হয়। মুঠৰ ওপৰত উভয় পক্ষৰ সক্ৰিয় ভূমিকাৰ ওপৰত নিৰ্ভৰ কৰি গাঁও বা সমাজখন বৰ্ত্তি থাকে।

## চামাদি ঃ

পাহাৰত বসবাস কৰা তিৱা সমাজত চামাদি অবিচ্ছেদ্য ধৰ্মীয় সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠান হিচাপে পৰিগনিত হৈ আহিছে। চামাদি অবিহনে এখন তিৱা গাঁৱৰ অস্তিত্ব কল্পনা কৰিব নোৱাৰি। এই চামাদিও তিৱা পাঠাই সকলে জেষ্ঠ সকলৰ পৰা সংগীত, নৃত্য, বাদ্য, হস্তশিল্প আদি শিক্ষাৰ পাঠ লয় আৰু সামাজিক আচৰণবোধ সম্পৰ্কে জ্ঞান আহৰণ কৰি গাঁও তথা সমাজৰ এজন সুসংগঠক হ্বলৈ চেষ্টাৰ ক্ৰুটি নকৰে। সাধাৰনতে গাঁওখনৰ ঠিক মধ্যস্থলত চামাদি নিৰ্মান কৰে। চামাদি চোৱা চিতা কৰিবৰ নিৰ্মিত্তে এখন পৰিচালনা সমিতি থাকে। যাক তিৱা ভাষাত "পাঠাইখেল" বুলি কোৱা হয়। আগতে উল্লেখ কৰাৰ দৰে পাঠাইখেলৰ সদস্য সকল হ'ল ক্ৰমে চাংদলৈ, চাংমাজি, সুৰুমা, খুৰামুল, খুৰাচা আৰু মুন্সিপ; চাংদলৈ, চাংমাজি আৰু সুৰুমা এই তিনিজন হ'ল চামাদিৰ মূল চিৰয়া। এওঁলোকৰ নামতে চামাদিৰ মুধচুৰ লগত সংলগ্ন মূল খুটা তিনিটা নামাকৰন কৰা হয়। এই খুটা তিনিটাক "থমখুন্দা" নামেৰে সুকীয়া নামাকৰন কৰা হয়। "খুৰা মুল" খুৰাচাৰ পৰা পদোন্নতি হৈ চামাদিৰ সৈতে জড়িত বিষয় সমূহৰ মূল পৰামৰ্শদাতা হিচাপে থাকে। খুৰাচা কেইবা গৰাকীও থাকে। এওঁলোকৰ মূল কাম হ'ল চামাদিৰ প্ৰয়োজনীয় খাৰি পানী যোগান দিয়াৰ উপৰিও জেষ্ঠ পদবীত থকা সকলক নিশা চামাদিত শোৱা সময়ত পৰিচৰ্যা কৰা আৰু পাঠাইখেলৰ সৈতে জড়িত যিকোনো অনুষ্ঠানত সেৱা শুশ্ৰুষা কৰা। উল্লেখযোগ্য যে চামাদিত মহিলাৰ প্ৰবেশ নিষিদ্ধ। সেইকাৰনে চামাদিৰ চ'তিত মাতৃদুগ্ধ প্ৰতীক হিচাপে অংকন কৰি ৰখা হয়।

## চামাদি নিৰ্মান ঃ

পাঠাইখেলৰ তত্বাবধানত সামৰ্থ্য অনুসৰি প্ৰতি দহ বা বাৰ বছৰৰ মূৰত ঠিক বানচ্যুৱা বা খেল চাৱা উৎসব অনুষ্ঠিত হোৱা বছৰত বা এবছৰ আগত পুৰনা চামাদি ভাঙি দি নতুনকৈ নিৰ্মান কৰে। আকৌ পাঁচ বা ছয় বছৰৰ মুৰত সেই একে উৎসৱৰ সময়ত নতুন খেৰৰ চাৱনি দি মেৰামতি কৰা হয়। নিৰ্মাণৰ যাৱতীয় খৰচ পাঠাইখেলে

বহন কৰিব লাগে। চাংদলৈ, চাংমাজি আৰু সুৰুমাৰ নামত নামকৰণ কৰা মূল খুঁটা তিনিটা কাটিবলৈ যাওঁতে কিছু নিয়ম পালন কৰা হয়। উক্ত খুটা কেইটাৰ বাবে পাষ্ঠাইখেলৰ সদস্যই আগতীয়াকৈ গছ কেইডাল চাই আহিব লাগে। এটি শুভ দিন বিশেষকৈ বুধবাৰৰ দিনটোত চাংদলৈ, চাংমাজি, সুৰুমা প্ৰমুখ্যে গাঁওখনৰ সকলো ডেকা বুঢ়া লগ লাগি জু' লাউ (মদৰ লাউ) লৈ নিৰ্বাচিত গছজোপাৰ গুৰিত পাঁচ খিলা বাঁহ পাতৰ ওপৰত মদ ঢালি বিৰিখ দেৱতাৰ নামত উছৰ্গা কৰে। যাতে গছডাল চামাদিৰ "থম খুন্দা" হিচাপে কাটি আনিলে বিৰিখ দেৱতাই কোনো দায়দোষ নধৰে। উছৰ্গা পৰ্ব. শেষ হোৱাৰ পিছত উক্ত গছ তিনিডালৰ গুৰিত চাংদলৈ, চাংমাজি, সুৰুমাক কুঠাৰেৰে ঘাপ দিব দিয়ে। ঘাপ দিয়াৰ পিছত গছজোপাৰ পৰা কিবা শব্দ হব পাৰে বুলি ভালকৈ কাণ পাতি উমান লয়। যদি কিবা শব্দ শুনা যায় তেন্তে চাংদলৈ চাংমাজি আৰু সুৰুমাৰ কিবা লেঠা থাকিব পাৰে বুলি চোৱা-চিতা কৰিবলৈ পৰামৰ্শ দিয়ে। ইয়াৰ পিছতেই বাকী মানুহে গছজোপা কাটি বগৰাই জোখ-মাখ কৰি চামাদি নিৰ্মাণ স্থলীলৈ সকলো ৰাইজে টানি আনে। উক্ত "থুমখুন্দা" তিনিডাল নিৰ্মান স্থলী পোৱাৰ পিছত নিৰ্বাচিত "খুন্দাৰ খেল" (বাঢ়ৈ-খনিকৰ) কেইজনে চ'তিৰ পৰা মুধছৰ সংলগ্ন অংশত কলহৰ আকৃতিত জাতীয় চানেকীযুক্ত ফুলেৰে খোদিত কৰি ৰং বুলোৱা হয়। উক্ত থুমখুন্দা কেইটা খোদিত হোৱাৰ পিছত বুধবাৰৰ দিনা চামাদি নিৰ্মান স্থানত স্থাপন কৰা হয়। এনেদৰে স্থাপন হোৱাৰ পিছত বাকী খুঁটা বোৰকো স্থাপন কৰি দুই তিনি সপ্তাহৰ ভিতৰত চামাদি নিৰ্মানৰ কাম সম্পূৰ্ণ কৰে।

### চাংতুৱা (চামাদিৰ উদ্বোধন) ঃ

চামাদিৰ নিৰ্মান কাৰ্য শেষ হোৱাৰ এসপ্তাহৰ পিছত দেওবাৰৰ দিনাখন "চাং তুৱা" অনুষ্ঠানৰ আয়োজন কৰা হয়। এই দিনাখন চামাদিৰ চালৰ ভিতৰত আম আৰু বনমলা গছৰ ডাল পাত গুজি ভিতৰখন উপচাই দিয়া হয়। লগতে পানী মিহলি পিঠাগুড়ি চামাদিৰ ভিতৰে বাহিৰে ছটিয়াই দিয়া হয়। থুম খুন্দাৰ গুৰিত লাম্ফাৰজাৰ নামত উছৰ্গা কৰিবৰ বাবে চাংদলৈ, চাংমাজি আৰু সুৰুমাৰ ঘৰৰ পৰা একোটাকৈ কুকুৰা চৰাই আৰু এদোণ খুন্দা পিঠাগুৰি আগবঢ়াব লাগে। উদ্বোধনীৰ দিনা গোটেই দিনটো আৰু ৰাতিটো খ্ৰাম-পাংচিৰ ছেৱে ছেৱে তখ্ৰাপালা, পেৰেপালা (ভেকুলী নৃত্য), মঠাল পালা (কেৰ্কেটুৱা নৃত্য) নৃত্য পৰিবেশন কৰি আনন্দ প্ৰকাশ কৰে। মাজ নিশা ঠিক বাৰ (১২) মান বজাত থুমখুন্দা তিনিটাৰ গুৰিত নভাত, মদ, পিঠাগুৰিৰে সিজোৱা কুকুৰা চৰাইৰ মাংস উছৰ্গা কৰা হয়। উছৰ্গা পৰ্ব চলি থকা সময়ত লাম্ফাৰজাই উছৰ্গিত নৈবেদ্য গ্ৰহন কৰিব আহে বুলি তেওঁলোকে বিশ্বাস কৰে। গতিকে সেই সময়ত কোনো লোকে সাৰ-সুৰ নোহোৱাকৈ মনে মনে থাকিব লাগে। এনেদৰে চামাদিৰ চাংতুৱা অনুষ্ঠানৰ সামৰণি পৰে। এই থিনিতে চামাদি নিৰ্মানৰ সৈতে জড়িত এটি জনবিশ্বাস উল্লেখ কৰিব বিচাৰিছো। মানুহে চামাদি

নির্মান নকৰাৰ আগতে দেৱতা সকলে দেৱলোকত চামাদি নির্মান তথা পৰিচালনা কৰিছিল। সেই সময়ত চামাদিৰ পদবীত চাংদলৈ হিচাপে খাট্ বৰয়, পদল মাজি, চাংমাজি, সুৰুমা পদত বালাখণ্ডৰ আৰু খুৰামূল হিচাপে পায়ুৰাজা অর্থাৎ বৰুন দেৱতা আছিল। পায়ুৰাজা খুৰা মুল হিচাপে থকা হেতুকে যিমানবাৰ চামাদি নির্মান কৰে সিমানবাৰ বতাহে উৰুৱাই নিছিল। প্রতিবাৰে চামাদি উৰাই নিয়া হেতুকে তেওঁলোক হতাশ হৈ পৰিছিল। হঠাৎ তেওঁলোকৰ মাজত এজনৰ উপস্থিত বুদ্ধি খেলালে। চাৰি পাঁচ পাবযুক্ত "লাংঠাই চুঙা" (বাহঁৰ চুঙা)ৰ গাঁঠিত ফুটা কৰি বৰুন দেৱতাক জুৰিত পানী আনিবলৈ পঠালে। বৰুন দেৱতাই যিমানে পানী ভৰাই আছে সিমানে গাঁঠিৰ ফুটাইদি পানী সৰকি গৈ আছে। ঠিক সেই সময়তে বাকী দেৱতাসকলে চামাদি নির্মান কৰি সম্পূর্ণ কৰিলে। পিছত বৰুন দেৱতাই নিৰীক্ষন কৰি গম পালে যে চুঙাটো ফুটা। চুঙাটোৰ মাজেদি উৰি অহা এটা চৰাই সৰকি ওলাই গৈছিল। এয়া বাকী দেবতা সকলৰ চক্রান্ত বুলি গম পাই উগ্রমুর্ত্তি হৈ আহি চামাদি উৰাই নিবলৈ চেষ্টা কৰিলে। চামাদিক পায়ুৰাজাই উৰুৱাই পঠাব নোৱাৰিলেও চামাদিৰ এটা কোণ বেকা হৈ থাকিল। বৰুন দেৱতাৰ সেই উগ্ৰৰূপৰ কাৰণেই সঠিক জোখত নির্মান কৰিলেও চামাদিৰ এটা কোন বেকা হৈ থাকে বুলি তিৱা সমাজত জন বিশ্বাস আছে।

মুলতঃ চামাদি পাহাৰৰ তিৱা সকলৰ জনজীৱনৰ সৈতে সম্পর্ক থকা এক অবিচ্ছেদ্য সামাজিক তথা সাংস্কৃতিক অনুষ্ঠান। কিন্তু বর্ত্তমানৰ অপসংস্কৃতিৰ আগ্রাসনে চামাদিৰ আস্তিত্ব আৰু কিমানদিনলৈ বৰ্ত্তাই ৰাখিব পাৰিব সেই বিষয়ে সংশয় বোধ হয়। কিছু কিছু তিৱা গাঁৱৰ উৰঁলি যোৱা চামাদিৰ ৰূপ দেখিলে সচাঁকৈ দুখ লাগে। তদুপৰি দুই এখন তিৱা গাঁৱত চৰকাৰৰ সাহায্য প্রাপ্ত কংক্রিটেৰে নির্মান কৰা চামাদিয়ে পৰম্পৰাগত ভাবে নির্মান কৰা চামাদিৰ গুৰুত্ব যথেষ্ট হ্রাস কৰাযেন লাগে। তথাপি সংস্কৃতি সচেতন তিৱা ৰাইজে এই হেন মহান মর্য্যদাপূর্ণ অনুষ্ঠানটোক বিলুপ্তিৰ পৰা ৰক্ষা কৰিব বুলি আমি আশাবাদী।

## ধৰ্মীয় আচাৰ অনুষ্ঠান ঃ

পাহাৰত বসবাস কৰা তিৱাসকলে মুর্ত্তি পূজা পালন নকৰে। ইয়াৰ সলনি তেওঁলোকে যিটো এলেকাত গাঁও পাতে সেই এলেকাৰ বিভিন্ন থান থলি, পাহাৰ পৰ্ব্বত, বিল, খাল, নদ-নদী আদিক বছৰেকৰ নির্দিষ্ট সময়ত ৰাজহুৱাকৈ বিভিন্ন মাৰিমৰক অপায় অমঙ্গলৰ পৰা পৰিত্রান পাবৰ নিমিত্তে ছাগলী, গাহৰি, কুকুৰা আদিৰে বলি বিধান দি পূজা কৰে। উক্ত নদ-নদী, পাহাৰ পৰ্ব্বত, বিল খাল, থান থলি আদি একো একোটা দেৱদেৱীৰ অধীনত থাকে বুলি তেওঁলোকৰ জনবিশ্বাস। সময়মতে বলি বিধান নেপালে কেতিয়াবা হাবিয়ে জঙ্গলে বা পাহাৰে পর্বতে ঘুৰি ফুৰোতে বিভিন্ন বাধা বিঘিনী বা গাঁও বা সমাজখনত মাৰি মৰক জাপি দিব পাৰে বুলি তেওঁলোকে ভাবে। ফৈদ অনুসৰি মূল

উপাস্য দেৱতাৰ পাৰ্থক্য দেখা যায়। আমচাই ফৈদৰ মূল উপাস্য দেৱতাবোৰ হ'ল মৰামুছি, বালা খণ্ডৱ, হুলাউমা, পদলমাজি, মাহাদেউ, খাটবৰয়, হাট চ্যানা ইত্যাদি। ঠিক সেইদৰে মাৰ্জং ফৈদে মানি অহা দেৱতাবোৰ হ'ল- বালাখণ্ডৱ, পদল মাজি, মাছুলাং মাফি, ছাৱৰি পৰয়ু, জমফ্রেং, চাৰিবাই আঠাৰ বামন, পছমদা, ছাত পানি, মুছুৰা টন্দৰা, চাৰিভাই জৰাই খেল ইত্যাদি। ঠিক সেইদৰে আমচৈ অঞ্চলৰ মাৰ্জুং গাঁও ৰাইজে এলেকাটোত মানি অহা দেৱতাবোৰ হ'ল- জগত দ্ৰাই, জগতসিং, মালসিং, তলসিং, মনিৰায় মণিখণ্ডৱ, অলনা, চলনা ৰাংখা-জাংখা, খৰয়া যাদু, খামাৰ ছাল বুৰা, থান্দি বুৰা, চিকামা বুৰা, চাগুলী বুৰা, বৰজাফা, সুৰু জাপা, বৰ তফানী, সুৰু তফানি, খাৱাপাৰ বুৰা, বুৰা ৰামছা বুৰা ইত্যাদি। উক্ত দেৱতা বোৰৰ পৰা নিৰ্দিষ্ট এটাক মূল দেৱতা হিচাপে মানি ছাগলী এটা লগতে এজোৰ কুকুৰা বলি দিয়ে আৰু বাকীবোৰ দেৱতাক অকল এজোৰকৈ কুকুৰা বলি দি গাঁওখন মাৰিমৰক, অপায় অমঙ্গলৰ পৰা পৰিত্ৰান বিচাৰি আৰ্শীবাদ লয়। ঠিক সেইদৰে কুল অনুসৰি তিৱা সকলে বছৰটোৰ মূৰত পৰিয়ালটোৰ মঙ্গলাৰ্থে নিজ ইষ্ট দেৱতাক বছৰটোৰ মূৰত এবাৰ জেলা (পুৰুহিত)ৰ হতুৱাই বলি বিধানৰ জৰিয়তে পূজা উপাসনা কৰা নিয়ম। তাৰোপৰি উপৰিপুৰুষ সকলকো নভাত নমদ আগবঢ়াই আশীৰ্বাদ বিচাৰি স্মৰন কৰে। উল্লেখযোগ্য যে তিৱা সকলৰ প্ৰত্যেকটো কুলৰ উপাস্য দেৱতা বেলেগ বেলেগ থাকে। ন' বাৰৰ (বৰঘৰ) নমাজিত মুধছৰ সৈতে সংলগ্ন কৰি কুল অনুসৰি বনৰীয়া বাঁহ বা গমাৰি গছৰ খুঁটা পুতি ইষ্ট দেৱতাৰ প্ৰতীক হিচাপে স্থাপন কৰে। যাক তেওঁলোকে'খুন্দাফাং' বুলি অভিহিত কৰে। কেতিয়াবা গৃহস্থৰ অপায় অমঙ্গল হ'লে ইয়াত তুলসী পানী ছটিয়াই ধূনা জ্বলাই স্তুতি কৰি আশীৰ্বাদ বিচাৰে।

এইবোৰৰ উপৰিও তিৱা সকলৰ অন্যান্য কিছুমান জন বিশ্বাস আছে। পৰিয়ালটোৰ মৃত ব্যক্তি সকলে সময়মতে পূজা পাতল নেপালে গৃহস্থৰ গৰু গাই, গাহৰি, ছাগলী ও ঘৰৰ উপাৰ্জিত সামগ্ৰীবোৰ অনিষ্ট সাধন কৰে বুলি ভাবে। সেইকাৰণে বেজৰ হতুৱাই মৃত ব্যক্তি সকলৰ উদ্দেশ্যে কণী কাটি, কুকুৰা বলি দি পূজা আগবঢ়ালে তেওঁলোকে গৃহস্থৰ একো আমনি নকৰে বুলি বিশ্বাস কৰে। যাক তিৱাত 'খু' "তানা" অৰ্থাৎ মুখ কটা বুলি কয়।

গৃহস্থ ঘৰত মানুহৰ কুপদৃষ্টি পৰিলে ঘৰৰ মূধছুত মাত দিলে নাইবা বেমাৰ আজাৰ মাৰি মৰক বেছি হলে "সান" লগা বুলি তেওঁলোকে ভাবে। এনেদৰে 'সান' লাগিলে গৃহস্থই এযোৰ ৰঙা-ৰাঙী কুকুৰা চৰাই পৰিয়ালটোৰ প্ৰতিজন সদস্যৰ নামত কণী কাটি পূজা কৰি 'সাণ' মুক্ত কৰা নিয়ম। ঠিক সেইদৰে গছৰ পৰা মানুহ পৰি আহত বা নিহত হলে নাইবা জীৱজন্তুৰ আক্ৰমনত মৃত্যু হলে মনছ লগা বুলি বিশ্বাস কৰে। বেজৰ জৰিয়তে পূজা কৰি শুচি কৰিলে মনছ মুক্ত হয় বুলি তেওঁলোকৰ ধাৰনা। কাৰোবাৰ ঘৰত জুই লগা দেখি আহিলেও তাৰ প্ৰভাব গাঁওখনত পৰিব বুলি ভাবি

জুৰিৰ পাৰত কণী কাটি শুচি কৰা নিয়ম তিৱা সমাজত আছে। যাক তেওঁলোকে 'পৰ্নাই' লগা বুলি কয়। এইবোৰৰ উপৰিও তিৱাসকলে জৰাফুকা তন্ত্ৰ মন্ত্ৰক গভীৰ ভাবে বিশ্বাস কৰে। যাৰ কাৰণে তেওঁলোকে পৰিয়ালটোৰ যিকোনো এজন সদস্যক ভাল বেজৰ ওচৰত মন্ত্ৰ শিকিবলৈ পঠাইদিয়ে। যাতে অইন বেজে তেওঁলোকৰ পৰিয়ালত কোনো ধৰণৰ অনিষ্ট কৰিব নোৱাৰে।

## কৃষি ব্যৱস্থা ঃ

তিৱা সকল মূলতঃ কৃষিজীবি। বৰ্ত্তমান প্ৰযুক্তি বিদ্যাৰ যুগতো তেওঁলোকে পুৰণিকলীয়া পদ্ধতিৰে খেতি কৰি থকা দেখা যায়। এওঁলোকে সাধাৰণতে দুটা পদ্ধতিত খেতি কৰে। পথাৰ খেতি আৰু আৰ খেতি। পথাৰত এওঁলোকে খৰাং দিনত আগতিয়াকৈ কোৰ মাৰি ৰাখে আৰু ঠিক বাৰিষা অহাৰ লগে লগে পানী ভৰাই পুনৰ কোৰ মাৰি ছাহ কৰি ভৰিৰে গছকি নাইবা এজাক মহেৰে গছকাই মাটি বোকা কৰি শালি ধানৰ খেতি কৰে।

আৰ খেতিত তেওঁলোকে খৰাং দিনত পাহাৰৰ জংঘল কাটি জুই লগাই চাফা কৰি আগতিয়াকৈ কোৰ মাৰি ৰাখে। বাৰিষা নিৰ্দিষ্ট সময়ত কোৰেৰে মাটি চহাই ধানৰ বীঁজৰ লগতে তিল মাকৈ আদিও সিঁচে। তিল, মাকৈ ধানৰ উপৰিও তেওঁলোকে আৰত জলকীয়া, আদা, হালধি, ৰঙা লাউ, কচু, কোমোৰা আদি খেতি কৰে। উৎপাদিত এই সামগ্ৰীবোৰ বজাৰত বিক্ৰী কৰি দৈনন্দিন প্ৰয়োজনীয় তেল নিমখৰ খৰচ উলিয়াই লয়। অৱশ্যে আজিকালি তেওঁলোকে ব্যৱসায়িক ভিত্তিত আদা, হালধী, ফুলঝাড়ু, বাঁহ খেতি কৰি আৰ্থিকভাবে যথেষ্ট স্বচ্ছল হোৱা দেখা গৈছে।

## লোক উৎসৱ ঃ

পাহাৰৰ তিৱা সকল সচাঁকৈ উৎসৱপ্ৰিয়। বছৰটোৰ ভিন ভিন সময়ত বিভিন্ন ধৰণৰ উৎসৱ তেওঁলোকে পালন কৰে। তেওঁলোকে পালন কৰা এই উৎসৱবোৰ, মুলতঃ কৃষি কেন্দ্ৰিক। উৎসৱ সমূহৰ সৈতে জড়িত লোক কাহিনীবোৰ অধ্যয়ন কৰিলেই কথাটো স্পষ্ট হৈ পৰে। ফাগুণ চ'ত মাহত আমচাই, মাৰ্জং, আমাখা, লুম্ফুই, আমাৰি ফৈদৰ মাজত 'ছগ্ৰা' নামৰ বসন্ত উৎসৱ অনুষ্ঠিত হয়। প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে আহাৰ শাওণ মাহত আমাখা ফৈদৰ বিভিন্ন গাঁওবোৰত সম্বন্ধয়মূলক ও জনপ্ৰিয় "বানছুৱা" উদসৱ উৎযাপন কৰে। মাগ্ৰ আম্‌নি আৰু ৰংখাই ফৈদৰ মাজত প্ৰতি পাঁচবছৰৰ মূৰে মূৰে ব'হাগ মাহত খেলছাৱা উৎসৱ পালন কৰে। ঠিক সেইদৰে আমচাই, মাৰ্জং, ৰংখাই, মাগ্ৰ ফৈদে লখিমী আদৰা "যাংলি" উৎসৱ চ'ত, বহাগ মাহত পালন কৰে। এইবোৰৰ উপৰিও পাঠাই লাঙা, ফুজা, মুইনাৰি কাষ্ঠি মিছাৱা উৎসৱ বছৰটোৰ বিভিন্ন সময়ত উদযাপন কৰি আনন্দ উল্লাস কৰে।

**বাদ্যযন্ত্ৰ ঃ**

পাহাৰৰ তিৱা সকল যিহেতু সংগীত প্ৰিয়; গতিকে সংগীতৰ সৈতে বাদ্য যন্ত্ৰ জড়িত হৈ আছে। তেওঁলোকে লোক উৎসৱ সমূহত বিভিন্ন ধৰনৰ বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰে। ছ'গ্ৰা মিছাৱা উৎসৱত ফৈদ অনুযায়ী খ্ৰাম লুডাং (দীঘল ঢোল) আৰু খ্ৰাম খুজুৰা (চুটি ঢোল) থুৰাং আৰু পাংচি ব্যবহাৰ কৰে। বানছুৱা উৎসৱত খ্ৰাম লুডাং, খ্ৰাম পাণ্ঠাই আৰু পাংচি ব্যৱহাৰ কৰে। ঠিক সেইদৰে ফুজা মিছাৱাত খ্ৰাম খুজুৰা, থুৰাং আৰু পাংচি ব্যৱহাৰ কৰে। আনহাতে মুইনাৰি কাণ্ঠি মিছাৱত তুমডিং, তগৰ, মুছুৰি নামৰ বিশেষ বাদ্য যন্ত্ৰ আৰু পাংচি ব্যৱহাৰ কৰে। অন্যান্য আজৰি সময়ত চামাদিত পাণ্ঠাই সকলে ঠগাৰি বজাই গীত গাই মনৰ ভালপোৱাজনীক সোঁৱৰে। 'ছাৰাংকাট' চেতাৰ জাতীয় বাদ্যযন্ত্ৰ। এইবিধ বাদ্য যন্ত্ৰ চামাদিত নবজাই ঘৰত বা বাহিৰত বজায়। পাৰ্বতীৰ যোনি বুলি লোক বিশ্বাস থকা হেতুকে চামাদিত বজোৱা নিষিদ্ধ।

**সাজ পাৰ ঃ**

তিৱা মহিলা সকলে নিজে ঘৰত এড়ি পুহি, কপাহ খেতি কৰি তাৰে সূতা কটি প্ৰাকৃতিক ভাবে ৰং বুলাই নিজৰ বাবে কাছং, ফাছকাই, নাৰা, থেনাছ, আৰু পুৰুষৰ বাবে তাগ্‌লা, ঠানা, ফালিছা, ফাগা, ঠঙালী আদি বৈ দিয়ে। এওঁলোক প্ৰকৃতি প্ৰদত্ত বিভিন্ন ৰং বিৰঙৰ প্ৰতি আকৰ্ষিত হেতুকে বিশেষকৈ সেউজীয়া, নীলা, হালধীয়া আদি ৰঙৰ কাপোৰ পৰিধান কৰি ভাল পায়। লগতে বিভিন্ন বনৰীয় ফুল জীৱ-জন্তু যেনে- থুই পাৰ, অৰাউ পাৰ, লাউ কুঠি, হিংৰু লাই, চ্যাম্‌ফুই য়াছি, মিৰ ছৎগৰ,থাংৰি ম', ছিংগং, হাদী পিছা, মুইকুৰি, মুইজালি, কিলা লেংগাই আদি বিভিন্ন ফুলৰ চানেকী কাপোৰত উঠাই শিল্পী প্ৰতিভাৰ পৰিচয় দিয়ে। অৱশ্যে আজিকালি তিৱা মহিলা সকলে নিজে সূতা কাটি ৰংবুলাই কাপোৰ বোৱাৰ সলনি সহজলভ্য বজাৰৰ সূতাৰে নিজৰ প্ৰয়োজনীয় কাপোৰ ববলৈ লৈছে।

**অলংকাৰ ঃ**

তিৱা পুৰুষ মহিলা সকলে সাধাৰনতে সোণ, ৰূপ আৰু মণি মুক্তাৰ স্বকীয় অলংকাৰ বিশেষকৈ লোক উৎসৱৰ সময়ত পৰিধান কৰা দেখা যায়। উক্ত সময়ত পৰিধান নকৰিলে অলংকাৰবোৰে দুখ পাই বুলি তেওঁলোকৰ বিশ্বাস। অৱশ্যে সাধাৰণ বিধৰ অলংকাৰ বোৰ যিকোনো সময়ত পিন্ধিব পাৰে। তিৱা পুৰুষ সকলে উৎসৱৰ সময়ত পৰিধান কৰা জাতীয় অলংকাৰ বোৰ হ'ল- ছেদাৰ ল', ছিংলী ল', খৰয়া, য়াছতাম, তাম বা ৰূপৰ খাৰু ইত্যাদি। আনহাতে মহিলাই পিন্ধা অলংকাৰবোৰ হ'ল

ক্ৰমে- ছেদাৰ ল', ছিংলী ল', ল'কজা, ল' ঠাৰ, বনমলা, ল' কজা খাৰয়া, টেংখ্যা ল', খ্ৰাম্ ল' ফাদালি ল', ল' খুজুৰা আৰু কাণত খাইদং পাৰ' পিন্ধে।

## বিবাহ ঃ

পাহাৰৰ তিৱা সকল সাধাৰনতে মাতৃ প্ৰধান। সেইকাৰণে ল'ৰাই ঘৰলৈ ছোৱালী বিয়া কৰি নানি ছোৱালীয়েহে ল'ৰাক ঘৰ-জোঁৱাই চপোৱা নিয়ম। মাক-বাপেকে ল'ৰাৰ বাবে ছোৱালী বা ছোৱালীৰ বাবে ল'ৰা চাই দিয়া নিয়ম নাই বুলিব পাৰি। ল'ৰা বা ছোৱালীৰ সিদ্ধান্তই চুড়ান্ত বুলি বিবেচনা কৰে। কিন্তু একেটা কুলৰ হলে অবৈধ বুলি ধৰা হয় আৰু তাৰ বাবে গুৰু দণ্ড দিয়াৰ উপৰিও সমাজচ্যুত পৰ্যন্ত কৰে। সেইকাৰণে প্ৰথমে ল'ৰা ছোৱালী উভয়ে প্ৰথম পৰিচয় মুহূৰ্তত কুল সুধিহে প্ৰেমত আগবাঢ়ে। তলত তিৱাসকলৰ কিছুমান কুল উল্লেখ কৰা হ'ল-

(১) পুমা, ফাম্জাং আৰু মছৰং এই কেইটা কুলৰ মাজত বিয়া হলে অবৈধ বুলি ধৰা হয়। ঠিক সেইদৰে (২) আমাছি, আমছুং, আমফি আৰু খামলি (৩) খলাৰ, মাদাৰ, পুৰু, মাদুৰ, লাডুৰ, মিথি আৰু লুম্ফুই (৪) মাছলাই, ছাগ্ৰা, ডামলং আৰু আগাৰি (৫) খৰাই, মালাং, মেলাং, মুণি আৰু হুকাই (৬) ডাৰফাং, ডিলাৰ আৰু চমছল ইত্যাদি।

## খাদ্যাভাস ঃ

ভাত তিৱা সকলৰ প্ৰধান খাদ্য যদিও মাকৈ, কণী ধান আৰু অন্যান্য কিছুমান নিজে উৎপাদিত শস্য লঘূ আহাৰ হিচাপে ব্যৱহাৰ কৰে। তেওঁলোকে তেল মছলা ব্যৱহাৰ কৰাতকৈ যিকোনো শাক-পাচলি সিদ্ধ কৰি খাই বেছি আমেজ পায়। ঘৰুৱা ভাৱে উৎপাদিত বিভিন্ন শাক-পাচলিৰ উপৰিও ঔষধি গুন সম্পন্ন বন শাক তেওঁলোকৰ অতি প্ৰিয়। শুকান মাছ বাঁহৰ চুঙাত খুন্দি ৰাখি যিকোনো শাকৰ আঞ্জাত বিশেষকৈ কলা খাৰ দি সিজালে চুঙাৰ শুকান মাছ কিছু পৰিমানে দিলেহে আঞ্জাৰ সুকীয়া আমেজ পায়। বাঁহৰ গাজ, খৰিছা, শুকান নেষ্টা টেঙা, তিলৰ পাত আদি সংৰক্ষন কৰি ৰাখি খৰাংদিনত শাকৰ অভাৱৰ সময়ত সিজাই খাই তেওঁলোকে জুটি পায়। কলা খাৰ তেওঁলোকৰ মূৰৰ চুলি ধোৱাৰ পৰা ধৰি খাদ্য প্ৰস্তুত কৰালৈকে প্ৰয়োজন হয়। সেইকাৰণে আহিন কাতি মাহত পাহাৰৰ কুমলীয়া বাঁহবোৰ কাটি দম কৰি শুকুৱাই ৰাখে। মাঘ ফাগুন মাহত যেতিয়া সম্পূৰ্ণ শুকাব তেতিয়া আগদিনা জ্বলাই থৈ আহে। পিছদিনাখন পুৱাৰ ভাগত ছাইখিনি ঘৰলৈ আনি বছৰটো জোৰাকৈ খাছাত সুন্দৰকৈ ভৰাই ঘৰখনৰ নিৰ্দিষ্ট ঠাইত ৰাখি থয়। প্ৰয়োজন হ'লে তাৰে কিছু উলিয়াই পানী দি খাৰৰ চেকনিৰে চেকি যিকোনো পাত্ৰত ৰাখি থয়।

**হস্ত শিল্প ঃ**

তিৱা সকলে দৈনন্দিন ঘৰত প্ৰয়োজন হোৱা সামগ্ৰীবোৰ যেনে- ঢাৰি, ডলা, চালনি, পাচি, দোণ, খ', খছা, জাফা খ' (কাপোৰৰ জপা), মদ বিলোৱা পাত্ৰ অৰ্থাৎ দ্ৰাণ, চাগুনি (মদৰ চেকনি), তিলাউ খ্ৰেং (পানী কঢ়িওৱা খাছা), ৰামাথা, হাদা, ছ্যাৰু, ছ্যাম (উৰল) লম্ফৰ (উৰলমাৰি), টিংখী (চেকী) আদি প্ৰয়োজনীয় সামগ্ৰীবোৰ নিজে নিজে তৈয়াৰ কৰি লোৱাৰ উপৰিও বজাৰত বিক্ৰী কৰি দৈনন্দিন প্ৰয়োজনীয় ঘৰুৱা বস্তু বজাৰৰ পৰা কিনি নিয়ে।

এনেদৰে আলোচনা কৰিলে দেখা যায় যে পাহাৰীয়া তিৱাসকলৰ সমাজ ব্যৱস্থাত বিভিন্ন ধৰ্মীয় ৰীতি-নীতি, উৎসৱ-পাৰ্বণ, আহাৰ-বিহাৰ, সাজ-পাৰ, নৃত্য-গীতেৰে নিজকে মহিমামণ্ডিত কৰি তুলিছে। আৰু ই অসমীয়া সমাজ-সংস্কৃতিলৈও যে সমাহৰণ ঘটিছে তাক আমি স্বীকাৰ কৰিবই লাগিব।

❖❖❖❖

*শ্ৰীপাতৰ এগৰাকী স্কুল শিক্ষক আৰু বিশিষ্ট লেখক।*

# বাৰ[illegible]জীয়া অঞ্চলৰ তিৱাসকলৰ সামাজিক জীৱনত এভুমুকি

— শ্ৰী[illegible]হিৰাম সেনাপতি

**তিৱাসকলৰ বৰ্তমান স্থিতি ঃ**

অসময়ত মানুহে নিজৰ নিৰাপত্তাৰ বাবেই সমাজ পাতি বাস কৰিছিল বৰ্তমান নিৰাপত্তা আৰু পৰস্পৰে পৰস্পৰৰ সহায় সহানুভূতি পাবৰ বাবেই তিৱাসকলে সমাজ পাতি বাস কৰিছে। তিৱাসকলৰ বৰ্তমান সামাজিক স্তৰ তিনিটা। প্ৰথমতে পৰিয়াল মানুহখিনি লগ লাগি এটি বংশ বা গোত্ৰ হয়। কেইবাটাও বংশ বা গোত্ৰ লগলাগি একোখন খেল হয় আৰু কেইবাখনো খেল লগ লাগি বাৰ খেল হয়। পৰিয়ালে সমাধা কৰিব নোৱাৰা কামখিনি বংশই সমাধা কৰে। বংশই সমাধা কৰিব নোৱাৰা কাম খেলৰ সহায়ত সমাধা কৰে আৰু খেলে সমাধা কৰিব নোৱাৰা কাম বাৰ খেলৰ সহায়ত সমাধা কৰে। যেনে, তিৱাসকলৰ মাজত জেষ্ঠজনক হাত দঙা বা আঘাট কৰাটো অপৰাধতাৰ বাবে খেলে অপৰাধীজনক দণ্ড বিহে। কিন্তু অগম্যগমনৰ দৰে গুৰুতৰ অপৰাধত বাৰ খেলেহে বিচাৰ কৰিব পাৰে। সেইদৰে বংশভিত্তিক পূজা পাতলৰ কামবোৰ খেলৰ সহযোগত বংশৰ বৰঘৰত কৰে কিন্তু চগ্ৰা-মিচাৱা, বৰত পূজা, লাংখুন পূজা, জাংকাং পূজা, বান ছাৱা উৎসৱ, খাপলাংৰাৱানে পূজা কৰিবলৈ হ'লে বাৰ খেলে লগ লাগিহে কৰে। তিৱাসকলৰ মাজত বৰ্তমান পঞ্চলিছটা বংশ বা গোত্ৰ পোৱা গৈছে। এই বংশ বাগোত্ৰৰ নামবোৰ তেওঁলোকৰ আদিম মাতৃৰ প্ৰধান। বৰ্তমান ভৈয়ামৰ তিৱাসকল পিতৃ প্ৰধান। ভৈয়ামত পিতৃপ্ৰধান হ'লেও কোনো ছোৱালীক ঘৰ জোঁৱাই ৰাখি দিলে ছোৱালীজনীয়েও ককায়েক-ভায়েকহঁতৰ লগত পৈত্ৰিক সম্পত্তিৰ ভাগ সমানে পায়। আনকি পৰিয়ালৰ মাজতো সেই ছোৱালীজনীয়ে ঘৰবুঢ়াৰ লগত পূজা পাতলত অংশ ল'ব পৰা সন্মানীয় হাৰী কুঁৱৰীৰ বাব পায়। একে বংশ বা গোত্ৰৰ লোকসকলে ইজনে সিজনক ভাই-ককাই বা বাই-ভনী বুলি ভাবে। তেওঁলোকৰ মাজত বিবাহ হ'ব নোৱাৰে কেনেবাকৈ যদি হয় তেন্তে সেইটো গুৰুতৰ অপৰাধ বুলি গণ্য কৰা হয়। মানৱ জাতি কেতিয়াও একে ঠাইতে যুগ যুগ ধৰি বাস কৰি থকা নাই।

তেওঁলোকে খেতিৰ মাটিৰ সন্ধানতেই হওঁক বা অন্য কাৰণতেই হওঁক এঠাইৰ পৰা আন ঠাইলৈ প্ৰব্ৰজন কৰিছে। তিৱাসকলেও বৰ্তমান প্ৰব্ৰজন কৰি আহি আহি মেঘালয়, নগাঁও, মৰিগাঁও, কামৰূপ, ধেমাজি আৰু কাৰ্বিআংলং জিলাত বাস কৰি আছে। ওচৰ চুবুৰীয়াৰ প্ৰভাৱ আৰু যুগৰ দাবীয়ে সকলোকে চুই গৈছে, তিৱাসকলো ইয়াৰ পৰা হাত সাৰি যাব পৰা নাই। এই প্ৰবন্ধত বাৰ পূজীয়া অঞ্চলৰ তিৱাসকলে কেনেদৰে সামাজিক নীতি-নিয়মবোৰ বৰ্তমান পালন কৰি আহিছে তাৰ এটি থুলমুল বিৱৰণ দিয়া হ'ল।

## উপাস্য দেৱতাৰ পূজাৰ স্থলি 'বৰঘৰ' ঃ

তিৱাসকলে যেতিয়া এঠাইৰ পৰা আন ঠাইলৈ আহি বসবাস কৰে, তেতিয়া তেওঁলোকে তেওঁলোকৰ উপাস্য দেৱতাৰ পূজাৰ স্থলি বৰঘৰটো প্ৰথমতে স্থাপন কৰে। এজোপা পোন গমাৰি গছ চাই, তাৰগুৰিত তামোল পাণ এবটা, মদ এক কলহ, আগবঢ়াই দি ঘৰবুঢ়া, হাৰীকুঁৱৰী সহ ৰাইজে গছ জোপা কটাত একো অপৰাধ নধৰিবলৈ বৃক্ষদেৱতাক তুতি ধৰি গছ জোপা কাটে। গছ জোপাৰ পৰা বৰঘৰৰ বাবে এটি থুনা খুঁটা কাটি, সোণ-ৰূপৰ পানী চতিয়াই খুঁটাটো বৰঘৰৰ নিৰ্দিষ্ট স্থানত স্থাপন কৰে। তাৰ পিচত অন্য খুঁটা দি বৰঘৰটো উত্তৰা-দক্ষিণা বা পুবা-পশ্চিমাকৈ সাজে। বৰঘৰটোৰ বেৰ দিওঁতে মুধচৰ তলেদি ওলোৱা সোমোৱা বাট ৰাখি মাজত এখন বেৰ দি কোঠা দুটি কৰে। প্ৰথম কোঠালিৰ বেদীত বৰদেউ মহাদেউ, ঘৰজ্যোতি, ঘৰ গোঁসানী, কামাখ্যা কালিখা দেৱীক পূজা কৰে। দ্বিতীয় কোঠালিৰ বেদীত মৰি যোৱা পিতৃ পুৰুষ সকলক সোঁৱৰণ কৰি পূজা কৰে। ঘৰ সাজোঁতে পৱিত্ৰ থুনা খুঁটাটোৰ দাঁতিতে এটি বাঁহৰ চুঙাত এপাট সৰু যাঠি ভৰাই থয়। এই সৰু যাঠি পাটেৰে মৃতকৰ শৰাধ পতাৰ দিনা গাহৰি খুচি উপাস্য দেৱতাৰ প্ৰতি উচৰ্গা কৰে। প্ৰতিটো বংশ বা গোত্ৰৰে একোটাকৈ সুকীয়া বৰঘৰত তিনি গৰাকী পূজাৰী থাকে; দুজন পুৰুষ, এগৰাকী নাৰী। পুৰুষ পূজাৰীৰৰ মূলজনক ঘৰবুঢ়া, লগৰ জনক হাতাৰী বা সৰু বুঢ়া আৰু মহিলা। পূজাৰিণী গৰাকীক হাৰীকুঁৱৰী বোলে। এই হাৰীকুঁৱৰী গৰাকী গভীয়া চপাই দিয়া বংশৰ জীয়ৰী। হাৰীকুঁৱৰীয়ে বৰঘৰ লিপি পুচি দিয়ে আৰু ঘৰ বুঢ়াই পূজা অৰ্চনা কৰে। কেতিয়াবা ঘৰবুঢ়া নেথাকিলে হাৰীকুঁৱৰীয়ে পূজা অৰ্চনা কৰিব পাৰে। তিৱাসকলে নতুনকৈ কুমলীয়া তামোল ওলালে বৰঘৰত দেউ গোৱাপাতি উপাস্য দেৱতালৈ আগবঢ়াই তাৰ পিছতহে কুমলীয়া তামোল খায়। বংশৰ মৰামৃতকৰ শৰাধৰ কামো এই বৰঘৰতেই কৰি খেলক আৰু বহুলোকক অন্ন ভোজন কৰায়। বংশৰ মৰামৃতকৰ শৰাধৰ কামো এই বৰঘৰতেই কৰি খেলক আৰু বহুলোকক অন্ন ভোজন

কৰায়। বংশৰ ল'ৰা ছোৱালীৰ অশৌচ খেদোৱা কামো এই বৰঘতেই কৰে। এই বৰঘৰতেই নতুন ধান ঘৰলৈ অনাৰ পিছত, সেই ধানৰ মদেৰে আঘোণ মাহত খেলৰ বুঢ়াসহ বহুজনক মাতি আনি খোৱাই, বংশৰ লোকসকলে সেৱা কৰে আৰু আশীৰ্বাদ লয়। ইয়াৰ বাহিৰেও ভৈয়ামৰ তিৱাসকলে বহাগ, কাতি, মাঘবিহুত বৰঘৰত উপাস্য দেৱ-দেৱী পতৃ পুৰুষক পূজা কৰি সান্দহ পিঠাপনা আদি আগবঢ়ায়। বংশৰ কোনো লোকে পাপ কৰিলেও বৰঘৰতে প্ৰায়শ্চিত কৰি ব্যক্তিক শুচি কৰে। ল'ৰাক গভীয়া চপোৱা আৰু কন্যাক ল'ৰাই পলুৱাই অনাৰ পিছত এই বৰঘৰতেই বৰঘৰৰ দেৱ-দেৱীক স্তুতি কৰি খেলৰ বুঢ়াসকলে ল'ৰা-ছোৱালীৰ বিয়া পাতি দিয়ে। কন্যাৰ কুলৰ পৰা দৰাৰ কুলত কন্যাক তুলিবৰ বাবেও এই বৰঘৰতেই কুকুৰা চৰাই কাটি কন্যাক দৰাৰ কুলত তুলি দিয়া হয়। ল'ৰাক গভীয়া চপোৱা আৰু কন্যাক পলুৱাই নিয়া এই দুয়োখন বিয়াৰ বাহিৰেও বৰ্তমান তিৱা সমাজত বৰ বিয়া আৰু জোৰোণ বিয়া নামৰ দুখন বিয়াৰ প্ৰচলন আছে। এই দুয়োখন বিয়া দৰা আৰু কন্যাক ঘৰৰ অভিভাৱকৰ সন্মতি সাপেক্ষে হয়। বিয়া দুখনত খেল আৰু বংশ পৰিয়ালে দৰা কন্যাৰ ঘৰক টকা-পইচাৰে সহায় কৰে। হোম পোৰা নহয়। খেল আৰু বংশ পৰিয়ালক ঘৰখনে ভোজ দিয়ে। দৰাৰ ঘৰলৈ ওলাই যোৱাৰ আগতে দৰা-কন্যাই বৰঘৰত ইষ্ট দেৱতাক সেৱা কৰে আৰু খেলৰ বুঢ়াসকলে আশীৰ্বাদ দিয়াৰ পিছত কন্যাই দৰাৰ ঘৰলৈ ওলাই যায়।

**সন্তানৰ জাত কৰ্ম ঃ**

আজি কালি তিৱাৰ মহিলাসকলে সন্তান সম্ভৱা হ'লে ডাক্তৰৰ ওচৰ চাপে। কিন্তু আগতে ডাক্তৰৰ হস্পিতাল ওচৰত নেথাকোতে তিৱা মহিলাসকলে বেজৰ পৰামৰ্শ লৈছিল। সেই বেজজনক গিয়ানী বোলা হৈছিল। সেই গিয়ানীজনে এযোৰ কুকুৰা চৰাই ঈশ্বৰলৈ বুলি তুলি থৈছিল আৰু সন্তান সম্ভৱা মাতৃগৰাকীক মন্ত্ৰপূত ডোল পিন্ধিবলৈ দিছিল। আজিকালি সেই প্ৰথা উঠি গৈছে। যেতিয়া মাতৃগৰাকীৰ প্ৰসৱৰ সময় হয় তেতিয়া দুই-তিনি গৰাকী অভিজ্ঞ মহিলাই সন্তান সম্ভৱা মাতৃ গৰাকীৰ সন্তান প্ৰসৱৰ সময়ত ওচৰত থাকি সকলো দিহা পৰামৰ্শ দিয়ে। সন্তানৰ যেতিয়া জন্ম হয় তেতিয়া অভিজ্ঞ এগৰাকী নাৰীয়ে, গৰ্ভৱতী নাৰীয়ে আশ্ৰয় লোৱা বাঁহৰ খুঁটাটোৰ পৰা এডাল চেচুঁলৈ নাড়ীছেদন কৰে। নাড়ীছেদন কৰাৰ আগতে চাৰি আঙুল বা ছয় আঙুল ওপৰত নাড়ীৰ পৰা তেজ নোলাবৰ বাবে বান্ধি লয়। ফুল গছি নাড়ীৰ অংশটোৰ সৈতে সদ্যবাজ হোৱা স্ৰাৱবোৰ সুতিকা গৃহৰ পৰা দূৰত দকৈ গাত খান্দি পুতি থয়। জন্মৰ পিছত যদি কেচুৱাই গাখীৰ নেখাই কান্দি থাকে তেতিয়া তিৱাসকলে মৰি যোৱা ঘৰখনৰ কোনো মৰমৰ মানুহ জন্ম লৈছে বুলি ভাবে কোন জন্ম লৈছে চাবলৈ পানী মণ্ডল চায়। পানী মণ্ডলত কোন জন্ম লৈছে জানিলে, সেইজনৰ নামত মান ধৰে।

পাঁচ্-ছয়দিনৰ মূৰত যেতিয়া নাড়ী সৰে, তেতিয়া বৰঘৰৰ ঘৰবুঢ়াই সূতিকা গৃহৰ দুৱাৰ মুখত, কন্যা সন্তান হ'লে মাইকী কুকুৰা, পুত্ৰ সন্তান হ'লে, এটি মতা কুকুৰা চৰাই কাটি সন্তানটিক বাহিৰলৈ উলিয়ায়। ঘৰৰ চোতালত সন্তানৰ মঙ্গলৰ অৰ্থে ঈশ্বৰলৈ স্তুতি কৰি সন্তান হ'লে তুলা ধুনা চাটনী এপাত, তুলাধুনাৰ নিয়ম দেখুৱাই কন্যাসন্তানৰ হাতত দিয়ে। সন্তান জন্ম হোৱাৰ চুৱাটো গোটেই পৰিয়ালটোৱে মানে। সেই সময়চোৱাত ভঁৰালৰ পৰা ধান উলিওৱা বা কোনো পবিত্ৰ কাম কৰাটো পৰিয়ালৰ বাবে নিষেধ। সন্তান বাহিৰলৈ উলিয়াওঁতে কটা চৰাইটিক ৰান্ধি যিসকলে প্ৰসৱৰ সময়ত, প্ৰসূতিক আলপৈচান ধৰিছিল, সেই সকলক অন্ন ভোজন কৰায়। তিৱাসকলে মৃতকৰ শৰাধ কাম কৰিব লগা হ'লে বৰঘৰত আগৰে পৰা সমূহীয়া ভাবে জন্মৰ চুৱা নোযোৱা পৰিয়ালৰ ল'ৰা-ছোৱালী বিলাকৰ বৰঘৰত চুৱা খেদে। বৰঘৰত ঈশ্বৰলৈ স্তুতি কৰি, সন্তানৰ বাবে মাইকী কুকুৰা চৰাই আৰু পুত্ৰ সন্তানৰ বাবে মতা কুকুৰা চৰাই ৰান্ধি খেলৰ বুঢ়া বিলাকক, মদৰ লগত খাবলৈ দিয়ে। খেলৰ বুঢ়া বিলাকে মদ খাই উঠি, সন্তান বিলাকক কোলাত লৈ লালি হিলালী গীত গাই নচুৱায়। তাৰ পিছত ল'ৰা-ছোৱালী বিলাকক মাক-বাপেকক শোধাই দি আশীৰ্বাদ দিয়ে।

## মৃতকৰ শ সৎকাৰ ঃ

তিৱাসকলে সাধাৰণতে নৈৰ পাৰত, জুৰিৰ কাষত মৰিশালি বা মাকৰ স্থাপন কৰে। য'ত নদী বা জুৰি নাই তেনে ঠাইত মৰিশালিৰ ওচৰত শ দাহত ভাগ লোৱা মানুহে ভৰি হাত ধুবৰ বাবে শদাহৰ পিচত জুই নুমুৱাবৰ বাবে এটি পুখুৰী খান্দি লয়। প্ৰতিটো বংশ বা গোত্ৰৰ নিজস্ব একোডোখৰ স্থানত নিজা নিজা শিল শামুক পুতি ভেটি স্থাপন কৰি লয়। যিমান দিনলৈকে সেই বংশ বা গোত্ৰটোৱে সেই ঠাইত বাস কৰিব সিমান দিনলৈকে সেই বংশৰ মানুহ মৰিলে সেই ঠাইতে শ-সৎকাৰ কৰে। তিৱাসকলৰ কোনো এজন মানুহ যেতিয়া মৰে, তেতিয়া প্ৰথমতে সেই বংশৰ পামে-পথাৰে যোৱা মানুহখিনিয়ে কথাটো শুনাৰ লগে লগে সকলো কাম বাদ দি মৃতকৰ ঘৰলৈ আহে। মৃতকৰ পৰিয়ালৰ এজনে খেলৰ বুঢ়া বিলাকক মাতি আনেগৈ। খেলৰ বুঢ়া বিলাকে মৃতকৰ পদুলিৰ মূৰত ঘূৰণীয়াকৈ সমাজ পাতি বহে। তেতিয়া পৰিয়ালৰ ঘৰবুঢ়াই খেলৰ বুঢ়াসকলৰ আগত এটি তামোল-পাণৰ বটা আগবঢ়াই দি তেওঁলোকৰ মৃতকজনৰ শ-সৎকাৰ কৰিবৰ কাৰণে পুৰুষ আৰু মহিলা দুগৰাকী গিয়াতি (শ-সৎকাৰ পৰিচালনা কৰা মানুহ) দিব লাগে বুলি অনুৰোধ কৰে। তেতিয়া খেলৰ বুঢ়াসকলে নিৰ্দিষ্ট পৰিয়ালৰ বাবে নিৰ্দিষ্ট কৰি ৰখা বংশৰ পৰা পুৰুষ-মহিলা দুগৰাকী গিয়াতি বাচি দিয়ে লগতে খেলৰ অন্তৰ্ভুক্ত প্ৰতিটো বংশকে শ-সৎকাৰত বাঁহ কাঠ যোগান

দি অংশগ্ৰহণ কৰিবলৈ আদেশ দিয়ে। খেলে বাচি দিয়া মতাগিয়াতিয়ে এটি খেৰৰ জুমুঠিত জুই, কোৰ, দা লৈ শ্মশানৰ কুলৰ নিৰ্দিষ্ট স্থানত চিতা সাজেগৈ। মাইকী গিয়াতিয়ে মৃতকজনক ঘৰৰ ভিতৰতে এটি পানী যাব পৰা খাল খান্দি মাহ, হালধি সানি গা ধুৱায়। তাৰ পিছত মিঠাতেল সানি গা মুচি দি আপোনজনে দিয়া নতুন খনীয়া কাপোৰ গাত জাপি দিয়ে আৰু মাটিৰ চৰুত ৰন্ধা কেইটিমান ভাত মৃতকলৈ আগবঢ়ায়। বংশ-পৰিয়ালৰ মানুহে মৃতকৰ ঘৰৰ চোতালত শ-নিবৰ বাবে বাঁহেৰে চাণ্ডী সাজে। এই চাণ্ডী সজাৰ বাবে ৯ হাত দীঘল দুডোখৰ গোটাজাতি বাঁহৰ টুকুৰা কাটে। এই দুটুকুৰা বাঁহ দীঘে দীঘে পাৰি ১ হাত দীঘল সাত ডাল কমি পথালিকৈ বান্ধে। তাৰ পিছত সাত হাত দীঘল সাতডাল কামি দীঘে দীঘে বান্ধি চাণ্ডীখন সম্পূৰ্ণ হৈছে বুলি শ্মশানৰ পৰা খবৰ আহিলে শটি ঘৰৰ পৰা উলিয়াই আনি চাণ্ডীত শুৱাই দিয়ে। শ টিৰ ভৰি আগলৈ কৰি চাণ্ডীখন চাৰিজনে দাঙি সাতবাৰ অগা পিচা কৰি কান্ধত তুলি লয়। সেইদৰে শ্মশানতো চিতাৰ চাৰিওঁফালে সাত পাক ঘূৰি পুৰুষ হ'লে ওপৰ মুৱাকৈ আৰু তিৰোতা হ'লে তলমুৱাকৈ শুৱাই দিয়ে। গিয়াতি জনেও জোৰডাল সাত পাক ঘূৰাই শেহত মুখাগ্নি কৰে। দাহন কাৰ্য শেষ হ'লে জ্বলা এঙাৰবোৰ পানীৰে নুমুৱাই তাত এটি মানুহৰ প্ৰতিকৃতি সাজে। তাৰ পিছত দাৰে তিনি ডাল আঁক দি আঁক পাৰ নহ'বলৈ মৃতকক শপত দি পিছলৈ ফিৰি নোচোৱাকৈ শ দাহ কৰা মানুহবোৰ ঘৰলৈ উভতে। ঘৰলৈ আহোতে বাটত নিৰ্বাচিত পৰিয়ালৰ মানুহে শান্তিয়নী পানী ছটিয়ায়। তাৰ পিছত শ দাহত ভাগ লোৱা সকলো মানুহ গা-পা ধুই মৃতকৰ ঘৰলৈ আহি চোতালৰ মাজত জ্বলাই ৰখা একুৰা জুইক মাজত লৈ চাৰিওঁফালে বহে। সকলো মানুহৰ আগতে মদৰ থালত মদ আৰু কলপাতত লোণৰ টোপোলা দিয়ে। সকলো ৰাইজৰ সন্মুখত মতা আৰু মাইকী গিয়াতিক গৃহস্থই বঁটাত বস্ত্ৰ তামোল-পাণ দি সেৱা কৰে। মদ খোৱাৰ আগতে মৃতকৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই সকলোৱে সমস্বৰে হৰিধ্বনি দিয়ে। তাৰ পিছত সমূহ ৰাইজে গৃহস্থক সান্ত্বনা দি ঘৰা-ঘৰি গুচি যায়। ইয়াৰ কিছুদিনৰ পিছত মৃতকৰ শৰাধ বৰঘৰত খেল আৰু বংশৰ সহযোগত কৰে।

## তিৱাসকলৰ লোক বিশ্বাস ঃ

তিৱাজনগোষ্ঠীৰ লোকসকলে সপোনত দাঁত সৰা দেখিলে, চুলি সৰা দেখিলে, সৰ্পই খেদি অহা দেখিলে, ভঁৰালৰ পৰা ধান নিয়া দেখিলে, ঘৰত জুই লগা দেখিলে দিঠকত কুকুৰে চুচৰি যোৱা দেখিলে, ঘৰৰ ওপৰত ফেঁচা-শগুন পৰিলে, গৰুৱে গোহালিৰ খুঁটাত নেজ মেৰিয়াই ল'লে, গৃহস্থৰ ঘৰত অপায়-অমঙ্গল হোৱাৰ আশংকা

কৰি বহুজনক মাতি আনি মদ ভাত খুৱাই সেইসকলৰ পৰা আশীৰ্বাদ লয়। কোনো ৰোগীয়ে বহুদিন নৰীয়া পাটিত পৰি থাকিলেও সেইদৰে মানুহ মাতি আনি মদ বা ভাত খোৱাই আশীৰ্বাদ লয়। প্ৰাকৃতিক সম্পদবোৰক তিৱাসকলে ভক্তি ভাবেৰে চায় আৰু প্ৰকৃতিৰ মৰমৰ পৰা বঞ্চিত নহলে লাংখুন পূজা কৰে, চাগ্ৰামিচাৱাত বিজুলী বাঁহৰ গুৰিত পূজা দিহে বিজুলী বাঁহ কাটে। বহাগ মাহত জংকং পূজা নকৰাকৈ পথাৰৰ কামত নেলাগে। লাংখুন পূজা কৰে, চগ্ৰামিচাৱা, জংকং পূজা, খাপলাং ৰাৱানে পূজা কৰে বৰত উৎসৱ, ৱানচাৱা আদি উৎসৱবোৰ নানা গীত-মাত বিজড়িত পূজা উৎসৱ। এই গীত-মাতৰ লগত তেওঁলোকে খ্ৰাম, খ্ৰামবাৰ, টুমবাং, থোৰাং, পাংচি, ঢোল, কালি, গগনা, টকা, যতৰা আৰু চাৰেন্দা আদি বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰে। বৰ্তমান অধিকাংশ উচ্চ শিক্ষা লৈ চাকৰি কৰি ভাল পায়। পুৰুষ-মহিলা সমানে সমানে পথাৰৰ কৰ্মত ব্যস্ত হোৱাৰ হেতুৰে তিৱা মহিলাসকল অন্যান্য জনগোষ্ঠীৰ মহিলাতকৈ বহুখিনি মুকলি। যুগৰ দাবীয়ে সকলোকে চুইচে তিৱাসকলো ইয়াৰ পৰা বাদ পৰি যোৱা নাই। পুৰণি বহু অন্ধ বিশ্বাস আঁতৰাই অন্ধকাৰৰ পৰা পোহৰলৈ যাবলৈ তেওঁলোকেও চেষ্টা কৰিছে।

❖❖❖❖

*শ্ৰীসেনাপতি অৱসৰপ্ৰাপ্ত স্কুল শিক্ষক আৰু এগৰাকী বিশিষ্ট লেখক।*

# খাচীসকলৰ ঐতিহ্য আৰু সমাজব্যৱস্থা : এটি আলোচনা

— *পৰাগ নাথ*

মেঘালয় ৰাজ্যৰ ঘাইকৈ পূব অঞ্চলত বসবাস কৰা খাচী আৰু জয়ন্তীয়াসকল উত্তৰ পূৰ্বাঞ্চলৰ আদিম অধিবাসী। শাৰীৰিক গঠন, ভাষা আৰু সামাজিক ৰীতি-নীতিৰ ক্ষেত্ৰত খাচী আৰু জয়ন্তীয়া বা ছিনতেংসকলৰ যথেষ্ট মিল আছে। অৱশ্যে পূৰ্বতে তেওঁলোকৰ এখনেই ৰাজ্য আছিল বুলি প্ৰমাণ পোৱা নাযায়। কোচ ৰজাৰ বংশাৱলীবোৰত 'খৰামী' বা 'খৈৰামী' নামৰ এখন ৰাজ্যৰ উল্লেখ আছে আৰু খাচীসকল এই ৰাজ্যৰে বাসিন্দা বুলি ভৱা হয়। বুৰঞ্জীত খৈৰামী ৰাজ্যৰ বিস্তৃত বিৱৰণ পোৱা নাযায়। ভাষাবৈজ্ঞানিক দিশৰপৰা খাচীসকল অষ্ট্ৰিক ভাষাগোষ্ঠীৰ অন্তৰ্গত। লোকসংখ্যাৰ ফালৰপৰা তাকৰ হ'লেও অষ্ট্ৰিক ভাষাগোষ্ঠীৰ শাখাবোৰ ভাৰত, ব্ৰহ্মদেশ, ইণ্ডোনেছিয়া, ফিজি, হাৱাই আদি প্ৰশান্ত মহাসাগৰীয় দীপপুঞ্জলৈকে বিয়পি আছে। অষ্ট্ৰিক ভাষাগোষ্ঠীৰ দুটা প্ৰধান ভাগ হ'ল- অষ্ট্ৰ'-এছীয় (Austro-Asiatic) আৰু অষ্ট্ৰোনেছীয় (Austronesian)। মেঘালয়ত বসবাস কৰা খাচী আৰু জয়ন্তীয়াসকল অষ্ট্ৰ'-এছীয় শাখাৰ মোন-খোমেৰ (Mon-khomer) উপশাখাৰ অন্তৰ্গত। এচাম পণ্ডিতে অষ্ট্ৰিক ভাষাগোষ্ঠীৰ অন্তৰ্গত খাচী আৰু নিকোবৰী উপশাখাক মোন-খোমেৰ উপশাখাৰ পৰিবৰ্তে অন্য উপশাখাৰ বুলিহে মন্তব্য কৰিছে। তথাপি মোন উপশাখাৰ সৈতে খাচী ভাষাৰ বাক্যৰ গঠন আৰু শব্দগত সাদৃশ্যৰ ভিত্তিত মোন শাখাৰ অন্তৰ্গত বোলাহে সমীচিন হ'ব। মোন শাখাৰ অন্য এটা নাম হ'ল তালৈঙ (Talaiang) আৰু ব্ৰহ্মদেশত প্ৰায় আঢ়ৈ লাখ লোকে এই ভাষা ব্যৱহাৰ কৰে। আনহাতে কম্বোডীয় (Combodian) ভাষা নামে পৰিচিত খোমেৰ ভাষা কম্বোডীয়া অঞ্চলত প্ৰায় পোন্ধৰ লাখ লোকে ব্যৱহাৰ কৰে। একাদশ শতাব্দীৰ শিলালিপিত মোন ভাষাৰ আৰু সপ্তম শতাব্দীৰ শিলালিপিত খোমেৰ ভাষাৰ নিদৰ্শন পোৱা গৈছে। ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়ে ভাৰতবৰ্ষলৈ অহা অষ্ট্ৰিকসকলৰ এটা শাখা নেগ্ৰিটোসকলৰ লগত ৰক্ত সংমিশ্ৰন হৈ কোল বা মুণ্ডাসকলৰ জন্ম হোৱা বুলি অনুমান কৰে। এনে ৰক্তসংমিশ্ৰন নোহোৱাসকলেই খাচী বা ছিন্তেংসকলৰ পূৰ্বপুৰুষ বুলি অনুমান কৰা হৈছে। ঐতিহাসিকসকলৰ ধাৰণা মতে খাচীসকলে প্ৰথম অৱস্থাত ব্ৰহ্মপুত্ৰ উপত্যকাত

বসতি স্থাপন কৰিছিল আৰু পৰবৰ্তী সময়ত মঙ্গোলীয়সকলৰ হেঁচাত ক্ৰমান্বয়ে নিৰাপদ ঠাই বিচাৰি পাহাৰীয়া অঞ্চলত অৰ্থাৎ বৰ্তমান মেঘালয়ৰ পুব অঞ্চলত বসবাস কৰিবলৈ লয়। তেওঁলোকে বসবাস কৰা পাহাৰীয়া অঞ্চলবোৰত সাধাৰণতে মৃতকৰ সমাধিৰ ওপৰত ৰখা শিলৰ প্ৰাচীন স্মৃতি চিহ্নবোৰ এতিয়াও দেখিবলৈ পোৱা যায়। অষ্ট্ৰিকসকলে সমভূমি অঞ্চলত উন্নতশীল সমাজ গঢ়ি তুলিবলৈ সক্ষম হৈছিল যদিও পাহাৰীয়া অঞ্চলৰ কঠোৰ জীৱন ধাৰাৰ বাবে সভ্যতাৰ ক্ৰমোন্নতিত বাধা আহিছিল। খাচীসকলে একালত বসবাস কৰা উৰ্বৰ পাহাৰবোৰ হয়তো কলগছৰ ডাঠ হাবিয়নিৰে পৰিপূৰ্ণ আছিল। এই ৰাজ্যই এসময়ত কদলী নাম পাইছিল বুলি ভাবিবৰ অবকাশ আছে। এই সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতভেদ আছে। প্ৰাচীন প্ৰাগজ্যোতিষ কামৰূপৰ গাতে লাগি থকা এই কৰতলীয়া ৰাজ্যখন সময়ৰ লগে লগে সলনি হ'ল যদিও অষ্ট্ৰো-এচিয়াটিক মূলৰ ভাষা আৰু কৃষ্টি একেই থাকিল। মেঘালয়ৰ খাচীসকল আজিৰ অসমীয়া জাতিৰ আদিপুৰুষ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাত একালত বসবাস কৰা অষ্ট্ৰিকসকলৰে এটা গোট বুলিব পাৰি। ব্ৰহ্মপুত্ৰ উপত্যকাত খাচীসকলে যে সভ্যতা-সংস্কৃতিৰ উন্নতি সাধন কৰিবলৈ সক্ষম হৈছিল সেই কথা অসমীয়া সংস্কৃতিত খাচীসকলৰ উপাদানলৈ লক্ষ্য কৰিলেই অনুমান কৰিব পাৰি।

পৃথিৱীৰ বিভিন্ন জাতি-উপজাতিৰ উৎপত্তি সম্বন্ধে জনবিশ্বাস বা কিম্বদন্তীৰ প্ৰচলন থকাৰ দৰে খাচীসকলৰ মাজতো এটি কিম্বদন্তী বিশেষভাৱে প্ৰচলন আছে। আহোমসকলে তেওঁলোকৰ উপৰিপুৰুষ সোণৰ জখলাৰে স্বৰ্গৰপৰা নামি অহা বুলি বিশ্বাস কৰাৰ দৰেই খাচীসকলেও সাতোটা পৰিয়াল সোণৰ শিকলিৰে পৃথিৱীলৈ নামি আহিছিল বুলি বিশ্বাস কৰে। জনবিশ্বাস অনুসৰি ভগৱানৰ আজ্ঞামতে পৃথিৱীলৈ সোনৰ শিকলিৰে যোল্লটা পৰিয়াল নামি আহিছিল। কৃষিকৰ্ম কৰিবলৈ উঠা নমা কৰাটো এওঁলোকৰ নিয়মত পৰিণত হৈছিল। শ্বিলঙৰ উত্তৰ-দক্ষিণ কোণত অৱস্থিত উচচ শিখৰটোক পৃথিৱীৰ ওফন্দি থকা পেটটোৰ নাভী বুলি বিশ্বাস কৰা ঠাইলৈকে স্বৰ্গৰপৰা নামি আহি খেতি কৰিবলৈ লৈছিল। এই যোল্লটা পৰিয়ালৰে এবাৰ সাতটা পৰিয়াল নামি আহি খেতি কৰি থাকোতে গৃহকন্দল হোৱাত কোনোবাই সোনৰ শিকলিডাল কাটি পেলোৱাত সাতোটা পৰিয়াল পৃথিৱীতে থাকিল। এই সাতোটা পৰিয়ালৰপৰাই খাচী-জয়ন্তীয়াসকলৰ উৎপত্তি হোৱা বুলি বিশ্বাস কৰা হয়। এই সাতোটা পৰিয়ালক খাচী ভাষাত নিওট্ৰেপ (Hynniew-Trep) বা সপ্ত পৰিয়াল নামেৰে জনা যায়। পৃথিৱীত থাকোতে ঈশ্বৰে হেনো তেওঁলোকক তিনিটা মূল নিয়ম মানি চলিবলৈ নিৰ্দেশ দিছিল। (ক) কামাই ইয়া কা হক (Kamai ia ka Hok)- সৎ পথেৰে নিজে উপাৰ্জন কৰি চলিবা (খ) টিপ ব্ৰিউ টিপ ব্লেই (Tipbriew- Tipblei)- মানুহক চিনিবলৈ শিকিলেহে ভগৱানক চিনিব পাৰি। (গ) টিপকুৰ-টিপখা (Tep-kur-Tip-kha)- নিজৰ বংশ পৰিয়াল চিনিবা। অৰ্থাৎ মাতৃফালৰ আৰু পিতৃৰ ফালৰ দুয়ো

বংশ পৰিয়ালকে মানি চলিবা। এই নির্দেশবোৰ এতিয়াও খাচী সমাজত প্রচলন হোৱা দেখা যায়। উক্ত সাতোটা পৰিয়ালৰ বংশধৰসকলেই বর্তমান খাচী-জন্তীয়া পাহাৰৰ বাসিন্দা আৰু নিজকে তেওঁলোকে নিওট্রেপ বা সপ্তপৰিয়ালৰ বংশোদ্ভৱ বুলি পৰিচয় দি ভাল পায়। এই জনবিশ্বাস খাচী সমাজভেদে আংশিক বেলেগ ৰূপত পোৱা যায় যদিও যোল্লটা পৰিয়ালৰপৰা সাতোটা পৰিয়াল পৃথিৱীত থাকি যোৱা মূল কাহিনীটো একেই।

খাচী সমাজ মাতৃতান্ত্রিক বা মাতৃপ্রধান। এই সমাজব্যৱস্থাত কুল বা Clan- এ বিশেষ ভূমিকা গ্রহণ কৰে। খাচীসকলৰ আচল পৰিচয় বহন কৰা কুলবিলাক (Clan) সাধাৰনতে মাতৃ, আদি পিতৃ বা আদি ভাতৃৰপৰ৷ উৎপত্তি হ'লেও কেতিয়াবা জীৱজন্তু বা গছ-গছনিৰপৰাও গ্রহণ কৰে। যেনে- ঠাম (Tham) কেকোঁৰা, চিৰেহ (Shrieh) বান্দৰ, দিংদহ (Dienghdoh) গছ ইত্যাদি। কুল (Clan) অবিহনে খাচী সমাজে কাকো গ্রহণ নকৰে। ৰক্ষনশীল খাচী সমাজত সেয়েহে কেতিয়াবা নতুন কুল (Clan) সৃষ্টি কৰিবলগীয়া হয়। অন্য জাতিৰ পুৰুষে খাচী ছোৱালী বিয়া কৰিলে একেটা 'কুল' বৈ যায় বাবে মাতৃৰ প্রাধান্য আঁতৰি নাযায়। কিন্তু অন্য জাতিৰ ছোৱালী খাচী পুৰুষে বিয়া কৰালে সন্তানে পিতৃৰ 'কুল' (Clan) গ্রহণ কৰিব নোৱাৰে আৰু নতুন কুল (Clan) (জাতত তুলিবলৈ) সৃষ্টি কৰিবলগা হয়। এনে নতুন খাচী কুল দিয়া মানুহবিলাকক ডখাৰ (Dkhar) উপাধিৰে জনা যায়। একে 'কুল'ৰ মাজত বৈবাহিক সম্বন্ধ গঢ়িলে সমাজৰ 'কুল'ৰপৰা বঞ্চিত হয়। একেটা 'কুল'ৰ মানুহক একেগৰাকী মাতৃৰ সন্তান বুলি ধৰা হয়। এনে বিবাহ সম্পন্ন হ'লে সমাজ বা ঘৰৰপৰা বাহিৰ কৰি দিয়া হয়। এনে সম্বন্ধৰ দ্বাৰা তেজৰ সম্পর্ক অমান্য কৰা আৰু পাপ বুলি গণ্য কৰা হয়। এই ব্যৱস্থাৰ লগত হিন্দু সমাজৰ ন-পুৰুষৰ কথাটোৰ মিল দেখা যায়।

খাচী পৰিয়ালৰ কন্যা সন্তানহে বংশ তথা সম্পত্তিৰ উত্তৰাধিকাৰী হয়। মাতৃতান্তিক সমাজব্যৱস্থাৰ বাবে ছোৱালীক সম্পত্তিৰ উত্তৰাধিকাৰী আৰু বংশ বৃদ্ধিকাৰিনী বুলি পৰিয়ালে সন্মান কৰে। ঘৰৰ সর্বকনিষ্ঠ ছোৱালীজনীয়ে সম্পত্তিৰ সিংহভাগ উপভোগ কৰে আৰু মাক, দেউতাক, অবিবাহিত ককায়েক, বায়েক তথা সন্তানহীনা বায়েক বা বায়েকৰ অবৈধ সন্তান, মাউৰা সন্তান আদি পৰিয়ালৰ সকলো দায়িত্ব পালন কৰিব লাগে। যৌথ পৰিয়াল ব্যৱস্থা খাচী সমাজত নাই। পুৰুষ সম্পত্তিৰ গৰাকী নহয়। বিয়াৰ মাজেৰে পুৰুষে ঘৈণীয়েকৰ ঘৰত দাম্পত্য জীৱন-যাপন কৰিব লাগে। সাধাৰণতে ঘৰৰ আটাইতকৈ সৰু জীয়েকেহে সম্পত্তি লাভ কৰে যদিও আজিকালি পুত্ৰকো দানপত্র, দলিল কৰি সম্পত্তি দিয়া দেখা যায়। উত্তৰাধিকাৰী সূত্রে পোৱা মাটি জীয়েকে মোমায়েকৰ লগত আলোচনা কৰিহে বিক্রী কৰিব পাৰে।

সাধাৰণতে ধাৰ্মিক আৰু সামাজিক নিয়মেৰে বিবাহ সম্পন্ন হয় যদিও পুৰুষ আৰু স্ত্ৰী একেলগে বসবাস কৰিলেই স্বামী-স্ত্ৰী হিচাপে স্বীকৃতি দিয়া হয়। ছোৱালীৰ অবৈধ সন্তানক সামাজিক স্বীকৃতি দিয়া হয় । সন্তানে মাকৰ উপাধি গ্ৰহণ কৰাৰ বাবে সন্তানৰ সামাজিক স্বীকৃতিত অসুবিধাৰ সৃষ্টি নহয়। বিধবা বিবাহ খাচী সমাজত স্বীকৃত। অৱশ্যে স্বামীৰ মৃত্যুৰ এবছৰৰ পিছতহে পুৰ্ণবিবাহ কৰিব পাৰে। বহুবিবাহ খাচী সমাজত গ্ৰহণযোগ্য। অৱশ্যে এগৰাকীক ত্যাগ কৰি আন এগৰাকীৰ সৈতে পুৰুষ বিয়া হ'ব পাৰে আৰু নাৰীয়েও এজনক ত্যাগ কৰি আন এজনক গ্ৰহণ কৰিব পাৰে। পত্নী স্বামীৰপৰা পৃথক হোৱাৰ পিছত খাচী প্ৰথামতে স্বামীয়ে ভৰণপোষণ দিব লাগে। অৱশ্যে স্বামীয়ে সকলো সম্পত্তি এৰি থৈ যোৱাৰ বাবে পত্নীয়ে ভৰণ পোষণৰ বাবে স্বামীৰ ওচৰত দাবী কৰিব নোৱাৰে। খাচী সমাজত কোনো বাধ্যতামূলক কাৰ্য পদ্ধতি অনুসৰণ নকৰাকৈ সন্তান তুলি ল'ব পাৰে। যিবোৰ পৰিয়ালত সন্তান নাই বা কন্যা সন্তান নাই তেনে পৰিয়ালে বংশ আৰু সম্পত্তি ৰক্ষাৰ বাবে মাকৰ বংশৰ কন্যা সন্তান তুলি ল'ব পাৰি। অৱশ্যে কন্যা সন্তান জেঠায়েক, মোমায়েক, বৰদেউতাক, মাহীয়েকৰ পৰিবৰ্তে মাকৰ ফৈদৰ বংশানুক্ৰম হ'ব লাগিব।

খাচী সমাজখনৰ শাসন আৰু সমাজ ব্যৱস্থাৰ এক স্বকীয় বৈশিষ্ট্য আছে। ই গণতান্ত্ৰিক পদ্ধতিত প্ৰতিষ্ঠিত। তেওঁলোকৰ সুং (Shnong) বা গাঁওপঞ্চায়তৰ মুৰব্বী বা গাঁওবুঢ়াজন ৰাইজে বাচনি কৰি নিযুক্তি দিয়ে। গাঁৱৰ ৰাইজৰ, গোচৰ, আপত্তি আদি গাঁওবুঢ়াৰ দৰবাৰত নিস্পত্তি কৰা হয়। গাঁওবুঢ়াৰ ওপৰত ৰাজ্যিক পৰ্য্যায়ত চীয়েম (Syiem) থাকে। তেওঁলোক ৰাজকীয় সন্মানৰ গৰাকী। সমগ্ৰ খাচী পাহাৰ বিভিন্ন গোষ্ঠীৰ চীয়েমৰ দ্বাৰা শাসিত আছিল। দৰবাৰবোৰত অতি স্বচ্ছতাৰে ন্যায় বিচাৰ কৰি দোষ অনুপাতে শাস্তি দিয়া হৈছিল বৰ্তমান দৰবাৰৰ শক্তি স্তিমিত হৈ পৰিছে। ন্যায়ালয়ৰ বিভিন্ন নিৰ্দেশো চীয়েমৰ অতীজৰ প্ৰতিপত্তি আৰু শাসনব্যৱস্থাৰ আমুল পৰিবৰ্তন অনা দেখা গৈছে।

খাচীসকলে আমাৰ বৈষ্ণৱ ধৰ্মৰ লোকসকলৰ দৰে এক ঈশ্বৰত বিশ্বাসী। ইউ ব্লেই (U.Blei) অৰ্থাৎ ভগৱান সৰ্বশক্তিমান আৰু সৰ্ববিৰাজমান বুলি বিশ্বাস কৰে। কেতিয়াবা কেতিয়াবা ভগৱানে বিভিন্ন ৰূপ গ্ৰহণ কৰে বুলি বিশ্বাস কৰে। জয়ন্তীয়া পাহাৰৰ ঠাইবিশেষে এতিয়াও দেৱী পূজাৰ প্ৰচলন আছে। খাচীসকলৰ পূজাঘৰত ৰানাচণ্ডী, বিশ্বকুৰুম আদি দেৱতাই স্থান পাইছে। বৰ্তমান নগৰীয়া অঞ্চলত খ্ৰীষ্টান ধৰ্মই গা কৰি উঠা আৰু ক্ৰমে অধিক জনপ্ৰিয়তা লাভ কৰাৰ বাবে খাচীসকলৰ প্ৰাচীন ধৰ্ম প্ৰায় লুপ্ত হোৱাৰ উপক্ৰম হৈছে। গাঁও অঞ্চলত এতিয়াও হিন্দু খাচী হিচাপে পৰিচিত খাচী লোকসকলে প্ৰাচীন পৰম্পৰা ৰক্ষা কৰা দেখা যায়। তেওঁলোক সাধাৰণতে গীৰ্জালৈ নাযায়, গো মাংস তথা গাইৰ গাখীৰ নাখায়, খেতিৰ বাবে বলধ পোহে। মা-কামাখ্যাক

মা-খ্যা হিচাপে পূজা কৰে। দেৱ দেৱীৰ মন্ত্ৰও তেওঁলোকৰ মাজত প্ৰচলন আছে। অপায়-অমঙ্গল, অসুখ-বিসুখ আদিৰপৰা পৰিত্ৰাণ পাবৰ বাবে কুকুৰা কাটি মংগল চোৱাৰ নিয়ম আছে। অসমৰ আহোমসকলৰ মাজতো বাইলুঙে কুকুৰা কাটি ভূত-ভৱিষ্যতৰ বিষয়ে কোৱা নিয়মৰ সৈতে খাচীসকলৰ সাদৃশ্য দেখা যায়। পূজাৰ বৰে মঠ মন্দিৰ বা দেৱালয় নাই যদিও শিল-পাথৰ আদিত ৰীতি অনুযায়ী পূজা আগবঢ়ায়। খাচীসকলৰ প্ৰাচীন ধৰ্ম তথা পৰম্পৰা ৰক্ষা কৰাত আগ্ৰহী 'চেংখাচী' মেঘালয়ৰ এটি অগ্ৰণী গোষ্ঠী। বৰ্তমান সৰহভাগ খাচী জয়ন্তীয়া লোক খ্ৰীষ্টান ধৰ্মত দীক্ষিত হৈছে যদিও বাবু জীৱন ৰায়, চন্দ্ৰনাথ ৰায় আদি মহান দেশহিতৈশী নেতাৰ আপ্ৰাণ চেষ্টাত গঢ়ি উঠা চেংখাচী অৰ্থাৎ অখ্ৰীষ্টানসকলে প্ৰাচীন পূজা, উৎসৱ পাৰ্বন আদি জীয়াই ৰাখিছে।

বছৰৰ বিভিন্ন সময়ত বিশেষকৈ চেংখাচী আৰু জয়ন্তীসকলে কেইবাটাও উৎসৱ পালন কৰে। চাদচুক মিনচিয়েম (Shad Suk Mynsiem) ব'হাগ মাহৰ মাজভাগত চেংখাচী পথাৰত অনুষ্ঠিত হয়। সু স্বাস্থ্য, সু খাদ্য, ৰূপ-লাৰ্বন্য প্ৰদানৰ বাবে ভগৱানক ধন্যবাদ জনাই কুমাৰী ছোৱালীয়ে নৃত্যৰ মাজেৰে উৎসৱ মুখৰ পৰিবেশ গঢ়ি তোলে। খাচীসকলৰ আন এটি উৎসৱ হ'ল নংক্ৰেম নৃত্য। চাদচুক মিনচেম উৎসৱৰ মাজেৰে ভগৱানক ধন্যবাদ জ্ঞাপন কৰাৰ দৰে নংক্ৰেম নৃত্যৰ মাজেৰে ৰজা প্ৰজাৰ বাবে বছৰটো সুখ সমৃদ্ধি হোৱাৰ কামনা কৰা হয়। খাচীসকলৰ গণতান্ত্ৰিক জীৱনধাৰাৰ প্ৰতিভূ নংক্ৰেম উৎসৱত ৰজাৰ ডাঙৰ ভনীয়েকে মুখ্য ভূমিকা লয়। পুৰণি প্ৰথাৰ মন্ত্ৰৰ মাজেৰে দেৱ দেৱতালৈ লাওপানী আগবঢ়াই মুকলি চোতালত পৰম্পৰাগত সাজপোছাকেৰে ৰজাৰ ভনীয়েক আৰু সহযোগীসকলে নৃত্য কৰে। সোমবাৰৰ পৰা শুক্ৰবাৰলৈ পাঁচদিন ধৰি চলা এই উৎসৱত প্ৰজাসকলে আগবঢ়োৱা ছাগলী দেৱতাৰ উদ্দেশ্যে বলি দিয়া হয়। ৰাইজে উচৰ্গা কৰা ছাগলী, কুকুৰা আদি পুৰুহিতৰ মন্ত্ৰ পাঠেৰে বলি দি তাৰ মাংস ৰজা, মন্ত্ৰী তথা অন্যান্যৰ মাজত ভগাই দিয়া হয়। এইয়া পূজাৰ প্ৰসাদ। ধৰ্ম আৰু সংস্কৃতিৰ এই উৎসৱ চাবলৈ দূৰ দূৰণিৰ বহু লোকৰে শ্বিলঙৰপৰা প্ৰায় বিশ কিলোমিটাৰ দূৰৈত অৱস্থিত স্মিত (Smit) ঠাইখন লোকাৰণ্য হৈ পৰে। এই পূজা আৰু নৃত্য খাচী লোকসংস্কৃতিৰ এক অপূৰ্ব নিদৰ্শন। ইয়াৰ উপৰি থ্লেল পূজা (সাপ পূজা), বেদাংখালাম, ৰেকিৱ,স্পটলিং আদি সৰুবৰ উৎসৱপাৰ্বন অঞ্চল অনুযায়ী খাচী আৰু জয়ন্তীয়া সকলৰ মাজত প্ৰচলন আছে।

আপাত দৃষ্টিত খাচীসকল ভৈয়ামৰ মূল প্ৰবাহৰপৰা আঁতৰি থাকিলেও প্ৰাচীন কালৰেপৰা তেওঁলোকেও লুইতৰ পাৰৰ ধৰ্ম সংস্কৃতিক একেবাৰে আওকান কৰি চলা নাছিল। প্ৰাচীন কালতেই ৰজা-ৰাজন্যসকলে হিন্দু নাম-ধাম গ্ৰহণ কৰি বৈদিক তথা ব্ৰাহ্মণ্য ধৰ্ম সংস্কৃতিৰ প্ৰতি নিজৰ আনুগত্য প্ৰকাশ কৰিছিল। তেওঁলোকৰে ৰজা যশমাণিকে কোচ ৰাজ্যৰপৰা 'জয়ন্তেশ্বৰী'ৰ প্ৰতিমা আনি নিজ ৰাজধানী জয়ন্তীপুৰত মহা সমাৰোহৰে প্ৰতিষ্ঠা কৰিছিল। ব্ৰাহ্মণ্য সংস্কৃতিৰ এনাজৰীৰে পৰ্বত ভৈয়ামৰ সাকো তৈয়াৰ হোৱাৰ শুভ ক্ষণতে

ইংৰাজ বনিসকলে তেওঁলোকৰ মাজত নতুন ধৰ্ম আৰু সংস্কৃতিৰ বীজ সিচি দিয়ে। কালক্ৰমত খাচীসকল পাহাৰী অঞ্চলতে আবদ্ধ হৈ গতানুগতিক জীৱন যাপন কৰিবলৈ ধৰিলে। কোৱা বাহুল্য যে বৰ্তমান খাচীসকলৰ উন্নতিৰ মূলতে ধৰ্ম আৰু খাচী মহিলাসকলৰ কঠোৰ শ্ৰম। খ্ৰীষ্টান ধৰ্মত দীক্ষিত হোৱাৰ লগে লগে কেতবোৰ উন্নতি লক্ষ্যনীয় হৈছে যদিও প্ৰাচীন পৰম্পৰা, ধৰ্ম, ৰীতি-নীতি আদি প্ৰায় স্তিমিত হৈ পৰিছে। তথাপি চেংখাচী অনুষ্ঠানৰ যোগেদি এচামে নিজৰ কৃষ্টি-সংস্কৃতিক পুনৰুদ্ধাৰ কৰিবলৈ যি প্ৰচেষ্টা অব্যাহত ৰাখিছে সি প্ৰশংসনীয়। বৰ্তমান খাচী সমাজত শিক্ষিতৰ হাৰ বাঢ়িছে। তেওঁলোকৰ সামাজিক পৰিবৰ্তনো আহিছে। সামাজিক ৰীতি-নীতি, পৰম্পৰা আদিলৈ অহা এনে পৰিবৰ্তন অহা মাতৃপ্ৰধান খাচী সমাজখন বৰ্তমান সমাজ বিজ্ঞানীসকলৰো গৱেষণাৰ থল বুলিব পাৰি। এই পৰিবৰ্তনে অনাগত দিনবোৰত কেনে ৰূপ পৰিগ্ৰহণ কৰে তাৰবাবে খাচী নতুন প্ৰজন্মই বাট চাব লাগিব।

## প্ৰসংগ পুথি


১) অসমীয়া -সুশীল শৰ্মা
২) ইতিহাসৰ পাত মেলি - ড. সৰ্বেশ্বৰ ৰাজগুৰু
৩) পৃথিৱীৰ বিভিন্ন ভাষা - ড. নগেন ঠাকুৰ
৪) খাচী জনজীৱনত এভুমুকি - চিলং মুকুল সংঘ, চিলং
৫) A History of Assam :- E.A. Gait.
৬) The Khasi Canvas - J.N. Choudhury.
৭) Encyclopedia of the North-East - Hamlet Bareh.
৮) The History & Culture of the Khasi people- Hamlet Bareh.
৯) The tribes of North-East India- Jayanta Bhattacharya.
১০) Customary law & Justice in the Tribal areas of Maghalaya- Kusum & P.M. Baksi.
১১) Khasi Heritage - U. Hipson Royed.
১২) The Khasis - P.Rt. Gurdonia.


❖❖❖❖

*পৰাগ নাথ চিলঙৰ শংকৰদেৱ কলেজৰ অসমীয়া বিভাগৰ বিভাগীয় প্ৰধান অধ্যাপক।*

# দেউৰী জনগোষ্ঠী ঃ
# সমাজ আৰু সংস্কৃতি

— *অৰুণ গোস্বামী*

**পৰিচয় আৰু ইতিহাস ঃ**

অসমৰ বৰ্ণাঢ্য জনগোষ্ঠীসমূহৰ এটি উল্লেখযোগ্য শাখা হ'ল দেউৰী সকল। দেউৰীসকল ঐতিহাসিকভাৱে চুতীয়া জাতিৰ লগত গভীৰভাৱে সংপৃক্ত। ত্ৰয়োদশ শতিকাৰ আগভাগত ঠিক আহোম আগমনৰ আগে আগে উজনিৰ শিৱসাগৰৰ পৰা সোৱণশিৰি নদীৰ পাৰলৈকে চুতীয়াসকলে সমূহ ৰাজ্য ভোগ কৰিছিল। পৰৱৰ্তী কালত কুণ্ডিল আৰু সৌমাৰপীঠ নামেৰে ই দুখন ৰাজ্যত পৰিণত হয়। এই ৰাজ্যৰ সীমা সম্বন্ধে ৰবিন্সন চাহাবে A Descriptive account of Assam-ত কৈছে— "The seat of the chutiyas then they were in the ascendent, appears to have been about Lakhimpur, and the banks of subansiri. They held all the country on the north of Brahmaputra, probably as for down as Bishnath. এই ৰাজ্যৰ সীমাই উত্তৰে হিমালয় পৰ্বতমালা, দক্ষিণে দিহিং নদী, পূবে পাটকাই পৰ্বত পশ্চিমে ভৰলী নদীলৈকে সামৰি লৈছিল। এই বৃহত্তৰ এলেকাত ৰাজত্ব কৰা চুতীয়াসকলৰ পুৰোহিত শ্ৰেণীৰ প্ৰতিনিধি আছিল দেউৰীসকল। ইতিহাসৰ সাক্ষ্যই কয় চতুৰ্দশ শতিকাৰ মাজভাগৰ পৰা আহোম আৰু চুতীয়াসকলৰ সংঘাট সৃষ্টি হয়। এই সংঘাট, সংঘৰ্ষৰ পৰিনতিতে ষষ্ঠদশ শতিকাৰ আৰম্ভণিত চুতীয়া ৰাজ্যখন আহোম ৰাজ্যত চামিল হয়। চুতীয়াসকলে যাতে পুনৰ সংঘবদ্ধ হৈ আহোমৰ বিপক্ষে ঠিয় দিব নোৱাৰে, তাৰ ব্যৱস্থাস্বৰূপে তেওঁলোকক অসমৰ বিভিন্ন স্থানলৈ প্ৰেৰণ কৰা হয়। ৰাজবংশৰ বহুতকে হত্যা কৰা হ'ল, বহুতক নিৰ্বাসন দিয়া হ'ল। কিছুমানক আহোমসকলে বিষয়বাব দি বিষয়া পাতে, বহুতৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰি সংঘাট প্ৰশমনৰ প্ৰায়োগিক ব্যৱস্থা গ্ৰহণ কৰে। আহোম সকলৰ লগত সম্বন্ধ স্থাপন হোৱা চুতীয়াসকলৰ পৰা আহোম আৰু হিন্দু চুতীয়া নামৰ দুটা ফৈদৰ সৃষ্টি হ'ল। তদুপৰি বৰাহী নামৰ এটি সৰু ফৈদো এই জাতিৰ অন্তৰ্ভুক্ত হয়। পৰৱৰ্তী কালত চুতীয়াসকল চাৰিটা ভাগত ভাগ হয়। এওঁলোক হ'ল হিন্দু, আহোম, বৰাহী আৰু দেউৰী চুতীয়া। ইয়াৰ ১ম তিনিটা ফৈদে অতীতৰ ৰীতি-নীতি-

ভাষা আদি এৰি দি অসমীয়া ভাষা সংস্কৃতি গ্ৰহণ কৰিলে। কিন্তু দেউৰীসকল কুলীন হৈয়েই থাকিল। ব্ৰাউন চাহাবে An outline Grammar of the Deori Chutia languageত কৈছে যে দেউৰীসকলে প্ৰাক আহোম যুগৰ পৰা চলি অহা ধৰ্ম আৰু ৰীতি-নীতিক অপৰিবৰ্তিত ৰূপত ৰক্ষা কৰি আহিছে। তেওঁলোক শদিয়াৰ সিপাৰৰ মূল বসতি স্থলৰ পৰা প্ৰায় এক শতিকাৰ আগতে বৰ্তমান থকা ঠাইলৈ অৰ্থাৎ উল্লিখিত উজনি অসমলৈ আহে। কিছুমানে এতিয়া ধৰ্ম সংক্ৰান্ত বিষয়ত শদিয়ালৈ অহা-যোৱা কৰে। তেওঁ স্পষ্ট কৰি দিয়ে দেউৰীসকল ঈশ্বৰৰ পূজাসেৱা কৰা প্ৰাচীন পুৰোহিত জাতৰ লোক। তাহানিৰে পৰা দেউৰীসকল স্বকীয় ভাষা-সংস্কৃতিৰ চৰ্চাৰ জড়িয়তে মহিমামণ্ডিত জাতি হিচাপে বৰ্তমানলৈকে বৰ্তী আছে।

## দেউৰী শব্দৰ অৰ্থ ঃ

দেউৰী শব্দটোৱে দেৱতাৰ পূজা-সেৱা কৰা লোকক বুজায়। আন কথাত যিসকলে দেৱ-দেৱীৰ মন্দিৰৰ পৰিচালক বা অধিকাৰী সেইসকলেই দেউৰী। দেউৰী ভাষাত 'দে'ৰ অৰ্থ সন্মানীয় বা গুণী, 'উ'ৰ অৰ্থ পুৰুষ আৰু 'ৰী'ৰ অৰ্থ প্ৰকৃতি। অৰ্থাৎ সন্মানীয় বা গুণী জ্ঞানী পুৰুষ-প্ৰকৃতি। চুতীয়া ৰাজ্যত প্ৰথমে এনে বিষয়বাব কেইজনমান লোকেহে লাভ কৰিছিল যদিও কালক্ৰমত বংশবৃদ্ধি হৈ বেলেগ এটা সম্প্ৰদায়ৰ সৃষ্টি হ'ল। ডঃ কাকতিৰ মতে সংস্কৃত দেৱগৃহিকৰ শব্দৰ পৰা দেউৰী শব্দৰ সৃষ্টি হৈছে। অসমীয়া বৈষ্ণৱ সমাজতো এই দেউৰী বিষয়-বাব শ্ৰদ্ধা সহকাৰে বৰ্তমানলৈকে চলাই থকা হৈছে।

## ফৈদ বিভাজন ঃ

বৃহত্তৰ দেউৰী সমাজত চাৰিটা ফৈদ বা গোট দেখা যায়। যেনে ঃ দিবঙীয়া, বৰগঞা, টেঙাপনীয়া আৰু পাটৰ গঞা। এই নামকৰণৰ লগত প্ৰতিটো ফৈদৰ বাসস্থানৰ ইতিহাস সাঙোৰ খাই আছে। দিবং নদীৰ উপত্যকাত বাস কৰা সকলক দিবঙীয়া, বৰনদী বা লুইতৰ পাৰত বাস কৰা সকলক বৰগঞা, টেঙাপানী নৈৰ পাৰত বসতি কৰা সকলক টেঙা পনীয়া আৰু পাট শদিয়াত বসবাস কৰা সকলক পাটৰ গঞা বোলা হৈছিল। বৰ্তমান কিন্তু পাটৰ গঞা ফৈদটো পোৱা নাযায়। আনহাতে বৰগঞা, টেঙাপনীয়া এই দুটা ফৈদে তেওঁলোকৰ ভাষা এৰি অসমীয়া ভাষী হৈ পৰিল। মাথো দিবঙীয়া সকলেহে তেওঁলোকৰ অতীত ভাষা-সংস্কৃতি অবিকৃতভাৱে চৰ্চা কৰি স্বকীয় সত্ত্বা প্ৰতিপাদন কৰি আহিছে।

## ধৰ্ম বিশ্বাস ঃ

মঙ্গোলীয় প্ৰজাতিৰ তীব্বতবৰ্মী শাখাৰ এই দেউৰী জনগোষ্ঠীৰ ধৰ্মাচাৰণ পদ্ধতিত মংগোলীয় প্ৰভাৱ স্পষ্ট। বৰ্তমান অসমত বসবাস কৰি থকা তিনিওটা ফৈদৰ উপাসনা স্থলক থান বা দেওশাল বুলি জনা যায় যদিও দিবঙীয়াসকলে 'মিদিকুঁ' বোলে। উল্লিখিত তিনিটা ফৈদৰ উপাস্য দেৱতাত প্ৰধানকৈ তিনিজন। দিবঙীয়াসকলৰ 'গিৰা-গিৰাচি', টেঙাপনীয়া খেলৰ 'পিচাদেমা' আৰু বৰগঞাসকলৰ 'পিচাচি'। দিবঙীয়াসকলৰ গিৰাগিৰাচিক 'কুতিমামা' অথবা বুঢ়াবুঢ়ী, টেঙাপনীয়াৰ পিচাদেমাক 'বলিয়াবাবা' বা 'বলিয়া হেমতা' আৰু বৰগঞাসকলৰ পিচাচিক তাম্ৰেশ্বৰী বা কেঁচাইখাতী নামেৰেও জনা যায়। তাম্ৰেশ্বৰী আৰু বলিয়া বাবাক কুতিমামাৰ পুত্ৰ কন্যা বুলিও বিশ্বাস কৰা হয়। মন কৰিবলগীয়া কথাটো হ'ল এই তিনিওটা ফৈদৰ উপাসনা স্থানৰ আৰ্হিত বেলেগ। দিবঙীয়াসকলৰ মিদিকুঁৰ মূল থাপনাত কুতি-মামা, আবৰবী, কুণ্ডিয়পিচা, চাউগুৰুকুণ্ডি আৰু কোঁৱৰকুণ্ডি এই পাঁচগৰাকী মূল দেৱ-দেৱীৰ উপৰি অন্য দেৱতাও থাকে। বৰগঞাসকলৰ তাম্ৰেশ্বৰী মন্দিৰ বা দেওশালৰ কেন্দ্ৰস্থলত স্বয়ং দেৱীৰ অৱস্থান। এই দেৱী গৰাকীক তামৰ মাই বোলা হৈছিল। মন্দিৰৰ ছালখন তামৰ হোৱা বাবে দেৱীগৰাকী তাম্ৰেশ্বৰী নামেৰে প্ৰসিদ্ধ হ'ল। টেঙাপনীয়াসকলৰ থানঘৰৰ মূল থাপনাত শিৱশিয়া, ন-কোঁৱৰ, ন-ভনী আৰু সাগৰ গচিয়াৰী (লখিমী) এই চাৰিগৰআকী দেৱদেৱীৰ অৱস্থান পোৱা যায়। এই দেওশাল পৰিচালনাৰ বাবে সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰে কেইজনমান বিষয়ববীয়া দেউীসমাজ নিৰ্বাচন কৰি লয়। বৰদেউৰী, সৰুদেউৰী, বৰভঁৰালী, সৰু ভঁৰালী হ'ল দেওশালৰ মুখ্য পৰিচালক। ইয়াৰ বহিৰেও খেলুৱা বৰা, বৰা, বাৰিক, ভোগ ৰান্ধনি, পৰিয়া আদি বিষয়ববীয়াও পূজা সেৱাত নিয়োজিত হয়। বৰদেউৰীন অঞ্চলটোৰ আটাইতকৈ সন্মানিত ব্যক্তি। তেওঁৰ স্বভাব-চৰিত্ৰ নিখুঁত হ'ব লাগিব। সু-স্বাস্থ্যৰলগতে সাপ, বাঘ আদিৰ দ্বাৰা তেওঁ আক্ৰান্ত হ'ব নালাগিব। আনকি তেওঁৰ গাত কাউৰীয়েও মলত্যাগ কৰিব নালাগিব। তদুপৰি কুলীন বংশৰপৰাহে এওঁলোকক নিৰ্বাচন কৰআৰ ব্যৱস্থা থাকে। বৰদেউৰী পদৰ বাবে দিবঙীয়া সকলে চুন্দাৰিয় গোত্ৰ, বৰগঞাসকলে ইকুচাৰু গোত্ৰ, টেঙাপনীয়াসকলে মাচিয়টিকাৰ গোত্ৰৰ পৰা যোগ্যজনক নিৰ্বাচন কৰে। পূজাসেৱাৰ দায়িত্ব সাধাৰণতে এই বৰদেউৰীৰ ওপৰত ন্যস্ত থাকে। তেওঁৰ অনুপস্থিতিত সৰু দেউৰীয়ে এই কাম কৰিব পাৰে। পূজাত সাধাৰণতে হাঁহ-পাৰ, কুকুৰা আৰু এক ৰঙৰ পঠা ছাগলী বলি দিয়া হয়। দিবঙীয়াৰ বাহিৰে আন ফৈদৰ মানুহে মহ বলি দিয়া আৰু তাৰ মাংস ভক্ষণ কৰাৰ কথা জনা যায়। অতীতত তাম্ৰেশ্বৰী মন্দিৰত নৰ বলিও দিয়া হৈছিল। বলি বিধানেৰে পূজা সম্পন্ন হোৱাৰ পিছত ৰাইজে দেওশালৰ কাষত থকা মৰংঘৰত ঘৰুৱাভাৱে প্ৰস্তুত কৰা মদ মাংসৰে ভোজভাত খায়। থানৰ এই সামূহিক পূজাৰ বাহিৰেও প্ৰয়োজনমতে দেউৰীসকলে ব্যক্তিগতভাৱে ঘৰত পূজা-অৰ্চনাৰ ব্যৱস্থা কৰে। এনে পূজাৰ দায়িত্ব দেওধাই নামৰ বিষয়-

বাব ধাৰী ব্যক্তিয়ে সম্পন্ন কৰে। ঘৰত জ্বৰ-নৰিয়া হ'লে দিবঙীয়াসকলে ইন্দ্ৰ দেৱতাৰ পূজা পাতে। জল দেৱতাৰ ৰোষত কিবা বেমাৰ আজাৰ হ'ল জলকাই ডাঙৰীয়াৰ পূজা নদীৰ পাৰত পতাৰ নিয়ম। কাৰোবাক বৃক্ষৰ ডাঙৰীয়া (অমিৰিয় গিৰা)ই ধৰি আক্ৰান্ত কৰিলে গছৰ গুৰিত পূজা দিয়া হয়। খেতি সামৰাৰ পিছত দেউৰীসকলে লখিমী বা শস্যৰ দেবী (মিনুচি নিদুৰবা) পূজা অনুষ্ঠিত কৰে। বিভিন্ন পূজাত প্ৰয়োজন অনুসৰি গাহৰি, কুকুৰা, হাঁহ, ঘৰুৱা মদ (চুঝে), বৰালী বা বাকলি নথকা মাছ মগুমাহ, জহা চাউল, পায়স আদি উপকৰণ দান কৰা হয়। এনে ধৰ্মীয় উৎসৱৰ ভিতৰত মিদিদেৰুৱা বা ৰাজকেঁবাং, মিমহাৰেৰুৱা, ইয়ইমিদি, মাঘীয় বিচু পূজা, শাওণীয় বা ন ধানৰ পূজা আদি উল্লেখযোগ্য।

## সামাজিক-সাংস্কৃতিক জীৱন ঃ

দেউৰীসকলৰ সংস্কৃতি মূলতঃ মঙ্গোলীয় সংস্কৃতি। অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ মাজত যেনেকৈ উমৈহতীয়া মঙ্গোলীয় সংস্কৃতিৰ লক্ষণ দেখা যায়, দেউৰীসকলৰ মাজতো এনে উমৈহতীয়া লক্ষণ পৰিলক্ষিত হয়। পিতৃতান্ত্ৰিক সমাজ ব্যৱস্থা, বাঁহ-বেতেৰে প্ৰস্তুত কৰা সঁজুলিৰ ব্যৱহাৰ, চাংঘৰ, চাউলৰ পৰা প্ৰস্তুত কৰা ঘৰুৱা মদৰ ব্যৱহাৰ, থলুৱাভাৱে তৈয়াৰী সাজপাৰৰ ব্যৱহাৰ, বলিবিধানেৰে পূজা উপাসনা আদি লক্ষণবোৰ দেউৰী সমাজতো স্পষ্ট ৰূপত দেখা যায়।

## বাসস্থান ঃ

দেউৰীসকলে সচৰাচৰ নৈৰ কাষত খেতি মাটিৰ পৰ্যাপত সুবিধা থকা ঠাইত বসবাস কৰে। ঘৰ-দুৱাৰ আৰু দৈনন্দিন জীৱনত ব্যৱহৃত প্ৰায়বোৰ সামগ্ৰী সাধাৰণতে বাঁহ-বেত-কাঠ আৰু খেৰেৰে নিৰ্মাণ কৰি লয়। এওঁলোক চাংঘৰত থাকে। ঘৰ-দুৱাৰ পুৱা-পশ্চিমা অথবা উত্তৰ-দক্ষিণ মুৱাকৈ সাজে। পুৱা শুই উঠি সূৰ্য দেৱতাক দৰ্শন কৰা আৰু গাঁৱৰ উজনিত পূৱফালে থকা দেওশাল প্ৰতি শিৰ দোৱাই শ্ৰদ্ধা ভক্তি জনাবৰ বাবেই খুউৱ সম্ভৱ এনে সজ্জাক তেওঁলোকে গুৰুত্ব দিয়ে। আগফালৰ চাংঘৰৰ আগফালৰ খোলা আহল-বহল মিচং বা মিচ্ছখনত সাধাৰণতে অতিথি সৎকাৰ কৰা হয়। কাঠৰ জখলাৰে চাংঘৰলৈ উঠি ঘাই দুৱাৰেৰে পাৰ হৈ ঘৰৰ ইমূৰৰ পৰা সিমূৰলৈ থকা দিঘলীয়া বাটেৰে কাষৰ কোঠালীলৈ যোৱাৰ ব্যৱস্থা থাকে। ৰন্ধনশাল এমূৰত থাকে, তাৰ কাষতে মূৰব্বীজনৰ কোঠা। মিচঙৰ দক্ষিণফালে আৰু এখন সৰু চাং থাকে তাক 'জি মিচং' বোলা হয়। তাত ঘৰৰ তিৰোতাসকলে ধান-চাউল, পানী, খৰি-খেৰ আদি সংৰক্ষণ কৰে। দেউৰীসকলে ধান বানিবৰ বাবে উড়ালৰ সলনি ঢেকী ব্যৱহাৰ কৰে। সাধাৰণ থকা ঘৰৰ বাহিৰেও দেউৰীসমাজত ভঁড়াল, তাঁতশাল, ঢেকীঘৰ, গোহালি, গাহৰি, ছাগলী আদি গঁড়াল দেখা যায়। অৱশ্যে বৰ্তমান সভ্যতাৰ প্ৰভাৱত পৰম্পৰাগতভাৱে কৰা এনেবো নিৰ্মাণ সলনি হ'ব ধৰিছে।

## জীৱিকা :

দেউৰীসকল কঠোৰ পৰিশ্ৰমী কৃষিজীৱী লোক। দেউৰী তিৰোতাসকলে পুৱাৰ পৰা ৰাতিলৈকে ঘৰৰ বাহিৰ ভিতৰৰ সকলো কামেই কৰে। মুঠতে তেওঁলোকে হাল নাবায়, হাবিগছ আদি নাকাটে। দেউৰীসকলে খেতি পথাৰত অজস্ৰ শ্ৰমদান কৰি আহু আৰু শালিধানৰ উপৰি আলু, সৰিয়হ, মাহ আদি উৎপাদন কৰে। এটা পৰিয়ালে আন এটা পৰিয়ালক খেতি-বাতিৰ ক্ষেত্ৰত সময় কৰে। তদুপৰি ৰাজহুৱাভাৱে গাঁৱৰ পিছপৰা ঘৰক দলবদ্ধভাৱে হাল-কোৰ বোৱা, খেতি চপোৱাত সহায় কৰে। ইয়াক সাঁহিয়া বোলা হয়। এগৰাকী তিৰোতাই নজনা কাম আন এগৰাকীৰ পৰা শিকি লয়। ২য় গৰাকীয়ে প্ৰথম গৰাকীৰ পৰা নজনাটো শিকি লয়। এই প্ৰথাটোক 'হেদাৰি' বোলা হয়। সমাজত বয়-বস্তু সলনি কৰাৰ নিয়ম আছে। দেউৰীসকলে মৎস্য চিকাৰ; বিক্ৰি নকৰে। প্ৰয়োজনীয় কাপোৰ কানি ঘৰতে প্ৰস্তুত কৰি লয়। ঘৰুৱা উৎপাদিত বস্ত্ৰ পিন্ধিহে বৰদেউৰী প্ৰভৃতি পূজাৰীসকলে পূজা উপাসনা কৰাটো নিয়ম। এওঁলোকে জীৱজন্তু পোহ-পাল কৰে। পোহনীয়া জীৱজন্তুৰ ভিতৰত গৰু, গৰি, ছাগলী, কুকুৰা আদি উল্লেখযোগ্য।

## লোক বিশ্বাস :

শগুণ দেউৰীসকলৰ বাবে অতি অমঙ্গলসূচক আৰু অপবিত্ৰ পক্ষী। কেনেবাকৈ ঘৰত শগুণ পৰিলে অমঙ্গল নাশৰ বাবে পূজা দিব লাগে। দিবঙীয়সকলৰ ঘৰৰ চৌহদ অথবা খেতি পথাৰতো কাউৰী, শগুণ, চুতীয়া শালিকাই বাঁহ লোৱাটো অমঙ্গলসূচক বুলি ভবা হয়। তেনেদৰে সাঁপ ঘৰৰ ভিতৰতে সোমোৱাটো দুৰ্ভাগ্যৰ প্ৰতীক। আনহাতে তথাকথিত নীচ বৰ্ণৰ বা বাহিৰা মানুহ সোমালেও ঘৰ অপবিত্ৰ হয় বুলি ধৰা হয়। এওঁলোকে অম্বুবাচী বা ষাঠৰ চুৱা মানে। জন্ম আৰু মৃত্যুত অশৌচ পালন কৰাৰ ব্যৱস্থা আছে। সন্তান জন্ম হ'লে সাঁত দিনৰ পৰা দহ দিনলৈ প্ৰসূতি আৰু সন্তানটিক অসুচি বুলি ধৰা হয়। কেঁচুৱাৰ নাই সৰিলে গাঁৱৰ বুঢ়ী মানুহ কেইগৰাকীমান আহি চুৱা ভঙা সকাম পাতে। কোনো কোনো গাঁৱত এমাহলৈকে এই অশৌচ পালন কৰা হয়। নৱজাতক ল'ৰা হ'লে ধনু-কাঁড়, ছোৱালী হ'লে তুলাচনী স্পৰ্য কৰোৱাটো পুৰণি নিয়ম। নৱজাতকৰ ঘৰখনৰ উপৰি বংশ-পৰিয়াল, গোত্ৰৰ মানুহে অশৌচৰ সময়ত সকাম-নিকাম বা দেওশালত পূজা-অৰ্চনা কৰাটো নিষেধ। মন কৰিবলগীয়া কথাটো হ'ল— নৱজাতকৰ মুখত ঘৰুৱা মদ বাকি একো অপায় অমঙ্গল নহ'বলৈ ভগৱানক প্ৰাৰ্থনা জনোৱা নিয়ম অন্যান্য মঙ্গোলীয় সম্প্ৰদায়ৰ দৰে দেউৰীসকলৰ মাজতো দেখা যায়। তেনেদৰে জল দেৱতা, গছ দেৱতাৰ ৰোষত বেমাৰ-আজাৰ হয় বুলি সিবলাকক সন্তুষ্ট কৰাৰ পূজা ব্যৱস্থা প্ৰচলন আছে।

**সাজ-পাৰ ঃ**

দেউৰী পুৰুষে ইকু (ধুতি) আৰু মূৰত বা ডিঙিত বছে (গামোছা) লয়। বিবাহিত মহিলাই বুকুলৈকে বন্ধা ইগু (মেখেলা) আৰু কঁকালৰ তললৈ পৰা জকাছিবা (কঁকালবন্ধনী) পিন্ধে। মূৰত গাপিগীৰে চুলিকোছা সম্পূৰ্ণ মেৰিয়াই থয়। বিবাহ উপযোগী ছোৱালীয়ে কঁকালৰ পৰা ইগু আৰু বুকুত বাইগা (দীঘল চেলেং) বান্ধি লয়। মূৰত গঠিগী বান্ধে। সৰু ছোৱালীয়ে বাইগা নলয়। সাজ-পাৰ সাধাৰণতে ৰঙীণ আৰু ফুলামকৈ বৈ লয় যদিও পূজা-উপাসনাত বগা সাজহে পিন্ধিব লাগে। কামৰ সময়ত মহিলাসকলে মূৰত মুজোৰি বা টকয়া মাৰি লয়। সাজপাৰৰ লগত মিলাই বাখৰ খটোৱা জাংফাই, কেৰু, উজনিত বা উন্তি, পোৱালমণি আদি অলঙ্কাৰ পৰিধান কৰে। ৰঙা, নীলা, হালধীয়া, কলা আদি সুঁতাৰে বিভিন্ন আকাৰৰ ফুল বাছি সাজ-পাৰ আকৰ্ষণীয় কৰাৰ ক্ষেত্ৰত দেউৰী মহিলা অতি পাৰ্গত।

**উৎসৱ-অনুষ্ঠান ঃ**

দেউৰী জনগোষ্ঠীৰ উৎসৱ-অনুষ্ঠানসমূহ মূলতঃ ধৰ্মৰ লগত জড়িত ধৰ্মীয় উৎসৱৰ বাবে বুধবাৰটোক শুভদিন বুলি ধৰা হয়। বিশেষ অসুবিধা হ'লে দেওবাৰেও পূজা দিব পাৰি। ব'হাগ, শাওণ, কাতি আৰু মাঘ মাহ পূজাৰ বাবে প্ৰসস্ত। পুহ আৰু চ'ত মাহত পূজা সম্পূৰ্ণ নিষিদ্ধ। বহাগ আৰু মাঘমাহৰ পূজা আটাইতকৈ ডাঙৰ। শাওণ মাহত আহুধান কাটি ঘৰলৈ অনাৰ পাছত 'ন ভাতৰ' পূজা দেওশালত পতা হয়। অৱশ্যে শালিধান কটাৰ পিছত এনে পূজা ঘৰতে সম্পন্ন কৰা হয়। প্ৰতি মাহে মাহে এওঁলোকে মাহেকীয়া পূজা পালন কৰে। লক্ষ্মী অথবা সম্পদৰ মূল স্বৰূপ ন ধান কাটি 'ন খুউৱা' প্ৰথা দেউৰী সমাজত পূৰ্বৰে পৰা চলি আহিছে। ধৰ্ম আৰু কৃষি জীৱনৰ লগত জড়িত অনুষ্ঠানৰ ভিতৰ 'বিচু' উল্লেখযোগ্য। বিচু তিনি প্ৰকাৰৰ বহাগীয় বিচু, কাতিবিচু আৰু মাঘীয় বিচু। চ'তৰ সংক্ৰান্তিৰ দিনা বুধবাৰ হ'লে তেওঁলোকে বহাগীয়া সমাজৰ দৰে মাহ-হালধী সানি, দীঘলতি-মাখিয়তীৰে খেদি নি গৰুক নদীৰ কাষত গা-ধুউৱা হয়। সিদিনাই দেওশালত পূজা দিয়া হয়। ২য় দিনৰ পৰা গাঁৱৰ ডেকা-গাভৰু সকলোৱে পৰিষ্কাৰ সাজ-পাৰ পিন্ধি পৱিত্ৰ মনেৰে দেওশালত গীত-নাচৰ আয়োজন কৰে। চফল ডেকা-গাভৰুৰ নাচৰ গিৰিপ গিৰিপ শব্দ মুখৰ কুৰুলিয়ে এই অনুষ্ঠানক অধিক প্ৰাণৱন্ত কৰি তোলে। এসপ্তাহ জুৰি এই বিচু চলি থাকে। অৱশ্যে এমাহৰ আগৰ পৰাই গধূলি এই নাচ-গীতৰ আখৰা চলাই থকা হয়। বহাগৰ দ্বিতীয় সপ্তাহৰ পৰাহে ৰাইজে প্ৰত্যেক ঘৰত হুচৰি গায়। হুচৰি শেষ হ'লে বিহু উৰুৱায়। ইয়াক 'বিচুদাবেকুই' বোলা হয়। বহাগীয় বিচুৰ এটি আকৰ্ষণীয় অনুষ্ঠান কণীযুঁজ (দুঁজাচ্ছুজুবাবা)। বহাগ বিহুৰ এটি অবিচ্ছেদ্য অংগ হ'ল দেওধানি উৎসৱ। সাধাৰণতে দেওশালত দেওধানি নাচ নচা হয়। এই নৃত্যৰ এক স্বকীয় ৰূপ তথা বিশেষত্ব আছে।

দেও যিজনৰ গাত লম্ভে তেওঁ এনে নাচ নাছে আৰু ভূত ভৱিষ্যৎ সম্পৰ্কে বক্তব্য আগবঢ়ায়। অতি শ্ৰদ্ধা ভক্তিৰে সেইজনাৰ বাণী সমাজে পালন কৰে। মাঘ মাহৰ শুক্লপক্ষৰ প্ৰথমটো বুধবাৰে মাঘীয় বিচু শুভাৰম্ভ কৰি সিদিনাৰ পৰা এসপ্তাহলৈকে গাঁৱত এই বিহু পালন উলহ-মালহেৰে উদ্‌যাপন কৰা হয়। এমাহৰ আগৰ কাঠ আদি যোগাৰ কৰি মেজি সজা হয় আৰু বৃহস্পতিবাৰৰ পুৱতি নিশা মেজিত অগ্নি সংযোগ কৰি অগ্নি দেৱতাৰ প্ৰতি আলু, মাহ, তামোল-পাণ অৰ্পণ কৰি সকলোৰে মঙ্গল কামনা কৰি সেৱা জনোৱা হয়। সিদিনাই দেওশালত পূৰ্ব পুৰুষৰ পূজা সম্পন্ন কৰি ডেকা-গাভৰুৱে ঘৰে-ঘৰে গৈ নৃত্য-গীত প্ৰদৰ্শনৰ ব্যৱস্থা কৰে। এই বিহু মূলতঃ ভোগ আৰু আনন্দৰ উৎসৱ। তেনেদৰে কাতি মাহৰ সংক্ৰান্তিৰ দিনা সন্ধিয়া ভঁৰাল আৰু পথআৰত বন্তি প্ৰজ্বলন কৰা হয়। গাঁৱৰ এডোখৰ ঠাইত সকলো ৰাইজ একত্ৰ হৈ কল, পিঠা, তামোল পান লক্ষ্মীদেৱীৰ উদ্দেশ্য অৰ্পণ কৰে। দিবঙীয়া ফৈদৰ মানুহে কুকুৰা কাটি তাৰ তেজ আৰু মূৰ ভঁৰাল আৰু পথাৰত লক্ষ্মীদেৱী (মিনুচী)ৰ উদ্দেশ্যে অৰ্পণ কৰে। এনে পূজা পাতল নকৰিলে খেতিৰ উৎপাদন বৃদ্ধি নহয় বুলি বিশ্বাস কৰা হয়। এই অনুষ্ঠানক কাতি বিচু বুলিব পাৰি। মুঠতে এই তিনিবিহুৱে দেউৰী জনগোষ্ঠীৰ সামাজিক শক্তিৰ অধিক উন্নয়ন সাধনৰ লগতে সাংস্কৃতিক উত্তৰণৰো পথ প্ৰদৰ্শন কৰিছে। ইয়াৰ বাহিৰেও অন্যান্য সৰু-সুৰা এনে উৎসৱ -অনুষ্ঠানে দেউৰী জনগোষ্ঠীৰ বৰ্ণাঢ্য সাংস্কৃতিক ৰুচিবোধৰ প্ৰতিফলন ঘটাইছে।

## শৱ সৎকাৰ ব্যৱস্থা ঃ

মানুহৰ মৃত্যু হ'লে শৱ দাহ কৰাৰ ব্যৱস্থা দেউৰী সমাজত পূৰ্বাপৰ চলি আহিছে। জন্মৰ অশৌচতকৈ মৃত্যুৰ অশৌচ সৰু বুলি ভবা হয়। গাঁৱত কোনো লোকৰ মৃত্যু হ'লে মুনিহ-তিৰোতা সকলো মৃতকৰ ঘৰত গোট খায়। শৱটোত মাহ-হালধী ঘঁহি ধুৱাই শুচি কৰি নতুন কাপোৰ পিন্ধাই দিয়া হয়। মৃতকৰ মূৰত ৰূপৰ 'কপালি' আৰু মুখত ৰূপৰ টকা কেইটামান সুমুৱায় দিয়ে। পিণ্ডদান কৰাজনে এদাল বাঁহৰ চেপেনাৰ সৈতে মৃতকৰ আঙুলিৰ মাজেৰে ধান কেইটামান সৰকাই দিয়ে। পিছত ধান কেইটা আছুতিয়াকৈ সংৰক্ষণ কৰা হ?। কেইদিনামানৰ পিছত সেই ধআন কেইটা পৰীক্ষা কৰা হয়। যদি ধানৰ সংখ্যা বাঢ়ে তেতিয়া সম্পদ বাঢ়ে; যদি কমে সম্পদো কমে বুলি দেউৰীসকলে বিশ্বাস কৰে। এই ব্যৱস্থাত যি বিধ ধান দিয়া হয়, তিনি বছৰলৈ গৃহস্থই সেই ধানৰ কঠিয়া নাৰাখে। শ্মশানলৈ সকলো মিলি চাঙত তুলি মৃতদেহ নিয়াৰ পাছত চিতাত সাঁতপাক ঘূৰাই দাহৰ বাবে প্ৰস্তুত কৰা হয়। পিণ্ড দিয়াজনে মুখাগ্নি কৰে। শৱ দাহ কাৰ্য শেষ হোৱাৰ পিছত গৃহস্থই গাহৰি মাৰি ৰাইজক ভোজ দিয়ে। খোৱাৰ আগতে ঘৰৰ পাছফালে মৃতকৰ উদ্দেশ্যে পিণ্ডদান কৰা হয়। গৰ্ভৱতী তিৰোতা, সৰু ল'ৰা-ছোৱালী, সাপ আদিয়ে দংশন কৰা, দুৰ্ঘটনাত মৃত্যু হোৱা আৰু আত্মঘাটী হোৱা মানুহৰ দহন কৰা নহয়, মাটিত গাত খান্দি পুতি থোৱাটো নিয়ম।

**বিবাহ-ব্যৱস্থা ঃ**

দেউৰী সমাজত কেইবা প্ৰকাৰৰ বিবাহ দেখা যায়। যেনে— বৰবিয়া, সৰুবিয়া, মাজুবিয়া, ভকতৰূপীয়া বিয়া আৰু পলুৱাই অনা বিয়া। তিনিদিনীয়া বিয়াক বৰবিয়া, দুদিনীয়াক মাজুবিয়া আৰু এদিনীয়া বিয়াক সৰুবিয়া বোলা হয়। তিনিও প্ৰকাৰ বিয়াত নিয়মবোৰ একে; মাথো খৰছৰ তাৰতম্য আছে। ভকতৰূপীয়া বিয়াত খৰছ কম। দৰাপক্ষই আগভাগ লৈ কন্যা খোজা বঢ়া কৰাৰ অন্তত দুয়োপক্ষই মিলি বিবাহৰ দিন ধাৰ্য কৰে। বিবাহৰ আগদিনা দুয়োপক্ষই পূৰ্বপুৰুষৰ পূজা পাতে। কন্যাই বিবাহৰ আগদিনা গা ধুই সখীয়েকসকলৰ লগত দেওশালত সেৱা জনাইগৈ। তদ্ৰূপ দৰাইয়ো দেওশালত আৰ্শীবাদ ল'ব লাগে। বিয়াৰ দিনা দৰা-কন্যা নোওৱা-ধুওৱা কৰে। দৰা পক্ষলৈ কন্যাৰ ঘৰত উপস্থিত হৈ কন্যাৰ পাণি গ্ৰহণ কৰে। খৰছৰ আধিক্য আৰু সামাজিক নীতি-নিয়মৰ বাহুল্যতাৰ বাবে বৰ্তমান এনে বিবাহ ব্যৱস্থা কমি যোৱা দেখা যায়। তাৰ ঠাইত আজিকালি বৰগঞা আৰু টেঙাপনীয়া সমাজত ভকতৰূপীয়া বিয়া বেচি জনপ্ৰিয় হোৱা দেখা যায়। দিবঙীয়া ফৈদত ভকতৰূপীয়া আৰু পলুৱাই অনা বিয়া বেছিকৈ প্ৰচলন হোৱা দেখা যায়। পলুৱাই অনা বিয়াত নিজৰ গোত্ৰ বাদ দি এজন ডেকাই মনে মিলা এগৰাকী গাভৰুক পলুৱাই আনি নীতি নিয়মেৰে ঘৰত বিয়া পাতি লয়। এই বিয়াক 'হামকিয় চচঁয়' বোলা হয়। এনে বিয়াত কন্যাৰ মাক-দেউতাকে দৰাপক্ষৰ পৰা গা ধন লোৱাৰ নিয়ম আছে। আজি-কালি অৱশ্যে এনে বাধ্যবাধকতা দেখা নাযায়। দেউৰী সমাজত বিধবা বিবাহ স্বীকৃত। কিন্তু এনে বিবাহ সঘনালনিকৈ নহয়। এজন পুৰুষে প্ৰথমা পত্নীৰ মৃত্যুৰ পিছত দ্বিতীয়বাৰৰ বাবে বিয়া পাতিব পাৰে। বিবাহ-বিচ্ছেদ সাধাৰণতে নহয়। দেউৰীসমাজত বিবাহ সম্পৰ্কে কেতবোৰ ধৰা-বন্ধা নীতি আছে। নিজৰ জ্ঞাতিৰ ভিতৰতহে বিয়া পতা হয়। বৰগঞা, টেঙাপনীয়া আৰু দিবঙীয়াসকলে নিজৰ নিজৰ ফৈদৰ বাহিৰেও আন ফৈদৰ পৰাও বিবাহ পাতে। কিন্তু অন্য জনজাতিৰ কন্যাক পাণি গ্ৰহণ কৰিব নোৱাৰে। তেওঁলোকে মোমায়েকৰ সম্বন্ধীয় ভায়েক বা ককায়েকৰ ছোৱালীহে বেচি পচন্দ কৰে। অৱশ্যে নিজৰ মোমায়েকৰ ছোৱালী বিয়া কৰাব নাপায়। এটা পৰিয়ালে এঘৰৰ পৰা ছোৱালী বিয়া পাতি থাকিব পাৰে। ভায়েকে ককায়েকৰ খুলশালীক বিয়া কৰাত অসুবিধা নাই। এক পত্নী বিবাহ নীতি দেউৰীসকলে অনুসৰণ কৰে যদিও ধনীমানি জনে একাধিক পত্নী গ্ৰহণ কৰাও দেখা যায়।

**ভাষা ঃ**

দেউৰীসকলৰ আচাৰ-ৰীতি, জীৱন পদ্ধতিৰ সুকীয়া বৈশিষ্ট্য দেখা যায়। তেনেদৰে তেওঁলোকৰ ভাষাৰো স্বকীয় বৈশিষ্ট্য আছে। গ্ৰিয়াৰ্চন চাহাবে এই ভাষাটো বড়ো ভাষাৰ অন্তৰ্গত বুলি মন্তব্য কৰি কৈছি— "বড়ো ভাষাবোৰৰ ভিতৰত আটাইতকৈ

পূৰ্বদেশীয় ভাষা হৈছে চুতীয়া ভাষা। ই ক্ষিপ্ৰগতিৰে মৃত্যুৰফালে আগবাঢ়িছে। এই ভাষাটো চুতীয়াসকলৰ পুৰোহিত শ্ৰেণীৰ লোকসকলে কয়।" অৰ্থাৎ চুতীয়াসকলৰ ভাষাই দেউৰী ভাষা। বৰ্তমান চুতীয়াসকলৰ এই ভাষা নাই। দেউৰীসকলৰ আটাইকেইটা ফৈদৰ ভিতৰত মাথো দিবঙীয়াসকলেহে এই ভাষাটো ব্যৱহাৰ কৰে। অতীত এওঁলোকৰ লিপি আছিল যদিও বৰ্তমান হেৰাই গৈছে। ইতিমধ্যে নিজা ভাষা সংৰক্ষণৰ বাবে বৃহত্তৰ দেউৰীসমাজে তেওঁলোকৰ দ্বাৰা স্বীকৃত লিপি গ্ৰহণ কৰি পাঠ্যপুথিৰ পৰা ধৰি সাহিত্য চৰ্চাত মনোনিৱেশ কৰিছে। তেনেদৰে হেৰাই যাব ধৰা সাংস্কৃতিক ঐতিহ্য সংৰক্ষণৰ বাবে প্ৰয়োজনীয় পদক্ষেপ গ্ৰহণ কৰিছে।

অন্যান্য জনগোষ্ঠীৰ দৰেই অসমীয়া সমাজ আৰু সংস্কৃতিলৈ দেউৰীসকলৰ অৱদান অপৰিসীম। অসমীয়া ভাষা-সংস্কৃতি, উৎসৱ-অনুষ্ঠান, জীৱন-চৰ্যা তথা সমাজ পদ্ধতিক দেউৰী জনগোষ্ঠীৰ বহু উপাদানে সমৃদ্ধ কৰিছে; তেনেদৰে দেউৰীসকলৰ বহুবৰ্ণময় স্বকীয় ঐতিহ্য বৃহত্তৰ অসমীয়া সমাজত লীন গৈ বিৰল আৰু অনুপম সংমিশ্ৰিত সাংস্কৃতিক সৌধ নিৰ্মাণত প্ৰভূত অৰিহণা যোগাই বৃহত্তৰ জনজীৱনক ধন্য কৰিছে।

## সহায়ক গ্ৰন্থ


১। Gait, Sir edward : A History of Assam, L.B.S. publication, 1997

২। Kakati, Banikanta : Mother goddess Kamakhya

৩। Saikia, Paban chandra : The Dibongiyas, B.R. Publishing Corporation, Delhi, 1976

৪। ভট্টাচাৰ্য, প্ৰমোদচন্দ্ৰ (সম্পাঃ) : অসমৰ জনজাতি, অসম সাহিত্য সভা, ১৯৬২

৫। ৰাজবংশী, পৰমানন্দ (সম্পাঃ) : অসমীয়া জাতি আৰু সংস্কৃতি, প্ৰাগজ্যোতিষ মহাবিদ্যালয়, ২০০৩

৬। সভাপণ্ডিত, হিৰণ্য আৰু ৰাজখোৱা, অৰবিন্দ (সম্পাঃ) : লক্ষীমপুৰ কেন্দ্ৰীয় ৰঙালী বিহু সম্মিলন, ২০০৭

৭। শইকীয়া, পৱনচন্দ্ৰ : দেউৰী চুতীয়া অসম সাহিত্য সভা, ১৯৭৪


❖❖❖❖

শ্ৰী গোস্বামী লক্ষীমপুৰ শঙ্কৰদেৱ কলেজৰ অসমীয়া বিষয়ৰ অধ্যাপক।

# অৰুণাচলৰ বিবিধ জনগোষ্ঠীৰ বৰ্ণাঢ্য সংস্কৃতি

*— যোগেন তামুলী*

১৯৭২ চনলৈকে অৰুণাচল 'নেফা' (North-East Frontier Agency) নামেৰে পৰিচিত আছিল। ১৯৭২ চনৰ ২০ জানুৱাৰীত ভাৰত চৰকাৰে কেন্দ্ৰীয় শাসিত অঞ্চল হিচাপে ঘোষণা কৰি 'অৰুণাচল প্ৰদেশ' নাম দিয়ে। ১৯৮৭ চনৰ ২০ ফেব্ৰুৱাৰীত পূৰ্ণাংগ ৰাজ্যৰ মৰ্যাদা লাভ কৰে। ১৯৩৮ চনত ব্ৰিটিছসকলে অৰুণাচলক অসমৰ সৈতে চামিল কৰিছিল। ১৯৩৮ চনৰ পৰা ১৯৭২ চনলৈকে অসমৰ প্ৰশাসনীয় সীমাৰ ভিতৰত আছিল। আহোম শাসন কালৰ পৰা অৰুণাচলৰ সৈতে অসমৰ সম্পৰ্কৰ ঐতিহাসিক উল্লেখ পোৱা যায়।

হিমালয়ৰ দক্ষিণ অংশত অৱস্থিত ৰাজ্যখনৰ মাটিকালি ৮৩,৭৪৩ বৰ্গ কিলোমিটাৰ। ২০০১ চনৰ লোকপিয়ল মতে জনসংখ্যা ১০,৯৬,৭০২ জন। জিলা ১০ খন তাৱাং, ৱেষ্ট কামেং, ইষ্ট কামেং, পাপুমপাৰে, লৱাৰ সোৱণশিৰী, আপাৰ সোৱণশিৰী, ইষ্ট চিয়াং, ৱেষ্ট চিয়াং, আপাৰ চিয়াং, দিবাং ভেলী, লৱাৰ দিবাং ভেলী, লোহিত, চাংলাং, টিৰাপ, আনজউ। মুখ্য জনগোষ্ঠীসমূহ হৈছে— আদি, (নিচি বাংগ্ৰ, পুৰইকা), আপাতানি, বুগান, গালো, হ্ৰুচো, কোৰো, মেয়ৰ, মনপা, তাগিন, মিচিমি (ইদু, তাৰাওঁ, কামান) চাজোলাং, চৰতাং, তাই খামতি (খামিয়াং), তাংচা (মোকলোম, লনচাং, তুতচা, তিখক, হাৱোই, মোগলাই, ঙাইমং পনথাই, খানাক লোংহাই, হালেই, চেল্লিম, চেচু, চিয়াংহাই, ৰেৰা, চিয়াংতি, দমে, মইতাল, হাতচেঙ, গেইই, গাজা, কোচোং, লোওচাং, লাকি, গালোং, চামচাং, ৰিংখো, চোহৰা, বোভংতাই, ৰংচাং-কধৰি), নক্তে, ৱাঞ্চো, তুৎচা, চেৰদুকপেন, খাম্বা, মোম্বা, চিংফৌ আৰু য়ুবিন। অৰুণাচলৰ স্বীকৃত জনগোষ্ঠীকেইটা হৈছে— আবৰ, অকা, আপাতানি, ডফলা, গালং, খামতি, খোৱা, মিচিমি, মোম্বা, নগা জনগোষ্ঠী, চেৰদুকপেন আৰু চিংফৌ।

## ভাষা ঃ

অৰুণাচলৰ জনগোষ্ঠীয় লোকসকল ইন্দো-মঙ্গোলীয় গোষ্ঠীৰ লোক বুলি ঠাৱৰ কৰা হৈছে। অৰুণাচলৰ প্ৰত্যেক জনগোষ্ঠীৰে একোটা কথিত ভাষা আছে। জনগোষ্ঠীয় এই ভাষাসমূহৰ লিখিত ৰূপ পোৱা নাযায়। ভাষাসমূহ চীন-তিব্বতীয় ভাষা পৰিয়ালৰ। শ্যাম-চীন শাখাৰ খামতি ভাষাৰ লিখিত ৰূপ আৰু লিপি পোৱা যায়। জনগোষ্ঠীয় ভাষাসমূহ ইটো গোষ্ঠীৰ ভাষা সিটো গোষ্ঠীয়ে বুজি নোপোৱা বিধৰ। সেয়েহে অসমীয়া ভাষাৰ প্ৰান্তীয় ৰূপ অৰুণামিজ সংযোগী ভাষা হিচাপে ব্যৱহৃত হৈছিল। সম্প্ৰতি হিন্দী আৰু ইংৰাজী ভাষা সংযোগী ভাষা হিচাপে ব্যৱহৃত হ'ব ধৰিছে।

## কেইটামান জনগোষ্ঠীৰ অতি চমু পৰিচয় ঃ

আদি (আবৰ) ঃ চীনদেশৰ পৰা আহি আবৰ আৰু মিচিমিসকলে পাহাৰত বসবাস কৰে। আদিসকল পাদাম, গালং, মিঞং, পাচি আৰু পাঙ্গি উপভাগত বিভক্ত। এই ভাগকেইটাৰ উপৰি টামুক, পোটিন, জাম, দাই, ইৰিং, পেৰমে ইত্যাদি সৰু ভাগ পোৱা যায়।

আদিসকলৰ বিভিন্ন ভাগবোৰৰ ধৰ্ম, খাদ্য, বিবাহ ইত্যাদি বিষয়ত মিল দেখা যায়। এওঁলোকৰ মাজত সাপপূজা, বেলিপূজা, দেও পূজা ইত্যাদিৰ প্ৰচলন দেখা যায়। দেৱতাসকলৰ সন্তুষ্টিৰ অৰ্থে কুকুৰা, গাহৰি, মদ, মেথোন ইত্যাদিৰে পূজা কৰে। কৃষিজীৱি আদিসকলে আমদাং (শালি খেতি) আম (আহু খেতি), দপং (শালি আৰু আহুৰ মাজত কৰা খেতি) আৰু গোম ধানৰ খেতি কৰে।

পিতৃতান্ত্ৰিক সমাজ ব্যৱস্থাৰে পৰিচালিত আদিসকলৰ মাজত বিধৱা বিবাহৰ প্ৰচলন আছে। বিবাহৰ ক্ষেত্ৰত পিতৃ-মাতৃৰ মত সাপেক্ষে ডেকা-গাভৰুৰ নিজা পচন্দ অনুসৰি হয়। বিয়াৰ আগত ল'ৰা-ছোৱালীৰ ঘৰত থাকিব পাৰে। বিয়া উপলক্ষ্যত উৎসৱ নহয়। একে ঠাল আৰু ওচৰ-সমন্ধীয় আত্মীয়ৰ সৈতে বিবাহ নহয়। বহুপত্নী বিবাহৰ পৰম্পৰাও আছিল। বাল্য বিবাহ, কন্যাক শিশু কালতে কিনি থোৱা পৰম্পৰাও আছিল।

গাঁৱৰ পাঁচ-ছজন মুখিয়াল লোকেৰে গঠিত এটি গোটে গাঁৱৰ সমাজ পৰিচালনা কৰে। ডেকাসকল ৰাতি 'মচুপ' (ডেকা চাং) গাভৰুসকল 'ৰাচেং' (গাভৰু চাং)ত থকাৰ পৰম্পৰা আছিল। কেবাখনো গাঁৱৰ মুখিয়ালক লৈ 'কেবাং' বহে। এওঁলোকে শ পুতি থয়। শ পোতা স্থানত এটি সৰু ঘৰ সাজি ১৫ দিন পূজা পাতল কৰে। আকস্মিক ঘটনাত অথবা গৰ্ভৱতী অৱস্থাত মৃত মানুহৰ মৰিশালিলৈ যাব নাপায় বুলি বিশ্বাস কৰে। মৃতকৰ আত্মা স্বৰ্গলৈ নোযোৱালৈকে আত্মাই সকলোতে বিচৰণ কৰি থাকে বুলি বিশ্বাস কৰে। চলুং উৎসৱ কৃষিৰ লগত জড়িত এটি উৎসৱ।

**তাগিন ঃ** পশ্চিম চিয়াং আৰু আপাৰ সোৱণশিৰি জিলাৰ বাসিন্দা তাগিনসকলৰ পুৰুষতান্ত্রিক সমাজ। এওঁলোকৰ মাজত নিবু (পুৰোহিত), নাইট (চহকী), অপেন (দুখীয়া), নাইবৰা (দাস) এই চাৰি প্ৰকাৰৰ শ্ৰেণীবিভাগ আছে। পূৰ্বতে দাস প্ৰথা থকা তাগিনসকলৰ সমাজত শ্ৰেণী অনুসৰি স্থান বেলেগ বেলেগ। তাপিক, পাঙ্গু আদি ফৈদত বিভক্ত তাগিনসকলৰ বয়নশিল্প আৰু নৃত্য-গীতৰ ঐতিহ্য নাই। 'দইনী-পোলো' (সূৰ্য-চন্দ্ৰ) দেৱতা আৰু বিভিন্ন অপদেৱতাক বিশ্বাস কৰে। মৃতদেহ ঘৰৰ কাষতে দাহ কৰে।

কৃষিৰ সলনি বনৰীয়া ফল-মূল আৰু চিকাৰৰ জৰিয়তে জীৱন-নিৰ্বাহ কৰিছিল। পৰম্পৰাগত ডেকা চাং, গাভৰু চাঙৰ ব্যৱস্থা নাই। বহুপত্নী বিবাহৰ প্ৰচলনো দেখা যায়। দেওৰেক-নবৌৱেক, ভিনিহিয়েক-খুলশালীয়েক, সতিনী পুতেক-মাহীমাকৰ মাজৰ শাৰীৰিক সম্পৰ্ক স্বীকৃত আছিল। বিবাহৰ ক্ষেত্ৰতো আত্মীয়ৰ ক্ষেত্ৰত বিধি-নিষেধ দেখা নাযায়।

**চেৰদুকপেন ঃ** চেৰদুকপেনসকল মূলতঃ বৌদ্ধ ধৰ্মাৱলম্বী। পূৰ্বতে তিব্বতৰ পৰা আহিছিল বুলি তেওঁলোকৰ মাজত জনবিশ্বাস আছে। বংশানুক্ৰমে হৈ অহা ৰজাৰ প্ৰভুত্ব সকলোৱে স্বীকাৰ কৰি লৈছিল। 'থং' আৰু 'চাও' এই দুই শ্ৰেণীত বিভক্ত এওঁলোকৰ মাজত শ্ৰেণীবিভাজন স্পষ্ট। দুয়োভাগৰ মাজত বৈবাহিক সম্বন্ধ নহয়।

জুং (গাঁও সভা)ৰ জৰিয়তে গণতান্ত্ৰিক ব্যৱস্থাও চলি থাকে। বৌদ্ধ ধৰ্মৰ সৈতে জনগোষ্ঠীয় ধ্যান-ধাৰণাৰ সংমিশ্ৰণ হৈ ধৰ্মীয় চিন্তা-চৰ্চা গঢ় লৈছে। বৌদ্ধ মন্দিৰৰ (গোম্‌পা) সন্মুখত মুখা পিন্ধি নৃত্য কৰে। আজিলামু নাচ, ঘোঁৰা নাচ, গৰু নাচ, চোঁৰৰ পছু নাচ আদি পৰম্পৰাগত নৃত্য। যাদুবিদ্যাৰ লগতে ভূত-প্ৰেত বিশ্বাস কৰে।

ডেকা চাং, গাভৰু চাঙৰ ব্যৱস্থা নাই যদিও সুবিধাজনক স্থানত ডেকা-গাভৰু পৃথকে সংগঠিত ৰূপত থকা দেখা যায়, এক পতি-পত্নী বিবাহ স্বীকৃত। পুৰুষতান্ত্ৰিক সমাজ ব্যৱস্থাৰে পৰিচালিত চেৰদুকপেনসকলে বিবাহ বৰ্হিভূত সম্পৰ্কক ঘৃণা কৰে। বিধৱা বিবাহ আৰু ভাতৃ পত্নী-ভগ্নী বিবাহ বৈধ বিবেচিত।

কৃষিজীৱি চেৰদুকপেনসকলে খোৱা-বোৱাৰ ক্ষেত্ৰত কিছু বিধি-নিষেধ মানি চলে। 'চেচকাৰ' এটি কৃষি উৎসৱ।

**নিচি (ডফলা) ঃ** 'আবোটানি' নামৰ এটি পাহাৰী জাতিৰ পৰা উৎপত্তি হোৱা বুলি জনবিশ্বাস থকা নিচিসকল 'নিচাংচ' (মানুহ) নামেৰেও জনাজাত। নিজকে 'বাংগনি' বুলি পৰিচয় দিব বিচাৰিছিল। 'বাংগনি'ৰ অৰ্থও মানুহ। এসময়ত 'ডফলা' নামে অভিহিত কৰা হৈছিল। সমূহীয়া সংগঠনৰ প্ৰভাৱ এওঁলোকৰ মাজত দেখা নগৈছিল। মান্যজনক

মান-সন্মান কৰা 'নিচি'সকলৰ এক উল্লেখযোগ্য দিশ। পিতৃতান্ত্ৰিক সমাজৰ এওঁলোকৰ সামাজিক উৎসৱ-অনুষ্ঠানত মহিলাসকলৰ স্থান নাছিল। দ্বিতীয় বিবাহৰ প্ৰচলন আৰু মনোমালিন্য হ'লে স্বামী-স্ত্ৰী পৃথককৈ থকাৰ নিয়ম আছিল। বিয়াৰ যৌতুক ওভতাই নিদিয়ালৈকে স্বামীয়ে স্ত্ৰীক পৰিত্যাগ কৰিব নোৱাৰে। মেথোনৰ এওঁলোকৰ মাজত বিশেষ স্থান আছে। ওয়ো পূজা আৰু বিয়াৰ যৌতুকত মেথোন ব্যৱহাৰ হয়। নতুনকৈ ঘৰ নিৰ্মাণ কৰি সম্পূৰ্ণ হ'লে 'গেগলো' উৎসৱ পাতে। তেওঁলোকৰ বিশ্বাস মতে ঘৰৰ সন্মুখ ভাগত 'ইৰোওয়ো' আৰু 'অৰম' দেৱতা বাস কৰে। 'অৰুম' হৈছে মৃতকৰ আত্মা বা ভূত। 'পাৰ্টে ৰিণ্টো ওয়ি' হৈছে শস্যৰ দেৱতা। 'চনিওয়ো' আৰু 'দুজিংওয়ো' দুজন অন্য দেৱতা। এই দেৱতাসকলৰ সন্তুষ্টিৰ অৰ্থে তেওঁলোকে পূজা দিয়ে।

কৃষিজীৱি নিচিসকলে সপোনক বিশেষ গুৰুত্ব দিয়ে। বেয়া সপোনক 'য়ম-মৰ' বোলে। এওঁলোকৰ সপোনৰ সৈতে দৈনন্দিন জীৱনৰ সম্পৰ্ক আছে বুলি বিশ্বাস কৰে। মৃতকক এড়ি বা পাটৰ কাপোৰেৰে মেৰিয়াই পাটি পাৰি গাতত কাঠ আৰু মাটিৰে পুতি থয়। আত্মাত বিশ্বাসী নিচিসকলে মৃতকৰ আত্মাৰ (নেলী নিকো) সদগতিৰ অৰ্থে পুৰুহিতৰ হতুৱাই মন্ত্ৰ গোৱাই 'মেঙ্গা এবাদো' উৎসৱ পাতে। মৃতকক পুতি থোৱা স্থানত চাং সাজি গছৰ পাত, জন্তুৰ শিং, গছৰ বাকলি আদি ওলোমাই ৰাখে। সৰু ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত দুছটা কাঠৰ মাজত শটো ভৰাই ওলোমাই থোৱাৰ নিয়ম। সম্প্ৰতি 'বাংগাৰু' (Bangaru) আৰু পুৰুইকা (puroika) নিচিসকলৰ অন্তৰ্ভুক্ত কৰা হৈছে।

অকা ঃ পূৰ্বৰ কামেং জিলাত বাস কৰা অকাসকলে নিজকে 'হছো' (মানুহ) বুলি কয়। এওঁলোকৰ ৰজাৰ সৈতে আহোম ৰাজবংশৰ তেজৰ সম্বন্ধ আছে বুলি অকাসকলে বিশ্বাস কৰে। এওঁলোকৰ মাজত পূৰ্বতে দাস প্ৰথা চলিছিল। সমাজখনত স্বতন্ত্ৰ অকা দাস অকাৰ মাজত পাৰ্থক্য দেখা যায়। দুয়োভাগৰ মাজত বৈবাহিক সম্বন্ধ নঘটে।

ভাত, মাকৈ, বিবিধ আলু আদি খাদ্য দ্ৰব্য নিজে খেতি কৰি উপাৰ্জন কৰে। বনৰীয়া গাহৰি, পহু, বনৰৌ, চৰাই আদি খাদদ্ৰব্য হিচাপে ব্যৱহাৰ কৰে। হাতী আৰু কুকুৰৰ মঙহ অপৱিত্ৰ বুলি ভাবে। কুকুৰাৰ কণী, গৰুৰ গাখীৰ নাখায়। মেথোন এওঁলোকৰ অভিজাত্যৰ প্ৰতীক। বিয়াৰ সময়ত ছোৱালীৰ গা-ধন দিয়াৰ পৰম্পৰা আছে। পূজাতো মেথোন বলি দিয়া হয়।

পিতৃতান্ত্ৰিক সমাজ-ব্যৱস্থাৰে পৰিচালিত অকাসকলৰ বিবাহৰ ক্ষেত্ৰত পৰিয়ালৰ মুখ্য মানুহে বিশেষ ভূমিকা গ্ৰহণ কৰে। বিয়াত ছোৱালীৰ ঘৰে ভোজ দিয়াৰ পৰম্পৰা। মৃতকৰ সৈতে মৃতকৰ ব্যৱহৃত সামগ্ৰীও পুতি থোৱা হয়। মৃত্যুৰ পাছত গাঁৱৰ ৰাইজক ভোজ দিয়াৰ পৰম্পৰা।

বৌদ্ধ ধৰ্ম আৰু হিন্দু ধৰ্মৰ প্ৰভাৱ আৰু নিজ ধৰ্মীয় বিশ্বাসৰ সংমিশ্ৰণেৰে এওঁলোকৰ ধৰ্ম-বিশ্বাস গঢ় লৈছে। ভূত-প্ৰেতত বিশ্বাসী অকাসকলৰ প্ৰধান দেৱতাৰ নাম 'পুমুচাগো' (Pumusago)। এওঁ আকাশ, পাতাল আৰু পৃথিৱীৰ সৃষ্টিকৰ্তা হিচাপে পৰিচিত। এওঁলোকে প্ৰধান দেৱতাজনক 'হৰিদেও' বুলিও কয়। কুকুৰা-গোৱালী মাৰি মঙ্গল চোৱাৰ পৰম্পৰাও আছে। অপৰাধৰ বিচাৰ সমজুৱাই কৰে। মৃত্যুদণ্ডৰ ব্যৱস্থা আছে যদিও এনে শাস্তি সাধাৰণতে দিয়া নহয়। বাঁহী, সৰু ঢোল, বেণুজাতীয় বাদ্যবিশেষ, ভোৰতাল আদি সংগত কৰি গীত পৰিৱেশন কৰে। পুৰুষ-মহিলা শাৰী পাতি নৃত্য পৰিৱেশন কৰাৰ পৰম্পৰা।

**নক্তে ঃ** নক্তেসকল মূলতঃ নগা জনগোষ্ঠী। তেওঁলোকৰ মতে নক্তেৰ আদি ৰজাজন পাটকাই পাৰ হৈ হুকং উপত্যকাৰ পৰা আহিছিল। এওঁলোকৰ বৰদুৱৰীয়া, লাপটাং, নামচাং, খুনছাং, পানীদুৱৰীয়া আদি বেলেগ বেলেগ নক্তে ৰজাই বেলেগ বেলেগকৈ শাসন কৰিছিল। কৃষিকে জীৱিকা হিচাপে গ্ৰহণ কৰা নক্তেসকলে পুঙৰ পৰা লোণ আহৰণ কৰিছিল। চাং ঘৰত বসবাস কৰা এওঁলোকৰ মাজত মৰং ঘৰ দেখা যায়। মৰং ঘৰত থকা বৃহৎ 'ধাম' (ঢোল হিচাপে ব্যৱহাৰ কৰে)ৰ জৰিয়তে গাঁওখনক বিপদৰ আগজাননী দিয়ে।

শ পুতি থোৱা, দাহ কৰা আৰু চাঙত তুলি থোৱা তিনিওটা পৰম্পৰাত সম্পন্ন হয়। 'লকু' এওঁলোকৰ প্ৰধান উৎসৱ। কৃষিৰ লগত জড়িত এই উৎসৱটি। আহুধান সিঁচাৰ সময়ত 'কাপ খুট লকু', কণি ধান দোৱাৰ সময়ত 'ৰংল লকু', ঝুম খেতিৰ মাটি ভাঙিবৰ সময়ত 'খাতচা লকু', কণিধান সিঁচিবৰ সময়ত 'চাগুা লকু' অনুষ্ঠিত হয়। এই উৎসৱত নক্তেসকলে নৃত্য-গীত পৰিৱেশন কৰে। ভূত-প্ৰেত বিশ্বাস কৰে।

**ৰাঙ্খো ঃ** ৰাঙ্খোসকলো নগা জনগোষ্ঠীৰ অন্তৰ্গত। এওঁলোকৰ মাজত ৰজাৰ প্ৰভাৱ বিশেষভাৱে লক্ষ্য কৰিবলগীয়া। শ্ৰেণীবিভাগ কঠোৰভাৱে মানি চলে। শ পুতি থোৱা, দাহ কৰা আৰু চাঙত তুলি থোৱা তিনিওটা পদ্ধতিৰে হয়। মৃতকৰ ওচৰত ব্যৱহৃত সম্পদবোৰ থৈ দিয়া হয়। কৃষিজীৱি এওঁলোকৰ মাজত পূৰ্বতে মূৰচিকাৰ প্ৰথা আছিল। আকাশত থকা দেৱতা এজনক বিশ্বাস কৰে। 'ওজিয়াক', 'চাচাং বেলাই', 'চংখুলে' প্ৰধান উৎসৱ। উৎসৱ ভিত্তিক কৃষি আৰু বিকাশৰ লগত জড়িত। উৎসৱত নৃত্য-গীত অনুষ্ঠিত হয়।

**টাংছা ঃ** টাংছাসকলো নগা জনগোষ্ঠীৰ লোক। 'লুংচাং', 'মোছাং', 'লুংগ্ৰি', 'মোকলুম' আদি কেবাটাও উপজাতিত বিভক্ত টাংচাসকলে নিজৰ আদিম বাসস্থান ব্ৰহ্মদেশৰ সিপাৰে থকা 'মাছাই ছিন্ৰাপুম' নামৰ পৰ্বতত বুলি বিশ্বাস কৰে। কৃষিজীৱি

আৰু চাংঘৰত বাস কৰা টাংচাসকলে ভূত-প্ৰেত, দেৱতা, উপদেৱতাক বিশ্বাস কৰে। 'লুপ্‌পং' (ডেকা চাং), আৰু 'লুপ' বা 'লিক্' বা 'লিকপ্যা' (গাভৰু চাং)ৰ ব্যৱস্থা আছে। গণতান্ত্ৰিকভাৱে নিৰ্বাচিত 'খাফুৱা' (খাপোৱে)ৰ দ্বাৰা সমাজ পৰিচালনা হয়। শ পুতি থয় অথবা দাহ কৰে। ধানৰ লগত জড়িত তিনিটা উৎসৱ আছে। উৎসৱত পুৰোহিতৰ ব্যৱহাৰ হয়। পূজা, গীত-মাত আৰু খাদ্য পৰিৱেশন কৰে।

**চিংফৌ ঃ** টেছান, মিৰিপ্, লাফাএ, লুটং আৰু মায়ৰুং নামৰ ফৈদেৰে গঠিত চিংফৌসকলৰ মাজত বহুতীয়া ৰখাৰ পৰম্পৰা আছিল। বিয়াৰ ক্ষেত্ৰত উচ্চ-নিম্ন শ্ৰেণীৰ ভেদভাৱ নাই। দৰাই কন্যাক বহুতীয়া দিব লাগে। বিয়াত দেওধায়ে মঙ্গল চায়। পৰস্ত্ৰী হৰণ কৰিলে প্ৰথম স্বামীৰ ইচ্ছামতে দ্বিতীয় স্বামীয়ে ক্ষতিপূৰণ দিব লাগে।

শ পুতি থয়। অভিজাতসকলৰ শ পোতা স্থানত মৈদাম নিৰ্মাণ কৰে। বৌদ্ধধৰ্মৰ প্ৰভাৱ দেখা যায় যদিও বলি-বিধান দিয়ে। 'নিগ্‌শিচ্ছ' (মেঘ দেৱতা), 'মু', 'গা' আদি দেৱতাক পূজা কৰে।

**আপাতানি ঃ** নিচিসকলৰ লগত চেহেৰা, সাজ-পাৰৰ ক্ষেত্ৰত কিছু মিল থকা আপাতানিসকল 'মিতে' (উচ্চ) আৰু মুৰা (নিম্ন) শ্ৰেণীত বিভক্ত। এওঁলোক দুয়োভাগৰ মাজত বিবাহ নহয়। দাসসকলেই নিজাকৈ ঘৰ-বাৰী কৰি 'মুৰা' হয়। বহু বিবাহ বৈধ যদিও বহুপতি বিবাহ নিষিদ্ধ। বিবাহৰ ক্ষেত্ৰত যুৱক-যুৱতীয়ে স্বাধীনতা উপভোগ কৰে। ছোৱালীৰ দেউতাকক গা-ধন দিয়াৰ পৰম্পৰা আছে। দেৱতাৰ আগত বলি দিয়ে। শাস্তিৰ ব্যৱস্থা কটকটীয়া। উল্লেখযোগ্য উৎসৱ হৈছে 'লিছুডু'।

**খামতি ঃ** উত্তৰ ব্ৰহ্মাৰ 'মানচি' বা 'মুং-খামতি-লং' স্থানৰ পৰা খামতিসকল আহে। অসমৰ বিভিন্ন স্থানত বাস কৰি অৱশেষত সদিয়াত বসবাস কৰোতে ইংৰাজৰ সৈতে বিৰোধ হৈ চুণপোৰা, চৈ-খোৱা ঘাট, লক্ষীমপুৰ আদিলৈ ভাগ ভাগ হৈ পৰে। কৃষিজীৱি খামতিসকল বৌদ্ধধৰ্মী। সোণ-ৰূপৰ অলংকাৰ ব্যৱহাৰ কৰে। ডেকাচাং আৰু গাভৰু চাঙৰ প্ৰচলন আছিল। এওঁলোকৰ মাজত কেবাটাও ফৈদ আছে। প্ৰত্যেক ফৈদৰে সুকীয়া গোঁহাই থাকে। এসময়ত দাস প্ৰথা আছিল। বিয়াৰ ক্ষেত্ৰত ডেকা-গাভৰুৰ স্বাধীনতা আছে যদিও মাক-দেউতাকৰ অনুমতিৰ প্ৰয়োজন। বহু বিবাহৰ প্ৰচলন নাই। বাপুচাঙৰ ব্যৱস্থা আছে। বাপুচাঙতে শিক্ষাৰ ব্যৱস্থা চলিছিল। 'পয়চাংকেন' এক বিশেষ উৎসৱ। ধৰ্ম সম্পৰ্কিত নৃত্য-গীতৰ প্ৰচলন আছে। মৈদামৰ ব্যৱস্থাও দেখা যায়। লিখিত ভাষা আছে।

**মিচিমি ঃ** মিচিমিসকলৰ তিনিটা ভাগ— ইদু, টাৰাওঁ, কামান (মজু)। কৃষিজীৱি মিচিমিসকলে মাছ, মঙহ, খৰিচা, মদৰ ব্যৱহাৰ কৰে। 'ইদু'সকলৰ 'আব্বালা' আৰু

'কামান'সকলৰ 'ফাৰাই' নামৰ গাঁও পৰিচালনা কৰা সভা আছিল। গামসকল গোষ্ঠীৰ শক্তিশালী ব্যক্তি। দোষ অনুসৰি শাস্তি বেলেগ বেলেগ। বহু স্ত্রী বিবাহৰ ব্যৱস্থা আছিল।

শ পুতি থয়। নৈত উটুৱাই দিয়াৰ পৰম্পৰাও আছিল। পুৰোহিতৰ জৰিয়তে ভূত-প্রেত খেদিবলৈ বিভিন্ন আচাৰ-অনুষ্ঠান কৰে। মৃতকৰ লগত খাদ্য, বস্ত্র, অস্ত্র দিয়ে। 'ইদু'সকলে 'ইয়া' নামৰ এটি উৎসৱ মৃতকৰ অৰ্থে পালন কৰে। 'গুজিডাগ্রাহ' (প্রলয়ৰ দেৱতা), 'ডামিপাওন' (চিকাৰৰ দেৱতা), টাৱলা (সম্পত্তি ৰোগৰ দেৱতা) আদি দেৱতাৰ পূজা কৰে। মন্ত্র, নৃত্য-গীতৰ ব্যৱহাৰ হয়।

## অৰুণাচলৰ জনগোষ্ঠীসমূহৰ সাধাৰণ বৈশিষ্ট্য ঃ

অৰুণাচলৰ জনগোষ্ঠীসমূহৰ মাজত বহু বিষয়ত সাদৃশ্য দেখা যায়। ডঃ লীলা গগৈদেৱে 'অসমৰ সংস্কৃতি' গ্রন্থত এই বৈশিষ্ট্যসমূহক তিনিটা ভাগত ভাগ কৰিছে— (ক) বৌদ্ধ সংস্কৃতি, (খ) নগা সংস্কৃতি আৰু (গ) বাৰেবৰণীয়া সংস্কৃতি। অৰুণাচলৰ মন্‌পা, চেৰদুক্‌পেন, মেম্বা, খাম্বা খামতি, চিংফৌ ইত্যাদি জনগোষ্ঠীসমূহ বৌদ্ধধৰ্মী। এওঁলোকে বৌদ্ধধৰ্মৰ সৈতে নিজা ধৰ্ম-বিশ্বাসৰ সংমিশ্রণেৰে জীৱন-যাপন কৰে। নক্তে, টাংছা, টুৎছা, ৱাঞ্চো মূলতঃ নগা জনগোষ্ঠী। এওঁলোকৰ জীৱন-ধাৰণ পদ্ধতি নগাসকলৰ সৈতে সাদৃশ্য আছে। অৰুণাচলৰ বাকী জনগোষ্ঠীসমূহৰ মাজত সংস্কৃতিৰ বাৰেবৰণীয়া ৰূপ প্রতিফলিত হয়।

জোঁৱাই খটা, গা-ধন প্ৰথা, ডেকা চাং, গাভৰু চাং, মাংসহাৰী, বয়নশিল্প, ঘৰুৱা মদৰ ব্যৱহাৰ, সপোন-শপত বিশ্বাস, ভূত-প্রেত বিশ্বাস, শ পুতি থোৱা ব্যৱস্থা আদিৰ দিশত প্রায়বোৰ জনগোষ্ঠীৰে সাদৃশ্য মন কৰিবলগীয়া। ডেকা চাং আৰু গাভৰু চাং অবিবাহিত লোকসকলৰ ব্যৱহাৰৰ অৰ্থে প্রতিষ্ঠিত। এই 'চাং' বোৰ জনগোষ্ঠীসমূহৰ কাৰণে শিক্ষানুষ্ঠান স্বৰূপ হৈ আছিল। জীৱনৰ শিক্ষা, পৰম্পৰাৰ শিক্ষা, সমূহীয়াভাৱে কাম কৰাৰ প্রৱণতা এই 'চাং' বোৰেই গঢ় দিয়ে। চেৰদুকপেনৰ 'জুং', চিংফৌৰ খেল, অকাৰ মেলেই, ৱাঞ্চোৰ 'বাঞ্চো-ৱাংচা', তাংচা, নক্তেৰ জেষ্ঠসকলেৰে গঠিত পৰিষদ আদিৰ জৰিয়তে গণতান্ত্রিক ব্যৱস্থাৰ নিদৰ্শন দাঙি ধৰে। এই অনুষ্ঠানসমূহ একো একোটা প্ৰশাসনীয় গোট।

কৃষিজীৱি জনগোষ্ঠীসমূহে কৃষিমুখী উৎসৱ পালন কৰে। এই উৎসৱবোৰৰ জৰিয়তে কৃষিৰ উৎপাদন, ভূমিৰ উৰ্বৰতা বৃদ্ধিৰ কামনা কৰে। ঝুম খেতি কৰা জনগোষ্ঠীসমূহে এতিয়া একে ডোখৰ মাটিতে পুনৰ খেতি কৰে। চেৰদুক্‌পেনসকলৰ 'চেচকাৰ', নক্তেৰ 'লকু', আদিৰ 'উফ্রিংমপিন', আপাতানিৰ 'ম্লকু', গালঙৰ 'মপিন' ইত্যাদি কৃষিমুখী উৎসৱ। এই উৎসৱসমূহত পৰম্পৰাগত বাদ্য আৰু পৰম্পৰাগত গীত পৰিৱেশন কৰা হয়।

ধৰ্মীয় বিশ্বাসৰ ক্ষেত্ৰতো কিছু সাদৃশ্য দেখা যায়। এক পৰম শক্তিত বিশ্বাস কৰাৰ লগতে ভূত-প্ৰেত বিশ্বাস কৰে। ধৰ্মীয় উৎসৱত মদ, কুকুৰা, মেথোনৰ ব্যৱহাৰ দেখা যায়। বৌদ্ধ ধৰ্মৰ প্ৰভাৱো দেখা যায়। ধৰ্মীয় উৎসৱত বলি নিদিয়ে। হিন্দু ধৰ্মৰ প্ৰভাৱো দেখা যায়। মৃতকৰ সৎকাৰ হিচাপে প্ৰায়খিনিয়ে পুতি থয়। কমসংখ্যকেহে দাহ কৰে। জনগোষ্ঠীয় এই লোকসকল শিল্পকলা আৰু বয়ন শিল্পত আগবঢ়া। বাঁহ, বেত, ঘাঁহ আদিৰে নিৰ্মিত টুপি, জাপি, হোৰা আদি অতি সুন্দৰ। কাপোৰৰ ৰঙৰ ক্ষেত্ৰত গাঢ় ৰঙক বিশেষ গুৰুত্ব দিয়ে। অলংকাৰৰ ক্ষেত্ৰত মণি-মুকুতা ব্যৱহাৰ কৰে। ভাত প্ৰধান খাদ্য। বিভিন্ন শাক-পাচলিৰ লগতে পাহাৰৰ গছৰ আলু, কচু আদি খাদ্য হিচাপে ব্যৱহাৰ কৰে।

**পৰিৱৰ্তন ঃ** আধুনিক শিক্ষা-ব্যৱস্থাই জনগোষ্ঠীসমূহৰ মাজলৈ পৰিৱৰ্তন কঢ়িয়াই আনিছে। পৰম্পৰাগত জীৱন-পদ্ধতিতকৈ আধুনিক জীৱন-পদ্ধতি গ্ৰহণ কৰিছে। শিক্ষিতৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে নগৰমুখী প্ৰৱণতা বৃদ্ধি পাইছে। কৃষিতকৈ চাকৰি, ব্যৱসায়, ঠিকা আদিত অধিক গুৰুত্ব দিব ধৰিছে। পৰম্পৰাগত সাজ-পাৰ এৰাৰ লগতে ভোগবাদী জীৱন-পদ্ধতিয়ে আকৰ্ষণ কৰিছে।

**সমস্যা ঃ** অৰুণাচলৰ প্ৰধান সমস্যা হৈছে যাতায়তৰ সমস্যা। পাহাৰেৰে পৰিবেষ্টিত প্ৰদেশখনৰ সকলো স্থানলৈকে সুষম যাতায়তী ব্যৱস্থা এতিয়াও সম্ভৱ হৈ উঠা নাই। ফলত উন্নয়ন আৰু বিকাশৰ ক্ষেত্ৰত বহু অঞ্চল এতিয়াও পিছ পৰি আছে। সকলো জনগোষ্ঠীক আৰু সকলো মানুহক সামৰি সংযোগী ভাষাৰূপ এটাও পূৰ্ণাংগ ৰূপত গঢ় লোৱা নাই। বহিৰাগত সমস্যা অৰুণাচলৰ বাবে এক প্ৰত্যাহ্বান হৈ ধৰা দিছে। সীমা বিবাদো অৰুণাচলৰ এক দীৰ্ঘদিনীয়া সমস্যা।

**সামৰণি ঃ** অৰুণাচলৰ সৈতে অসমৰ এক ঐতিহাসিক সম্বন্ধ আছে। পৰশুৰামকুণ্ড, ভালুকপুং, ইটানগৰ, মালিনীথান আদিয়ে সেই ঐতিহাসিক সম্পৰ্কৰ সাক্ষী হৈ আছে। অসম বুৰঞ্জীত অৰুণাচলৰ সৈতে অসমৰ সম্পৰ্কৰ তথ্য যথেষ্ঠ পোৱা যায়। সম্প্ৰতি অসমৰ সৈতে থকা সেই ঐতিহাসিক সম্পৰ্কত সীমা-বিবাদকে ধৰি কেবাটাও বিষয়ে তিক্ততাপূৰ্ণ কৰি তুলিছে। ইয়াৰ পিছতো অৰুণাচলৰ বহু ব্যক্তিয়ে অসমৰ সৈতে মধুৰ সম্পৰ্ক বৰ্তি থকা মনে-প্ৰাণে কামনা কৰে। অৰুণাচলৰ লুম্মেৰ দাই, য়েচে দৰজে ঠংচি, ইন্দ্ৰকান্ত কাকী, কেংচাজ কেংলং আদি অসমীয়া ভাষাত সাহিত্য চৰ্চা আৰু নিজকে অসমীয়া ভাষী বুলি ভবা ব্যক্তিসকল তাৰেই চিনাকি।

## সহায়ক গ্ৰন্থ

১। *অসমৰ সংস্কৃতি,* লীলা গগৈ
২। *সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি,* মহেশ্বৰ নেওগ
৩। *জনজাতীয় জীৱনভিত্তিক অসমীয়া উপন্যাস,* অজিৎ শৰ্কীয়া
৪। *অসমৰ ভাষা,* ভীমকান্ত বৰুৱা
৫। *অসমীয়া উপন্যাসত জনজাতীয় জীৱন,* জিতাঞ্জলি বৰপূজাৰী (বৰঠাকুৰ)
৬। *অসমৰ জনজাতি,* সম্পা, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য
৭। *Documents on North-East India (II Volumes),* S.K. Sharma
৮। *Constraints of Tribal Development in North-East India,* B. N. Bordoloi
৯। *History of Arunachal Pradesh,* M.L. Bose
১০। *Nyshi Customs Folklore and language,* Ramchandra Chutia
১১। *Arunachal Pradesh past and present,* H.G. Joshi

*যোগেন তামুলী নাৰায়ণপুৰৰ মাধৱদেৱ মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।*

# বৃহত্তৰ অসমীয়া জাতিসত্তা আৰু ৰাভা সং[illegible]াত্মক সমন্বয়

— ব্ৰজেন বৰ্মন

ভাৰতবৰ্ষৰ উত্তৰ-পূব অসমভূমি হৈছে বিভিন্ন জাতি-জনগোষ্ঠীৰ সমন্বয় ভূমি। এইখন অসমত জাতিগতভাৱে মঙ্গোলয়দসকলৰ পৰা আৰম্ভ কৰি নৰ্দিকসকললৈকে, নেগ্ৰিট'সকলৰ পৰা আৰম্ভ কৰি প্ৰট' অষ্ট্ৰলয়দ তথা মেডিটেৰানীয়ানলৈকে বিভিন্ন জাতিৰ লোকে যুগ যুগ ধৰি মিলাপ্ৰীতিৰে বসবাস কৰি আহিছে।

বিচিত্ৰ্যৰ মাজত ঐক্য হৈছে অসম তথা অসমীয়াৰ এক অন্যতম বৈশিষ্ট্য। এনে অলেখ বৈচিত্ৰ্যৰ মাজতো যুগ যুগ ধৰি প্ৰবাহিত জনগোষ্ঠীয় সম্প্ৰীতিয়ে অসমৰ সাৰ্বজনীন অসমীয়া জাতিসত্তাক এক অনন্য মাত্ৰা প্ৰদান কৰিছে। এই অসমীয়া জাতিসত্তাৰ বিকাশ ঘটিছে এক সু-সংহত জাতি গঠন প্ৰক্ৰিয়াৰ জৰিয়তে; সেয়েহে বৃহত্তৰ অসমীয়া জাতিসত্তাত জনজাতীয় উপাদান সহজে বিদ্যমান।

অসমৰ জাতি গঠন প্ৰক্ৰিয়াৰ আঁত ধৰি অন্যান্য জনগোষ্ঠীৰ লেখীয়াকৈ নামনি অসমৰ ৰাভা জনগোষ্ঠীৰ লোকসকলো সন্মিলিত বৃহত্তৰ অসমীয়া জাতিসত্তাৰ এন্যতম অংশীদাৰ। এই ৰাভাসকল মূলতঃ মঙ্গোলীয় জাতিৰ অন্তৰ্গত তিব্বতবৰ্মী শাখাৰ লোক; এওঁলোকৰ নিজস্ব সংস্কৃতি আৰু স্থানীয় ভাষিক দোৱান থকা দেখা যায়। বৃহত্তৰ অসমৰ জাতি গঠন প্ৰক্ৰিয়াৰ জৰিয়তে একাত্ম হৈ উঠা ৰাভাসকলৰ একাংশই সম্প্ৰতি অসমীয়া জাতিসত্তাত বিলীন হৈ যাব বিচৰাৰ বিপৰীতে অন্য একাংশই এতিয়াও স্বকীয় ভাষা সংস্কৃতিৰে সৈতে অসমীয়া জাতিসত্তাৰ অংশীদাৰ হৈহে থাকিবলৈ বিচৰা দেখা যায়। আমি যদি অসমৰ সাম্প্ৰতিক সাংস্কৃতিক ক্ষেত্ৰখনৰ বিভিন্ন উপাদানসমূহৰ ওপৰত বিশ্লেষণাত্মক দৃষ্টিপাত কৰিবলৈ যাওঁ তেনেহ'লে দেখা পাওঁ যে অসমৰ অন্যান্য জনজাতীয় জনগোষ্ঠীসমূহৰ লেখীয়াকৈ ৰাভাসকলেও অসমীয়া সংস্কৃতিলৈ যেনেদৰে অন্যান্য অৱদান আগবঢ়াইছে, ঠিক তেনেদৰে, সাংস্কৃতিক সমন্বয়ৰ জৰিয়তে তেওঁলোকৰ নিজস্ব সংস্কৃতিৰ মাজতো অসমীয়া জাতিসত্তাৰ সামূহিক সাংস্কৃতিক উপাদানৰ সু-সংহত সমন্বয় সাধন ঘটিছে। সেয়েহে বৃহত্তৰ অসমীয়া জাতিসত্তাৰসৈতে ৰাভাসকলৰ সামাজিক সাংস্কৃতিক ঐক্যৰ এনাজৰীডাল অতি কটকটীয়া আৰু নিবিড় আনুভূতিক সম্পৰ্কৰে গঢ়া। প্ৰকৃতাৰ্থত ক'বলৈ গ'লে এই অনুভূতিক সম্পৰ্ক সুদীৰ্ঘ দিনৰ

আন্তৰিকতাৰেই এক বাস্তৱিক ফচল আৰু অসমীয়া জাতিৰ বৈচিত্ৰ্যৰ মাজত ঐক্য শ্লোগান ফাঁকিৰ সাৰ্থক প্ৰতিফলন বুলি ক'ব লাগিব।

মঙ্গলয়দসকলৰ ভাৰতবৰ্ষলৈ প্ৰথম আগমন কেতিয়া ঘটিছিল সেয়া সঠিককৈ ক'ব পৰা নগ'লেও তেওঁলোকৰ প্ৰব্ৰজনৰ এক আনুমানিক সময়সীমাৰ ধাৰণা কৰিব পৰা যায়। উত্তৰ ভাৰত আৰু উত্ত-পূব ভাৰতত কিৰাত নামেৰে হিন্দুসকলৰ দ্বাৰা নামাকৃত মঙ্গলয়দসকল প্ৰাচীন অধিবাসী যদিও প্ৰকৃতপক্ষে বেদ ৰচনা হোৱা বৈদিক যুগৰ সময়ছোৱাতহে তেওঁলোক আৰ্য প্ৰভাৱিত হিন্দুসকলৰ সংস্পৰ্শলৈ আহে। তেতিয়াৰে পৰাই হিন্দুত্বৰ দ্বাৰা প্ৰভাৱিত অন্য জাতি-জনগোষ্ঠীৰ সৈতে মঙ্গোলয়দসকলৰো সামাজিক-সাংস্কৃতিক-ভাষিক সমন্বয় সাধন ঘটি বৰ্তমান পৰ্যায়লৈ আহি পাইছেহি। এই সম্পৰ্কে বিদগ্ধ পণ্ডিত ডঃ সুনীতি কুমাৰ চেটাৰ্জীয়ে তেওঁৰ 'কিৰাত-জন-কৃতি' গ্ৰন্থৰ ১৬ নং পৃষ্ঠাত এনেদৰে উল্লেখ কৰিছে, "It would appear that their presene in India was noted by the century B.C., when the Veda books were complied. The composite Hindu (i.e. Austric-Dravidian-Aryan; or Indo-Gangetic) Civilisation reached the Mongoloid people of Northern and North eastern mountain and plains from about that date. Outwardly the result of their participation in the history and culture of India in the areas where they established themselves has been just their assimilation and absorption, in civilisation and language, accompanied by mixture in blood with the other peoples."

অসমীয়া তথা ভাৰতীয় সমাজ আৰু সংস্কৃতিলৈ কিৰাত বা মঙ্গোলীয়সকলৰ যি অৱদান সোয় বহু সময়ত উপেক্ষিত আৰু প্ৰকাশ্যে অৱহেলিত হৈ আহিছে। অসমীয়া তথা ভাৰতীয় সমাজ আৰু সংস্কৃতিলৈ মঙ্গোলীয়সকলে যি অৰিহণা আগবঢ়াইছে, তেওঁলোকৰ পৰা যিবোৰ আমদানীকৃত উপাদানৰ সংযোজন ঘটিছে সেইবোৰ দিশত অদ্যাপি সঠিকৰূপত আলোচনা হোৱা নাই বুলিব পাৰি। তেনে বহুদিশ এতিয়াও অনাদৃত আৰু অন্ধকাৰতেই পৰি আছে; যাৰ ফলত মঙ্গোলীয়সকলৰ বহুবোৰ উচ্চ স্তৰীয় সাংস্কৃতিক প্ৰমূল্যৰ অধ্যয়নো সম্ভৱপৰ হৈ উঠা নাই। এই সম্পৰ্কে ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে তেখেতৰ 'কিৰাত-জন কৃতি' গ্ৰন্থত এনেদৰে লিখি থৈ গৈছে, "An appraisement of the role of the Mongoloid peoples in the development of the composite Hindu or Indian culture, the peculiar line of development of this culture in its expansion in North-eastern and Eastern India through Mongoloid contact or participation should be looked upon as an important line of enquiry in tracing the history of Indian civilisation. Yet so far as I know this has not been viewed in its

proper prespective by any scholar (except in some works on Nepal) : and there are reasons for this neglect."

তদ্ৰূপ মঙ্গোলীয় গোষ্ঠীৰেই অন্তৰ্গত তিব্বত-বৰ্মী শাখাৰ ৰাভাসকলৰ ক্ষেত্ৰতো এনে বহুবোৰ দিশ অন্ধকাৰতেই আছে যিবোৰ এতিয়াও অসমীয়া সমাজ আৰু সংস্কৃতিৰ উপাদানৰূপে প্ৰকৃতভাৱে আলোকপাত কৰা হোৱা নাই। এনেবোৰ দিশত জ্ঞানী পণ্ডিত সমাজে আগবাঢ়ি আহি প্ৰকৃত ৰূপত অৱলোকন কৰিলে নজনা বহু কথাই প্ৰকাশ্য হৈ পৰিব বুলি আমি ভাবো।

বৃহত্তৰ অসমীয়া জাতিসত্তা আৰু ৰাভা জনগোষ্ঠীৰ সাংস্কৃতিক সমন্বয়ৰ তুলনাত্মক আলোচনা কৰিবলৈ যাওঁতে আমি ৰিছাৰ্ড এম ডৰ্চনৰ পথ অনুসৰণ কৰি মূলতঃ সংস্কৃতিৰ মূল চাৰিটি দিশৰ ওপৰত আলোকপাত কৰিব পাৰিব লাগিব। সংস্কৃতিৰ এই চাৰিটি দিশ হৈছে— (ক) লোকসাহিত্য বা মৌখিক সাহিত্য, (খ) ভৌতিক-সংস্কৃতি (Material culture), (গ) সামাজিক লোকাচাৰ (Social folk custom) আৰু (ঘ) লোক পৰিবেশ্য কলা (Folk performing art.) প্ৰকৃতপক্ষে সাংস্কৃতিক সমন্বয় সাধন ঘটে এই চাৰিটি পথেৰে। লক্ষণীয়ভাৱে এই চাৰিওটি দিশতে বৃহত্তৰ অসমীয়া জাতি সত্ত্বা আৰু ৰাভা জনগোষ্ঠীৰ মাজত পাৰস্পৰিক নিবিড় সাংস্কৃতিক সমন্বয় সাধন ঘটাতো সম্পূৰ্ণৰূপে পৰিস্ফুট আৰু ই প্ৰকৃতপক্ষে সামূহিক ঐক্যৰ দৃষ্টিকোণৰ পিনৰ পৰাও বিশেষ তাৎপৰ্য বহন কৰিছে।

ৰাভাসকলে বিভিন্ন সময়ত বিভিন্ন দেৱ-দেৱীৰ পূজা-অৰ্চনা কৰাৰ উপৰিও ভূত-প্ৰেত আদি বিশ্বাস কৰি আহিছে আৰু সিবোৰৰ পূজা-পাতলো দি আহিছে। ৰাভাসকলৰ দেৱ-দেৱী কেন্দ্ৰিত আচাৰ-নীতি তথা পূজাৰ নৃত্য-গীতসমূহ সাংস্কৃতিক দিশৰ পৰা যথেষ্ট চহকী বুলি বিবেচিত হৈ আহিছে। মাৰৈ পূজা, হাছং পূজা, হামজাৰ পূজা, তুকুৰীয়া পূজা তথা ইয়াৰ নৃত্য-গীতসমূহ অসমীয়া সংস্কৃতিলৈ ৰাভাসকলৰ এক অনবদ্য অৱদান। ইয়াৰ উপৰিও বগেজাৰী নৃত্য-গীত, খোক্‌চি নৃত্য, ছাথাৰ নৃত্য-গীত, হৈমাৰু নৃত্য-গীত, শ্ৰাদ্ধানুষ্ঠান ফাৰকান্তি, পাওৰাদেও, লাখৰ দেও আদি পূজাৰ আচাৰ-নীতি আৰু নৃত্য-গীতসমূহে অসমীয়া সংস্কৃতিক নিঃসন্দেহে চহকী কৰি তুলিছে। অন্যান্য মঙ্গোলীয় জনগোষ্ঠীৰ লোকসকলৰ লেখীয়াকৈ ৰাভাসকলো আদিতে শাক্ত ধৰ্মী আছিল। সেয়েহে আমিষ আহাৰ ৰাভাসকলৰ অতি প্ৰিয়। খাদ্যৰূপে মাছ, মাংসৰ ব্যৱহাৰ আৰু শুকান মাছ, মাংসৰ ব্যৱহাৰো ৰাভাসকলৰে অৱদান। মাংসৰ বাবে জাল পাতি, যাঠিৰে হানি, পশু চিকাৰ কৰা বিদ্যা তথা জাল, জাঁকৈ, প'ল, চাক জাল, জুলুকি, জোং আদিৰে মাছ ধৰা বিদ্যাও অসমীয়া সংস্কৃতিলৈ ৰাভাসকলৰ এক অনবদ্য উপাদান বুলি কোৱা হয়।

বিয়াত গা-ধন লোৱাৰ ব্যৱস্থা, বিবাহ-বিচ্ছেদৰ অধিকাৰ, বিধবা বিবাহৰ প্ৰচলন আদিৰে ৰাভা সমাজত তিৰোতাৰ এক উচ্চ আসন থকা দেখা যায়। ঘৰুৱা তথা

সামাজিক কৰ্মত তিৰোতাৰ অংশগ্ৰহণ, গাহৰি, মুৰ্গী তথা অন্য বাঁহ বনেৰে তিৰোতাৰ স্বাৱলম্বিতাৰ অধিকাৰ ৰাভা সমাজত অদ্যাপি বিদ্যমান আৰু ইয়ে অসমীয়া সমাজ আৰু সংস্কৃতিতো এক বিশেষ প্ৰভাৱ পেলাইছে।

চাউলৰ পৰা মদ তৈয়াৰ কৰা পদ্ধতি, কঁচু, ঢেকীয়া আদি বিবিধ বনৰীয়া শাক-পাচলি তুলি আনি ৰন্ধন কৰা প্ৰণালী ৰাভা সমাজৰ ছোৱালী-তিৰোতা সকলোৰে জ্ঞাত। বাঁহ, গাজৰ, টেঙা আৰু খৰিছা ৰাভাসকলৰ মুখৰোচক খাদ্য। এই সমূহ খাদ্য প্ৰণালীয়ে অসমীয়া সমাজতো এক বিশেষ প্ৰভাৱ পেলাইছে বুলি ক'ব পাৰি।

তদুপৰি বাঁহৰ ব্যৱহাৰ যেনে, বাঁহৰ পৰা ঢাৰি, পাচি, খৰাহি, ডলা, চালনি আদি তৈয়াৰ কৰাত ৰাভা নাৰী-পুৰুষ বিশেষভাৱে পাৰ্গত। বাঁহৰ চুঙাৰ ব্যৱহাৰ— যেনে, বাঁহৰ চুঙাৰ চুঙা পিঠা, চুঙাত ভাত-শাক আদি সিজাই খোৱা, চুঙাত গাখীৰ জমা কৰা, শুকান পৰিস্কাৰ চুঙাত নিমখ, জলকীয়া, মচলা, শুকান মাছ, মাংস আদি সাঁচি ৰখা বিদ্যা ৰাভা সমাজৰে অৱদান বুলি ক'ব পাৰি। অকল বাঁহেই নহয়, ঘৰ সাজিবলৈ খেৰ, কাঠ, বেত, ইকৰা আদিও ৰাভাসকলে ওচৰৰ হাবিৰ পৰা সংগ্ৰহ কৰি লয়। এনেদৰে হাবিৰ পৰা ঘৰ সাজিবলৈ প্ৰয়োজনীয় সামগ্ৰীসমূহ সমূহীয়াভাৱে হাবিলৈ গৈ লৈ আনি ঘৰ সজাতো ৰাভাসকলৰ অন্যতম বৈশিষ্ট্য।

ৰাভাসকল মূলতঃ কৃষিজীৱি। পাণ-তামোলৰ ব্যৱহাৰ ৰাভাসকলৰ পৰম্পৰাগত অভ্যাস। তামোল শুকুৱাই চুপাৰি কৰি অথবা মাটিত পুতি থৈ অলপ অলপকৈ গোটেই বছৰ জুৰি খাবলৈ ৰাভাসকলে পূৰ্বপুৰুষৰ পৰাই শিকি আহিছে।

ৰঙ-বিৰঙৰ কাপোৰ ব্যৱহাৰ ৰাভাসকলৰ সাজপাৰৰ এক অন্যতম বৈশিষ্ট্য। গাহৰি, মুৰ্গী পালন কৰাৰ উপৰিও পথাৰত ভুঁই ৰোৱা, ৰান্ধনী ঘৰত ৰন্ধা বঢ়া কাম কৰা ইত্যাদি কৰ্মৰ লগে লগে ৰাভা মহিলাই গৃহস্থৰ কৰ্মতো সহায়ৰ হাত আগবঢ়ায়। ৰাভা মহিলাৰ কৰ্মৰ পৰিসীমা অকল সিমানেই নহয়, নিজে এড়ী পলু পালন কৰি তাৰ পৰা সূতা উৎপাদন কৰি শালত এড়ী কাপোৰ বোৱালৈকে ই বিস্তৃত। কপাহী কাপোৰত, এড়ী কাপোৰত বনৰীয়া গছ-লতাৰ পাত-ছাল-শিপাৰে ৰং বিৰঙৰ ৰং দিয়াতো ৰাভা মহিলাসকল সিদ্ধহস্ত। কাপোৰত ৰঙ-বিৰঙৰ ৰং দিয়া, নানা চানেকিৰ ফুল তোলা কাৰ্যতো তেওঁলোক পাৰদৰ্শী।

বিভিন্ন ধৰ্মীয় তথা সামাজিক উৎসৱ-অনুষ্ঠানৰ গীত-মাতসমূহ ৰাভা ভাষাৰ প্ৰবচনসমূহ তথা ৰাভা সমাজৰ কিংবদন্তি কাহিনী ও অন্যান্য কাহিনীসমূহ, মাছ মৰা, চিকাৰ কৰা গীতসমূহ ৰাভা সংস্কৃতিৰেই নহয় অসমীয়া সংস্কৃতিৰো অমূল্য সম্পদ। ৰিছি দেৱতাৰ পৃথিৱী সৃষ্টিৰ কাহিনী, ৰাংকাৰাং (স্বৰ্গ) আৰু পৃথিমী (পৃথিৱী)ৰ কাহিনীয়ে ৰাভাসকলৰ প্ৰব্ৰজনৰ ইতিহাস দাৰিও ধৰে। ৰজা দদানৰ কাহিনী, বীৰ মাৰুক্ষেত্ৰী আৰু পত্নী নদাইৰ কাহিনীয়ে ৰাভা জাতিৰ শৌৰ্য-বীৰ্যৰ পৰিচয় দিছে। এই সমূহ ৰাভা জাতিৰ ইতিহাস বিজড়িত সমল।

ৰাভাসকলৰ সাংস্কৃতিক অৱদানৰ কথা কওঁতে আমি সাংস্কৃতিক সমন্বয়ৰ কথাও উনুকিয়াব লাগিব। অসমীয়া জাতিসত্তাৰ সৈতে ৰাভাসকলৰ এই সমন্বয় দীৰ্ঘদিনীয়া। আমি যদি ভালদৰে লক্ষ্য কৰো তেনেহ'লে দেখা পাওঁ যে পাণ-তামোলৰ ব্যৱহাৰ, গাহৰি পালন, মুৰ্গী পালন, এড়ী পালন তথা এড়ী কাপোৰ উৎপাদন এতিয়া অকল ৰাভা বা মঙ্গোলীয়সকলৰে সাংস্কৃতিক অঙ্গ হৈ থকা নাই। সমন্বয়ৰ যোগেৰে ই এতিয়া সমগ্ৰ অসমীয়া সমাজ আৰু সংস্কৃতিৰে এক অবিচ্ছেদ্য অঙ্গ হৈ পৰিছে।

বাঁহৰ ব্যৱহাৰ, কাঠ, বেঁত, ইকৰা, খেৰ আদিৰ ব্যৱহাৰ এতিয়া অসমীয়া সংস্কৃতিৰ এক অন্যতম উপাদান; বিবাহ-বিচ্ছেদ, বিধৱা বিবাহো অসমীয়া শিক্ষিত সমাজত এতিয়া প্ৰচলিত। তদুপৰি খাদ্যস্বৰূপে বনৰীয়া শাকৰ ব্যৱহাৰ, বাঁহৰ চুঙাৰ চুঙাপিঠা অসমীয়াৰ বাপতি সাহোন বিহুৰ এক অঙ্গস্বৰূপ। মাছ-মাংসৰ ব্যৱহাৰ, সমূহীয়াভাৱে মাছ ধৰা প্ৰথা অসমীয়া সমাজৰ এক পৰম্পৰা। এই সকলোবোৰ ৰাভাসকলৰ সাংস্কৃতিক সমন্বয়ৰ উত্তম উদাহৰণ।

বৃহত্তৰ অসমীয়া জাতিসত্তা আৰু ৰাভাসকলৰ সাংস্কৃতিক সমন্বয়ৰ মাথো এটি দিশেৰেই নহয়, কেউদিশৰ পৰাই, বিভিন্ন ক্ষেত্ৰত সেয়া সংঘটিত হৈ আহিছে। লক্ষনীয়ভাৱে আজিৰ ৰাভাসকলে বিহুত বিহুঢোল বজাই বিহু নাচে, হিন্দুত্বৰ সম্পূৰ্ণ আচাৰ বিধি মানি চলি বৈদিক ক্ৰিয়া-কৰ্ম কৰে; সাজপাৰ, গহণা আদিতো পাৰস্পৰিক প্ৰভাৱ পৰি সু-সমন্বয় সাধন ঘটিছে।

এইবোৰৰ উপৰিও পাতি ৰাভাসকলৰ বিয়া গীতত হিন্দুত্বৰ প্ৰভাৱ, মাৰে গীতত পদ্মাপুৰাণৰ প্ৰভাৱ সমন্বয়ৰ এক উল্লেখযোগ্য উদাহৰণ।

পাতি ৰাভাৰ বগেজাৰী গীত, হানাঘোঁৰা নচুওৱা গীত, পাৰ বাঁহ নচুওৱা গীত, টুকুৰীয়া পূজাৰ গীত, প্ৰচলিত প্ৰবচন তথা অন্যান্য প্ৰচলিত মন্ত্ৰসমূহৰ ভাষা অসমীয়া আৰু অসমীয়া সাংস্কৃতিক প্ৰভাৱযুক্ত।

ওপৰোক্ত আলোচনাৰ পৰা এয়া সুস্পষ্ট যে অসমীয়া জাতিসত্তা আৰু ৰাভাসকলৰ সাংস্কৃতিক সমন্বয় নিকট সম্বন্ধ বিশিষ্ট। বহুক্ষেত্ৰত এটা আনটোৰ পৰিপূৰক বুলি ক'লেও এই ক্ষেত্ৰত অত্যুক্তি কৰা নহ'ব। সেয়েহে আমি নিঃসন্দেহে ক'ব পাৰোঁ যে বৃহত্তৰ অসমীয়া জাতিসত্তা আৰু ৰাভা জনগোষ্ঠীৰ মাজৰ সাংস্কৃতিক সম্বন্ধ অতি নিবিড়, নিকট আৰু কটকটীয়া।

*শ্ৰী বৰ্মন, ছয়গাঁও মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।*

# হাজং সমাজ আৰু সংস্কৃতি

— *অতুল চন্দ্ৰ দাস*

**অৱতৰণিকা ঃ**

ভাৰতবৰ্ষৰ উত্তৰ-পূৰ্বাঞ্চল বিভিন্ন ভাষা-ভাষী জাতি-জনগোষ্ঠীৰ বসতি স্থল। প্ৰাপ্ত তথ্য মতে ভাৰতবৰ্ষত দুই শৰো অধিক জাতি-জনগোষ্ঠী আছে। ইয়াৰে প্ৰায় ১৬৫ টা মান সৰু-বৰ জাতি-জনগোষ্ঠী কেৱল উত্তৰ পূৰ্বাঞ্চলতে পোৱা যায়। হাজংসকল এই বৃহৎ সংখ্যক জনগোষ্ঠীৰ ভিতৰত এটা।

হাজংসকলে ভাৰত চৰকাৰৰ ১৯৫০ চনৰ "জনজাতি-অধিনিয়ম (Scheduled Tribe Order)" অনুসৰি অবিভক্ত অসমৰ স্বায়ত্ব শাসিত জিলাবোৰত তপচিলভুক্ত জনজাতি হিচাপে স্বীকৃতি লাভ কৰে। বৰ্তমান অসমৰ কাৰ্বি-আংলং আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলা দুখনত হাজংসকলে বসবাস কৰে। ১৯৭২ চনত অসমৰপৰা ফাটি গৈ মেঘালয় ৰাজ্য গঠন হোৱাত গোটেই মেঘালয় ৰাজ্যতে হাজংসকলে তপচিলভুক্ত জনজাতি হিচাপে মৰ্য্যাদা লাভ কৰে। এইবোৰৰ উপৰিও অসমৰ ধুবুৰী, শোণিতপুৰ, ডিব্ৰুগড়, কামৰূপ, গোৱালপাৰা, লক্ষ্মীপুৰ জিলা, অৰুণাচল প্ৰদেশ, পশ্চিমবংগৰ কোচবিহাৰ আৰু জলপাইগুৰি জিলা আৰু বাংলাদেশৰ কোনো কোনো অঞ্চলত হাজংলোকে বসবাস কৰে। সম্প্ৰতি হাজংসকলৰ আনুমানিক জনসংখ্যা "বাংলা দেশত ১০০০০, অসম আৰু অৰুণাচল প্ৰদেশত ৬৫০০০ আৰু মেঘালয়ত ৬০০০০।"

**'হাজং' নামৰ আতিগুৰি ঃ**

হাজং শব্দটোৰ উদ্ভৱ সম্পৰ্কে মতভেদ লক্ষ্য কৰা যায়। হাজং জাতিৰ বিষয়ে প্ৰণালীবদ্ধ অধ্যয়ন কৰা পৰেশ হাজঙৰ মতে হাজংসকল মহাভাৰতৰ সময়ৰ এগৰাকী বিখ্যাত ক্ষত্ৰিয় ৰজা কৰতয়াবীৰ্জাৰ্জুনৰ বংশধৰ। মহৰ্ষি পৰশুৰামে পিতৃ আজ্ঞা পালন কৰি পৃথিৱীক ক্ষত্ৰিয়মুক্ত কৰোতে কৰতয়াবীৰ্জাৰ্জুন নিহত হয়। সেই সময়ত তেওঁৰ পত্নী স্বৰূপাদেৱী অন্তসত্বা আছিল। তেনে অৱস্থাৰে তেওঁ প্ৰাচীন কামৰূপৰ প্ৰখ্যাত মুনি কামদত্তৰ ওচৰলৈ পলাই আহে। কিছুদিন পিছত তেওঁ কামৰূপত সন্তান এটি জন্ম দিয়ে। এই সন্তানটিয়ে কালক্ৰমত পদাংশু নামেৰে বিখ্যাত হয় আৰু পুৰণি হাজো নগৰ অধিকাৰ কৰে। সেই বংশৰ শেষ ৰজা ভৰত বৰ্মনৰ দিনত হাজো নগৰ ধ্বংসপ্ৰাপ্ত হয় আৰু প্ৰায় বাৰ হাজাৰ লোক গাৰো পাহাৰলৈ প্ৰবজন কৰে। গাৰো পাহাৰলৈ

আহি যিডোখৰ ঠাইত তেওঁলোকে বসতি স্থাপন কৰিছিল, সেই ঠাইডোখৰক 'হাজাৰী' বুলি কোৱা হৈছিল আৰু মানুহখিনিয়েও এৰি অহা হাজো নগৰৰ স্মৃতি সাঁচি ৰাখি এটি নতুন নাম লৈছিল - 'হাঁৰ' সময়ৰ গতিত এই 'হাঁৰ' নাম পৰিবৰ্তন হৈ 'হাজং' হয়।[২]

ৰতন কুমাৰ ৰায়হাজঙৰ মতে হাজং শব্দটো 'হৰাজান' শব্দৰপৰা উদ্ভৱ হৈছে। ইয়াৰ অৰ্থ হৈছে পৰম্পৰাগতভাৱে পুৰণি জীৱিকা এৰি এটা নতুন জীৱিকা গ্ৰহণ কৰা মানুহৰ সমষ্টি। হাজংসকল প্ৰথমে এটা বৃহৎ জনগোষ্ঠী আছিল। কালক্ৰমত তেওঁলোক খণ্ডিত হৈ পূৰ্বৰ জীৱিকা এৰি এটা নতুন জীৱিকা গ্ৰহণ কৰিছিল।[৩] অৱশ্যে ৰায়হাজঙৰ এই মত বি.এন.বৰদলৈয়ে কেবাটাও কাৰণত নাকচ কৰিছে। কি মূল জনসমষ্টিৰ পৰা হাজংসকল খণ্ডিত হৈছিল, কি নতুন পৰম্পৰাগত জীৱিকা গ্ৰহণ কৰিছিল বা পূৰ্বৰ জীৱিকা কি আছিল, এইবোৰ কথা ৰায়হাজঙে উল্লেখ কৰা নাই।[৪]

বেছিভাগ আলোচকৰ মতে হাজং শব্দটো গাৰো ভাষাৰ 'হা-জং' শব্দৰ পৰা উদ্ভৱ হৈছে।[৫] গাৰো ভাষাত 'হা' মানে মাটি আৰু 'জং' মানে পোক। সেই হিচাপে হাজং শব্দৰ অভিধানিক অৰ্থ হ'ল মাটিৰ পোক। কিন্তু 'জং' শব্দৰ আভিধানিক অৰ্থৰ পৰিবৰ্তে ইয়াত ব্যঞ্জনাৰ্থহে বেছি গ্ৰহণযোগ্য বা বিজ্ঞানসম্মত। ইয়াত 'জং' শব্দই মাটি চহ কৰা কৰ্মত পটু লোক-সমষ্টিকহে বুজাইছে; কাৰণ সুদৰ অতীতৰপৰা হাজংসকলে মাটি চহাই বা হালবাই কৃষি কৰ্ম কৰি আহিছে।

এইবোৰৰ উপৰিও কোনো কোনোৱে হাজং শব্দটো 'হাজাৰ' বা 'ছাজাৰী' বা কছাৰী 'হাজু' শব্দৰপৰা উদ্ভৱ হৈছে বুলিও মন্তব্য আগবঢ়াইছে।

**প্ৰজাতীয় সম্বন্ধ ঃ**

হাজংসকলৰ প্ৰজাতীয় সম্বন্ধ সম্পৰ্কে গৱেষকসকল একেটা শিবিৰত অৱস্থান কৰা নাই। ডেল্টনৰ মতে হাজংসকল কছাৰীসকলৰ এটি ঠাল।

তেওঁ কৈছে ঃ "The Rabha and Hajongs of the Gowalpara District are branches of the kachari race and connected with the Garos," ইয়াৰ উপৰিও তেওঁ কৈছে যে হাজংসকল বোধহয় উত্তৰ কাছাৰ জিলাৰ হোজাই কছাৰীৰ সৈতে সম্পৰ্কিত হ'ব পাৰে। অৱশ্যে এই সম্পৰ্ক কেনেকুৱা বা কেনে প্ৰকাৰে হ'ব পাৰে, সেই সম্পৰ্কে গৱেষক গৰাকীয়ে কোনো মতামত দিয়া নাই।

১৮৯১ চনৰ লোকপিয়ল মতে হাজংসকলক গাৰো আৰু কছাৰী জনগোষ্ঠীৰ অন্তৰ্গত বুলি উল্লেখ কৰা হৈছে।[৭] The Brahmaputra Valley নামৰ গ্ৰন্থখনত ৱাদেল-এ (L.A. Waddel) হাজংসকলক পাৰ্বত্য অঞ্চলৰ আদি কছাৰী বুলি নিজৰ অভিমত ব্যক্ত কৰিছে। ৰতন কুমাৰ ৰায়হাজঙৰ মতে হাজংসকল গাৰো বা কছাৰী

কোনাটো জনগোষ্ঠীৰে অন্তৰ্ভূক্ত নহয় ঃ বৰংতেওঁলোকে নিজকে ক্ষত্ৰিয় বুলিহে চিনাকি দি ভাল পায়। সি যি কি নহওঁক উত্তৰ-পূৰ্বাঞ্চলৰ আন আন জনগোষ্ঠীৰ দৰে হাজংসকলো ইণ্ডো-মংগোলীয় তিববত-বৰ্মীয় ভাষাগোষ্ঠীৰ লোক।

## গোত্ৰ আৰু পৰিয়াল ঃ

হাজংসকলৰ গোত্ৰ প্ৰথাক 'নিক্‌নি' বুলি কোৱা হয়। প্ৰজাতীয় মতদ্বৈধ্যতাৰ দৰে হাজংসকলৰ গোত্ৰক লৈও বেলেগ বেলেগ মত আছে। বহুতো লেখকৰ মতে হাজংসকলৰ একুৰি এটা গোত্ৰ আছে। বি.এন. বৰদলৈয়ে তেওঁৰ ক্ষেত্ৰ অধ্যয়নৰ ভিত্তিত মত প্ৰকাশ কৰিছে যে হাজংসকলৰ সাতটাহে গোত্ৰ আছে। এই আটাইবোৰ গোত্ৰ পিতৃতান্ত্ৰিক আৰু এইবোৰ কেৱল বিয়া-বাৰুৰ ক্ষেত্ৰতহে বিচাৰ কৰা হয়।

হাজংসকলৰ মাজত এটি মাতৃতান্ত্ৰিক গোত্ৰ থকাৰো সম্ভেদ পোৱা যায়। অতীজতে মাতৃধাৰাৰ গোত্ৰ বিলাকহে নিক্‌নি বোলা হৈছিল। নিক্‌নি বোৰৰ নাম সাধাৰণতে গাঁৱৰ নাম অনুসৰি দিয়া হৈছিল। হাজংসকলৰ মাজত থকা গোত্ৰাবোৰৰ কেইটামান হ'ল এনেধৰণৰ - বাকছেগাঁও, কেন্দেগাওঁ, পুৰা কাছিৱা, পুৰাহাটী, পুৰাচুঙা, বালিহাটা, কামাখ্যা গাঁও, বগৰী খাটি, কতলেগাঁও, কাছেগাঁও, কৰ্ণঝোৰা, চুৰাবাদি ইত্যাদি।

ওপৰত উল্লেখ কৰা হৈছে যে হাজংসকল মূলত ঃ পিতৃপ্ৰধান পৰিয়ালৰ গোষ্ঠীভূক্ত। পিতৃয়ে পৰিয়ালৰ মূৰববী আৰু তেওঁৰ সিদ্ধান্তই পৰিয়ালত চূড়ান্ত সিদ্ধান্ত হিচাপে বিবেচিত হয়। পিতৃৰ মৃত্যুৰ পিছত পুত্ৰইহে সকলো স্থাৱৰ-অস্থাৱৰ সা-সম্পত্তিৰ উত্তৰাধিকাৰিত্ব লাভ কৰে। পৰম্পৰাগত নীতি-অনুসৰি যদি কোনো ব্যক্তিৰ পুত্ৰ সন্তান নাথাকে তেন্তে তেওঁৰ ওচৰ সম্বন্ধীয় কোনো পুৰুষেহে সা-সম্পত্তিৰ অধিকাৰ লাভ কৰে। অৱশ্যে এনে ৰীতি বৰ্তমানে শিথিল হৈছে আৰু পুত্ৰহীন পিতৃৰ সম্পত্তিৰ অধিকাৰ কন্যা সন্তানেও লাভ কৰে।

## জন্ম-মৃত্যু-বিবাহ ঃ

হাজং সমাজত জন্ম, মৃত্যু আৰু বিবাহক লৈ পৰম্পৰাগত ভালেমান ৰীতি-নীতিৰ প্ৰচলন আছে। সন্তান জন্ম হ'লে সাধাৰণতে অশৌচ পালন কৰা হয় নাভী-নাড়ী কাটি এসপ্তাহমান পাছত কাপোৰ-কানি ধুই, ঘৰ-দুৱাৰ মচি, নাপিতৰ দ্বাৰা ক্ষৌৰ কৰ্মাদি কৰি শুচি হয়। অধিকাৰীৰ ঘৰৰ বা কোনো বৈষ্ণৱী মন্দিৰৰপৰা পবিত্ৰ পানী আনি (কামৰূপত ইয়াক 'সণা-ৰূপা'ৰ পানী বুলি কোৱা হয়) গৃহস্থৰ ঘৰত চটিয়াই দি অশৌচ গুচোৱাৰ নীতিও আছে। ইয়াৰ অন্যথা হ'লে সমাজে সাধাৰণতে পৰিয়ালটিক শুচি হোৱা বুলি ধৰি নলয়। নৱজাতকৰ এমাহ কাল পাৰ হ'লে মাহেকীয়া অশৌচ খেদাই সূৰ্য দেৱতাক পূজা কৰাৰ পূৰ্বাপৰ ৰীতিও সমাজত বৰ্তি আছে।

অন্যান্য জনগোষ্ঠীৰ দৰে হাজংসকলৰ মাজতো মৃত্যুক লৈ নানান সংস্কাৰ আছে। তেওঁলোকৰ সমাজত মানুহ মৰিলে মৃতকৰ হাত আৰু ভৰিৰ কেঁএগ্ৰা আঙুলিত কেঁচা সূতাৰে টানকৈ গাঁঠি একোটা দিয়া হয়। বিশ্বাস যে তেনে কৰিলে মৃতদেহত ভূত লম্ভিব নোৱাৰে। মৃতদেহ সাধাৰণতে হিন্দু প্ৰথানুসৰি কাষ্ঠ-সংস্কাৰ কৰা হয়। শ্মশানলৈ নিয়াৰ পূৰ্বে মৃতদেহটো মাহ-হালধিৰে ধোৱাই নতুন বস্ত্ৰ পিন্ধাই দিয়া হয়। মুখাগ্নি কৰাৰ আগতে মুখস্নান কৰোৱা হয়। মুখস্নান হ'ল মৃতকৰ মুখমণ্ডলত সৰিয়হ তেল, হালধি আৰু ঘিলাৰ বীজৰ গুৰি সানি দিয়া হয়। চিতাখন সাধাৰণতে দক্ষিণমুৰাকৈ সজা হয় আৰু মুখাগ্নি কৰাৰ পৰত চিতাৰ চাৰিওফালে সাতপাক ঘূৰোৱা হয়। সৰু ল'ৰা-ছোৱালীৰ মৃত্যু হ'লে খৰি দিয়াৰ পৰিবৰ্তে পুতি থোৱা হয়। শ্মশানশালিৰ পৰা উভতি আহোতে শেষ মানুহজনে গছৰ ডাল এটা পুতি থোৱাৰ নিয়ম। তেনে কৰিলে হেনো ভূত পিছে পিছে নাহে। মৃত্যুৰ পিছত এঘাৰ দিনত, কেতিয়াবা ১২-১৩ দিনত ঘাট কামানী, গৌৰদণ্ডবোধ, মাকাবাৰী আদি পৰম্পৰাগত ৰীতি-নীতিৰে শ্ৰাদ্ধ-তৰ্পনাদি সম্পন্ন কৰা হয়।

বৈবাহিক ক্ষেত্ৰত হাজংসকলে গোত্ৰৰ বিচাৰ কৰে। একে গোত্ৰৰ এহাল ডেকা-গাভৰুৰ বিবাহ সমাজে স্বীকাৰ নকৰে। অসবৰ্ণ বিবাহো নাই। কোনো ডেকা-গাভৰুৱে তেওঁলোকৰ জনগোষ্ঠীৰ বাহিৰে আন জনগোষ্ঠীৰ ডেকা-গাভৰুক বৈবাহিক সম্বন্ধ স্থাপন কৰিবলৈ দিয়া নহয়। কোনোৱে এই নীতি উলংঘা কৰিলে সমাজৰপৰা 'আলগ' কৰি থোৱা হয়। কিন্তু কোনো কাৰণত তেনে বিবাহ হ'লে, নৱ-দম্পত্তিয়ে জৰিমনা ভৰিব লাগে আৰু সমজুৱাক ভোজভাত খুৱাই সমাজভুক্তহয়। এইটো বৰ খৰচি কাৰবাৰ হোৱা বাবে হাজংডেকাই সাধাৰণতে আন্তঃজনগোষ্ঠীয় বিবাহ কৰায়।

হাজং সমাজত যৌতুক প্ৰথাৰ প্ৰচলন নাই ; কিন্তু গা-ধন দিয়াৰ ব্যৱস্থা আছে। এই প্ৰথাক 'খালটি' বোলা হয়। অতীজত খালটি সামান্য পৰিমাণৰহে আছিল, বৰ্তমানে ই বৃদ্ধি পোৱা দেখা যায়।

হাজং সমাজত বাল্য-বিবাহ নাই। ল'ৰা-ছোৱালীৰ বিয়াৰ বয়স সাধাৰণতে ক্ৰমে ২৫ বছৰ আৰু ১৬ বছৰ ধৰা হয়। তেওঁলোকৰ সমাজত বহু-বিবাহ প্ৰথাও নাই। বিবাহ বিচ্ছেদৰ নিচিনা ঘটনা প্ৰায় নহয়েই ; অৱশ্যে বিশেষ পৰিস্থিতিত বিবাহ বিচ্ছেদ হ'ব লগা হ'লেও সমাজৰ অনুমতি সাপেক্ষেহে সেয়া সম্ভৱ হয়। বিবাহ-বিচ্ছেদ হোৱা পুৰুষ-মহিলাই সমাজৰ মুৰব্বীৰ অনুমতি সাপেক্ষে পুনৰ্বিবাহ কৰাব পাৰে।

হাজংসকলৰ সমাজত চাৰি প্ৰকাৰৰ বিবাহোনুষ্ঠান আছে - শুভ বিবাহ, পুনু বা পুনৰ্বিবাহ, সাঙা বিবাহ বা বৰলা-বাৰীৰ বিবাহ আৰু দায়পৰা বা প্ৰেমজনিত বিবাহ। শেষৰ বিধ বিবাহক সমাজে বৰ ভাল চকুৰে নাচায়। ইয়াৰ বাহিৰেও 'তলা বিবাহ আৰু পাত বিয়া বুলিও দুই প্ৰকাৰৰ বিয়াৰ প্ৰচলন আছে।"

## ধৰ্ম আৰু ধৰ্মীয় বিশ্বাস :

আন জন-জাতিৰ দৰে হাজংসকলৰ প্ৰাচীন ধৰ্ম কি আছিল তাক এতিয়া জনা নাযায় ; তেওঁলোক বৰ্তমান হিন্দু ধৰ্মাৱলম্বী লোক। হিন্দু হ'লেও তেওঁলোকৰ মাজত পৰম্পৰাগত কিছু ধৰ্মীয় ৰীতি-নীতি আৰু বিশ্বাস এতিয়াও আছে।

## হাজংসকল মূলত :

শাক্ত, কিছু সংখ্যক বৈষ্ণৱ ; দুই একজন খৃষ্টান ধৰ্মতো দীক্ষিত হৈছে। তেওঁলোকৰ মাজত ভালেমান হিন্দু দেৱ-দেৱীৰ পূজা অৰ্চনাৰ প্ৰচলন আছে। এইবোৰৰ ভিতৰত দুৰ্গা, কালী, লক্ষ্মী, কাৰ্ত্তিক, মানসা, সৰস্বতী আৰু বাসন্তী আদি প্ৰধান। তেওঁলোকৰ সমাজত দেৱ-দেৱীৰ উপৰিও ভূত-প্ৰেতৰো বিশ্বাস আছে। সেইবোৰৰ ভিতৰত জাৰাংদেউ, মাচহাংদেউ, জুখিনী, ডাইনী, মইলা ভূত আদি জনাজাত নাম।

হাজংসকলে পৰম্পৰাগতভাৱে বছৰটোৰ বিভিন্ন সময়ত উলহ-মালহেৰে ভালেমান পূজা-পাৰ্বণ অনুষ্ঠিত কৰে। পূজা অনুষ্ঠানত গাঁৱৰ অধিকাৰীয়ে বিশেষ ভূমিকা পালন কৰে৷ তেনে পূজা-পাতলৰ কেইটামানৰ বিষয়ে ইয়াত উল্লেখ কৰা হ'ল :

## বাঁশ পূজা :

বাঁশ পূজা হাজংসকলৰ এটি অন্যতম ধৰ্মীয় অনুষ্ঠান। এই পূজা বহাগ মাহত উদ্‌যাপন কৰা হয়। এই পূজাৰ বাবে ৰাইজে তিনিডাল নতুন বাঁহ কাটি আনে আৰু চুচি-মাজি বগা আৰু ৰঙা কাপোৰেৰে অলংকৃত কৰি লয় আৰু পথাৰত পুতি পূজা কৰে। এই পূজাত গাঁৱৰ ডেকাসকলে গীতালৰ গানৰ তালে তালে উদ্দাম ছন্দত নৃত্য কৰে। এই পূজা মূলতঃ উৰ্বৰা বিশ্বাসৰ সৈতে জড়িত।

## পদ্মা পূজা :

বিবাহ অনুষ্ঠানত প্ৰতিটো হাজাং পৰিয়ালে পদ্মা পূজা বা মনসা পূজা কৰে। পৰম্পৰাগতভাৱে অনুষ্ঠিত এই পূজাত পৰিয়ালৰ মুৰববীজনে বাওহাতেৰে অৰ্চনা কৰি মনসাক পূজা আগবঢ়ায়। এই পূজাত সাধাণতে ছাগলী বলি দিয়া হয়। দৰা-কইনাৰ যাতে সৰ্প দংশনত মৃত্যু মুখত নপৰে তাৰে কামনা কৰি এই পূজা কৰা হয়। এই পূজাক হাজংসকলে 'কানিদেউ' পূজা বুলি কয়।

## কাৰ্ত্তিক পূজা :

কাৰ্ত্তিক পূজা অকল হাজং মহিলাসকলে অনুষ্ঠিত কৰে। কাতি মাহৰ শেষৰ ফালে এই পূজা পতা হয়। এই পূজাত পুৰুষৰ প্ৰবেশ নিষিদ্ধ। কোনো পুৰুষে ইচ্ছা কৰিলে পূজা শেষ হোৱাৰ পিছতহে প্ৰবেশ কৰিবলৈ দিয়া হয়। পূজাৰ কেইদিনমান

আগতে এজোপা তুলসীৰ তলত এটি মাটিৰ চাপ কৰি দুগৰাকী সৰু ছোৱালীৰ সহায়ত প্ৰতীক হিচাপে চাপটোৰ চাৰিওফালে শস্যৰ বীজ সজাই দিয়া হয়। পূজাৰ দিনা চাপটোত কাৰ্ত্তিকৰ মূৰ্ত্তি স্থাপন কৰি ৰাতি মহিলাসকলে বিবিধ গীত-মাতেৰে নাচি-বাগি পূজা কৰে। হাজংসকলে কাৰ্ত্তিকক সন্তান আৰু শস্য দাতা দেৱতা ৰূপে জ্ঞান কৰে। সেইকাৰণে পুত্ৰ সন্তানহীন তিৰোতাই সন্তান কামনাৰে তেওঁক পূজা কৰে।

এইবোৰ পূজাৰ বাহিৰেও হাজংসকলে বছৰৰ বিভিন্ন সময়ত ব্ৰতপূজা, গ্ৰাম পূজা, বাস্তু পূজা আদি নানান পূজা পালন কৰে।

## খাদ্যাভাস ঃ

হাজংসকলৰ প্ৰধান খাদ্য ভাত। স্থানীয় ভাৱে উপলব্ধ বিবিধ শাক-পাচলিৰ সুস্বাদু ব্যঞ্জনেৰে হাজংসকলে ভাত খায়। মাছ, ছাগলী আৰু গাহৰিৰ মাংসও তেওঁলোকে খায়। মুখশাৰ্দ্ধ হিচাপে তেওঁলোকৰ সমাজত তামোল-পাণৰ ব্যৱহাৰ আছে। মতাবিলাকে ধপাত সেৱন কৰে। চাউলৰ পৰা তৈয়াৰী মদৰ ব্যৱহাৰ আছে। অৱশ্যে আন জন-জাতিয়ে যিদৰে কোনো সামাজিক অনুষ্ঠান বা পূজা পাৰ্বণত এই মদ ব্যৱহাৰ কৰে, তেনেদৰে হাজাংসকলে নকৰে। হাজংসমাজত সমজুৱা ভাৱে মদ নিষিদ্ধ। গাখীৰ আৰু গাখীৰৰপৰা তৈয়াৰী খাদ্য তেওঁলোকৰ বৰ প্ৰিয়।

## ভাষা ঃ

সমাজ-ভাষাতত্ত্বৰ অধ্যয়নকাৰীসকলৰ তথ্য অনুসৰি হাজংসকল তিববত-বৰ্মীয় ভাষা-গোষ্ঠীৰ অন্তৰ্গত। কিন্তু কালৰ গৰ্ভত তেওঁলোকৰ সেই তিববত-বৰ্মীয় শাখাৰপৰা উদ্ভুত ভাষা বিলুপ্ত হ'ল। কাৰণ বৰ্তমানে হাজংসকলে যি ভাষা কয় তাত মুল ভাষাগোষ্ঠীৰ শাখাবোৰৰ সাদৃশ্য দেখা নাযায়। তেওঁলোকে ব্যৱহাৰ কৰা ভাষাটো প্ৰাচীন অসমীয়া সাহিত্যিক ভাষা আৰু পশ্চিম কামৰূপীয় উপভাষাৰে সৈতে অতি নিকট সম্বন্ধযুক্ত। অৱশ্যে কথিতৰূপত তিববত বৰ্মীয় ভাষাৰ কেতবোৰ বৈশিষ্ট্যৰ প্ৰকাশ নঘটাকৈ নাথাকে। কথিত হাজংভাষাৰ ধ্বনিতত্ত্বৰ আৰু ৰূপতত্ত্বৰ আধাৰত এই ভাষাক 'দশকাহনীয়া - সুছঙী আৰু কৰাইবাৰীয়া'[১০] এই দুই ভাগত ভাগ কৰা হৈছে। ইয়াৰে প্ৰথমটোৰ পশ্চিম কামৰূপী উপভাষা আৰু মান্য অসমীয়াৰ সৈতে ধ্বনিগত সাদৃশ্য পৰিলক্ষিত হয়। দ্বিতীয়টোৰ পশ্চিম গোৱালপৰীয়া উপভাষাৰ সৈতে সাদৃশ্য বিদ্যামান।

## উছৱ-পৰব ঃ

উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰতিটো জন-গোষ্ঠীয়ে বাৰমাহত তেৰটা উৎসৱ উদ্‌যাপন কৰে। হাজংসকলো ইয়াৰ ব্যতিক্ৰম নহয়। তেওঁলোকে অসমীয়া তিনিওটা বিহু বৰ উলহ-মালহেৰে পালন কৰে। কৃষিজীৱি সমাজে ৰঙালী বিহুত গৰু, মহক গা-ধুৱাই দিয়ে।

সকলোৱে নিজৰ নিজৰ ঘৰ দুৱাৰ মচি চাফ চিকুন কৰে, সকলোৱে ডাঙৰক সেৱা জনাই আশীৰ্বাদ লয়। বিহুৰ বতৰত কোনো কোনোৱে ঘৰৰ চালত নিমপাত খুচি থয়। এনে কৰিলে বছৰটোৰ বাবে বেমাৰ-আজাৰ কম হয় বুলি তেওঁলোকে বিশ্বাস কৰে।

কাতি বিহুত হাজংসকলে পোক-পতংগই যাতে শস্য নষ্ট নকৰে তাৰে প্ৰতিকাৰ স্বৰূপে খেতি পথাৰত চাকি জ্বলায়। তেওঁলোকৰ মাজত গোটেই কাতিমাহ জুৰি আকাশবন্তি দিয়াৰ প্ৰথাও পূৰ্বাপৰ প্ৰচলিত আছিল। ইয়াক 'কাতি গাছা' বোলা হয়।

মাঘ বিহুত হাজংসকলে পথাৰত মেজি সাজে আৰু ৰাজহুৱা ভোজভাত খায়। 'কোনো অঞ্চলত মানুহে পুহ মাহৰ শেষ দিনাৰপৰা এমাহলৈ ৰাতিপুৱা বেলি উঠাৰ আগতে গা ধুইছিল। এই প্ৰথাক মাস ছিলিম বুলি কোৱা হৈছিল। এনেদৰে ৰাতিপুৱা গা ধোৱাটো শৰীৰৰ কাৰণে বৰ উপকাৰী বুলি হাজংসকলৰ বিশ্বাস।'[১১]

চ'ৰ গামা বা চ'ৰখেলা হাজংসকলৰ এটি পৰম্পৰাগত লোক উৎসৱ। এই উৎসৱ দীপাৱলীৰ আঁউসীৰ দুই তিনিদিন আগৰপৰা আৰম্ভ হৈ এসপ্তাহ ধৰি উদ্‌যাপিত হয়। এই উৎসৱক বহুতে দৰা বা কইনা চোৱাৰ এটি অপূৰ্ব সুযোগ বুলি আখ্যা দিয়ে। চ'ৰ গামৰ নৃত্য-গীতৰ দলে গাঁৱৰ এমূৰৰপৰা ঘৰে ঘৰে নৃত্য গীত কৰি মাগি যায় আৰু উৎসৱৰ শেষত দলে সংগ্ৰহ কৰি অনা চাউল আৰু টকা পইচাৰে গএগ্ৰা ৰাইজে মিলি 'চ'ৰখেলা খাৱন' পাতে। ইয়াত প্ৰথমে লক্ষ্মী দেৱী আৰু ভগৱানৰ নামত পূজা আগবঢ়োৱা হয় আৰু তাৰ পিছত ৰাইজে খায়। এই উৎসৱত বিবিধ প্ৰকাৰৰ নৃত্য-গীতৰ প্ৰচলন আছে। এইবোৰৰ ভিতৰত পৰম্পৰাগতভাৱে চলি অহা 'লেৱাটানা' নৃত্য গীত প্ৰধান। জনশ্ৰুতি আছে যে হাজংসকলে পাহাৰৰ নামনিত হাবি কাটি বসতি বিস্তাৰ কৰিছিল, ভূঁইতলি গঢ়ি খেতি-বাতি কৰিছিল। হাজং ডেকা-গাভৰুৱে এনে অৱস্থাত শ্ৰমৰ মাজেদি পৰস্পৰৰ সন্নিধ্যলৈ আহিছিল আৰু তেতিয়াই 'লেৱাটানা' নৃত্য-গীতৰ সৃষ্টি হৈছিল। এই নৃত্য-গীত মূলতঃ প্ৰণয় সূচক।

কামৰূপৰ ম'হ-হো উৎসৱৰ সৈতে সাদৃশ্য থকা হাজংসকলৰ আন এটি লোক উৎসৱ হ'ল 'মচমাও খেদা'। এই উৎসৱ কাতিমাহৰ শেষৰ দিনা উদ্‌যাপন কৰা হয়। সেইদিনা গাঁৱৰ ডেকা আৰু ল'ৰা-ছোৱালীসকলে সন্ধিয়া বাঁহৰ জোৰ একোটা জ্বলাই প্ৰত্যেক ঘৰৰ 'কেনা খকৰা' ত সেই জোৰ ঘূৰাই 'আঘোণ মাহে কাতি যায় মচমাও পোৰা যায়' বুলি গীত গাই মুকলি পথাৰত জোৰবোৰ পুতি থৈ আহে। ইয়াৰ ফলত ম'হবোৰ আঁতৰি যায় বুলি বিশ্বাস কৰা হয়।

এইবোৰৰ উপৰিও হাজংসকলৰ মাজত 'পইলা ৰোৱা', 'ধানতুকা আৰু কাচি ধোৱা', 'চিনিক' আদি বিবিধ কৃষি উৎসৱৰ চলতি আছে। 'পইলা ৰোৱা' উৎসৱ প্ৰথম কঠিয়া ৰোৱাৰ দিনা উদ্‌যাপন কৰা হয়। ঘাই ফচল ধান কটাৰ শেষ দিনা 'ধানতুকা আৰু কাচি ধোৱা' উৎসৱৰ আয়োজন কৰা হয়। 'চিনিক' হ'ল ন-খোৱা প্ৰথা।

## সাজপাৰ আৰু আ- অলংকাৰ ঃ

সচৰাচৰ ব্যৱহাৰ নকৰিলেও হাজংসকলৰ মাজতো কিন্তু পৰম্পৰাগত সাজপাৰৰ প্ৰচলন আছে। হাজংমহিলাসকলে মেখেলাৰ দৰে 'পাতনি' বা পাটনি পৰিধান কৰে। ইয়াক ৰঙা পাটনি বোলা হয়, কাৰণ ইয়াৰ ৰং সাধাৰণতে ৰঙা হয়। হাজং মহিলাসকলে হাত শাঁলত এই পাটনি নিজে বই লয়। মহিলাসকলে সাধাৰণতে ব্লাউজ নিপিন্ধে ; দেহৰ উপৰি অংশ এখন কপাহী 'পাচ্ৰা' বা 'আগৰুন'- এৰে আবৰি ৰাখে। উৎসৱ-পাৰ্বণাদিতে তেওঁলোকে 'কমৰবন্ধ' ব্যৱহাৰ কৰে।

পুৰুষসকলে ঘৰতে বোঁৱা ডাঙৰ গামোছা পিন্ধে, ইয়াক 'নিংটি' বোলা হয়। এইটো উল্লেখ কৰা সমীচিন হ'ব যে ছোৱালীৰ বিয়াৰ সকলো কাপোৰ হাজংসকলে নিজে বই লয়।

হাজং সমাজত পুৰুষে অলংকাৰ পৰিধান কৰাৰ পূৰ্বাপৰ ৰীতি নাই। মহিলাসকলে পৰম্পৰাগত আ-অলংকাৰ পৰিধান কৰে আৰু সেই অলংকাৰৰ তুলনাত আধুনিক অলংকাৰ বজাৰত উপলব্ধ হ'লেও তাৰ প্ৰতি তেওঁলোক মুঠেই লালায়িত নহয়। মহিলাসকলে পৰিধান কৰা অলংকাৰ কেইপদ হ'ল কাটা বাজু, বাঘ, হৰচ'ৰা, গুঞ্জৰ আৰু কাইৰু বা কেঁৰু। ইয়াৰোপৰি নাকত পিন্ধা নালাচ আৰু কাণত পিন্ধা কাণফুল আন দুবিধ অলংকাৰ।

## লোকগীত ঃ

লোকগীতসমূহ সংস্কৃতিৰ আপুৰুগীয়া সম্পদ। এইবোৰৰ মাজেৰে চহা জীৱনৰ সমগ্ৰতা প্ৰকাশ পায়। হাজং সমাজতো বিবিধ লোকগীতৰ প্ৰাচুৰ্য আছে। এই লোকগীতবোৰ জনজীৱনৰ নানান উৎসৱ-অনুষ্ঠান উপলক্ষে মৌখিক ভাৱে ৰচিত হৈ আহিছে। হাজং লোকগীতক 'গাহেন' বোলা হয়।

কানুৰাম হাজঙে হাজাং লোকগীতবোৰক উছৱ অনুষ্ঠামূলক, কৰ্মবিষয়ক আৰু বিবিধ বিষয়ক - এই তিনি শ্ৰেণীত ভাগ কৰিছে।[১২] উছৱ অনুষ্ঠান মূলক গীতৰ ভিতৰত লেৱাটানা গাহেন, মনসা পূজাৰ গীতালু গাহেন, বিয়াৰ গীতালু গাহেন, ভালুক মাগাৰ গাহেন, থুবী মাগাৰ গাহেন ইত্যাদি প্ৰধান। কৰ্ম বিষয়ক লোকগীতৰ ভিতৰত গুচি পুতো গাহেন, ৰোৱালাগা গাহেন প্ৰধান। আনহাতে বিবিধ বিষয়ক গীতৰ ভিতৰত হাপাল বুজালি গাহেন, পখী হাকানি গাহেন, টেৱব্লানি গাহেন উল্লেখযোগ্য। গীতবোৰত ভাষাৰ সৰলতা ঘৰুৱা ছবি, থলুৱা প্ৰকাশ ভংগী আৰু মুকলি ভাৱৰ বৈচিত্ৰ জাকিমাৰি প্ৰকাশ পাইছে। নিদৰ্শনমূলক হিচাপে কেই ফাঁকিমান লোকগীত ইয়াত উল্লেখ কৰা হল ঃ

ক) টক্‌লেবাৰী ঘোপানি টক্‌লে বগা পকিছে
আয় বুইনি টক্‌লে খাবো যং।
... ... ...
টক্‌লেবাৰী নাযায় যয় টক্‌লে বগা নাখায় যয়
টক্‌লে খালে মুখ কালা হয়। (লেৰাটানা গাহেন)

খ) মাছং শাক নাৰে বিউলা আৰ' ৰাখে ঝাল।
কুমৰাতে দুধ দিয়া আৰ' কৰে অম্বল।।
বিউলা বালী নাৰে-বাঢ়ে লাৰে কাগতলা।
ঘিউনি ভাজিয়া তুলে থৰ কাচ কলা।।
বিউলা বালী ৰন্ধন কৰে খুকুতে উৰাই ছাই।
মুখতে কাপুৰ দিয়া হাসে দুৰ্লভি লখাই।। (গীতালু গাহেন)

গ) ৰাঙা পাটিন ৰাঙা দৰা
আয়ৰকাঘিলা যায় ঘোৰে ঘোৰে
আহাৰে হায়।
কিৰে হায়ৰে, আয়ৰকঘিলা জয়-জোখ দিয়া।
কতো আয়ৰক কলা ধলা
কতো আয়ৰক কলা ধলা
কতো আয়ৰক দেখিবাকে ভালা
আহাৰে হায়।
কিৰে হায়ৰে, আয়ৰকসিলা জয়-জোখা দিয়া। (বিয়াৰ গীতালু)

ঘ) তুলা হেনা ধুৰ ধুৰ যৌৱন হেনা নদী।
সৰ ফুল ফুটিছে বগী পৰিছে বন্দি।।
বগা চেংৰা হাল ৱোৱায় কালা গৰু দিয়া।
বগী চেংৰী মাছ মাৰে আলিকোনা দিয়া।। (কাতি গাহেন)

ঙ) ৰয় চালা তলে তলে নাচনা জুৰিছে
মদ নাই ভাত নাই গালা শুখাইছে
গৈৰী ঝিউ মদ বাঁৰকিয়া দি
আঠিয়া কলা বিছুনলী ৰাও
মদে মদে ভিজাৰ গাও
গৈৰী ঝিউ মিঠা মদ বাঁৰকিয়া দি। (গুচি পুতো গাহেন)

চ) হৈ হৈ লাটা
হৈ হৈ লাটা
ভট বগৰী পাকা

*আমলা বাবো হাট মাছে*
*আনিব লাৰু পাকা*
*হৈ হৈ লাটা*
*ভট বগৰী পাকা*
*আনিব কছে মামা নাৰু*
*আনিছে চপেৰেকা।*[১২] (হাপাল বুজালি গাহেন)

## সামৰণি ঃ

হাজংসকল সংখ্যাগত ভাবে যদিও কম তথাপি এটি বৈচিত্ৰ পূৰ্ণ জনজাতি। সাংস্কৃতিক ক্ষেত্ৰত হাজংসকল মুঠেই পিছপৰা নহয়। তথাপি তেওঁলোকৰ বিষয়ে বিভিন্ন কাৰণত অধ্যয়ন সীমিত পৰিসৰৰ মাজত আবদ্ধ আছে। সম্প্ৰতি বিশ্বায়নৰ আগ্ৰাসনে হাজংসকলৰ সমাজ আৰু সাংস্কৃতিক ব্যৱস্থালৈ ব্যাপক পৰিবৰ্তন, সম্ভাৱনা আৰু প্ৰত্যাহবান আনিছে। এনে অৱস্থাত প্ৰণালীবদ্ধ গৱেষণা আৰু বিজ্ঞান সম্মত সাংস্কৃতিক সংৰক্ষনেহে জনগোষ্ঠীটোৰ স্বকীয় অস্তিত্ব নিগাজিকৈ বৰ্তাই ৰাখিবলৈ সক্ষম হ'ব। শিক্ষা-দীক্ষা লাভ কৰা নতুন চামে এই দায়িত্ব পালন কৰিবলৈ আগবাঢ়ি আহিব বুলি আশা কৰিব পাৰি।

## প্ৰসংগ-সূচী


১. হাজং, বীৰেণ ঃ হাজং জনজাতিৰ ভাষা আৰু সাহিত্য (প্ৰবন্ধ) পৰিতোষ চক্ৰৱৰ্তী (সম্পা.) - পাহাৰৰ ওখ টিং, তুৰা, ২০০৭, পৃঃ ২৪০
২. হাজং, পৰেশ ঃ হাজং জনজাতিৰ জন্ম ৰহস্য (প্ৰবন্ধ) ঃ ড. বি.এন. বৰদলৈ Tribes of Assam, Part III, Guwahati, 1991, P.19
৩. ৰায় হাজং, ৰতন কুমাৰ ঃ হাজং সমাজ - এটি সমীক্ষা (প্ৰবন্ধ) ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ২০
৪. বৰদলৈ, বি. এন ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ২০
৫. ঐ ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ২১
৬. Datton, E.T. : Tribal History of Eastern India, New Delhi, 1978, P.87
৭. বৰদলৈ, বি.এন ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ২২
৮. ঐ ঃ প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ২৪
৯. হাজং, লক্ষীন্দৰ ঃ হাজংসকলৰ জন্ম-মৃত্যু-বিবাহ সম্পৰ্কীয় ৰীতি-নীতি (প্ৰবন্ধ) ঃ পৰিতোষ চক্ৰৱৰ্তী (সম্পা) - প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ২৫৩

১০. দত্ত, বীৰেন্দ্রনাথ (সম্পা) ঃ বিশ্বকোষ (পঞ্চম খণ্ড), অ.সা.স. ২০০৩, পৃঃ ৩৪৩ খ.

১১. হাজং, বীৰেণ ঃ পূৰ্বোক্ত; পৰিতোষ চক্রবর্তী (সম্পা) - প্রাগুক্ত গ্রন্থ, পৃঃ ২৪৩

১২. দত্ত, বীৰেন্দ্ৰ নাথ (সম্পা) ঃ বিশ্বকোষ, পৃঃ ৩৪৩ -খ

১৩. গীত সমূহ বিশ্বকোষ, পঞ্চম খণ্ডৰপৰা লোৱা হৈছে।

## প্রসংগ গ্রন্থ


(১) বি.এন.বৰদলৈ ঃ Tribes of Assam, Part III, Guwahati, 1991

(২) Datton, E.T. : Tribal History of Easter India, New Delhi, 1978

(৩) দত্ত, বীৰেন্দ্ৰ নাথ (সম্পা) ঃ বিশ্বকোষ ঃ পঞ্চমখণ্ড, অ.সা.স. ২০০৩

(৪) চক্ৰবৰ্তী, পৰিতোষ (সম্পা) ঃ পাহাৰৰ ওখ টিং, তুৰা, ২০০৭

(৫) ভট্টাচাৰ্য্য, প্ৰমোদ চন্দ্ৰ (সম্পা) ঃ অসমৰ জনজাতি, গুৱাহাটী, ১৯৯৯


*গুৱালকুছিৰ এছ বি এন এছ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক।*

# চুতীয়া জাতিৰ অতীত আৰু বৰ্তমান ঃ সমাজ আৰু সংস্কৃতি

*— যোগেন শইকীয়া*

চুতীয়াসকল অসমৰ আদিম আধিবাসী সকলৰ ভিতৰত অন্যতম জাতি। এওঁলোক মঙ্গোলীয় জনগোষ্ঠীৰ বড়ো জনজাতিৰ বংশধৰ। চুতীয়া সকলৰ জনশ্ৰুতি (বিশ্বাস) মতে তেওঁলোক বিদৰ্ভ বা কুণ্ডিল (বৰ্ত্তমান শদিয়া অঞ্চলত) ৰাজত্ব কৰা পুৰাণ প্ৰসিদ্ধ ভীস্মক ৰজাৰ বংশধৰ। ঐতিহাসিক ভাবে ১১৮৯ খৃঃ ত বীৰ পাল নামৰ ৰজা এজনে সোনাগিৰিত ৰাজ্য স্থাপন কৰি শাসন কৰিবলৈ লয়। বীৰ পালৰ পাছত একাদশ স্থানত নীতিপাল ৰজা হয়। ১৫২৩ খৃঃ ত ৰজা নীতি পালৰ লগত আহোমৰ এখন যুদ্ধ হয়। যুদ্ধত চুতীয়া সকলৰ পৰাজয়ত স্বাধীন চুতীয়া ৰাজ্য আহোমৰ ভিতৰুৱা হৈ পৰে। ইয়াৰ পাছত চুতীয়া সকলে আহোমৰ পৰা ৰাজ্য উদ্ধাৰ কৰিব নোৱাৰিলে। মোৱামৰীয়া বিদ্ৰোহত আহোমক পৰাজয় কৰি ছমাহ শাসন চলাইছিল যদিও আহোমসকলে মোৱামৰীয়াক দমন কৰি ৰাজ্য শাসন কৰিবলৈ লয়।

'চুতীয়া' শব্দটোৱে সাহিত্যিক অৰ্থত গুণী বা উচ্চ জাতৰ মানুহক বুজায়। চু শব্দৰ অৰ্থ ভাল বা গুণী জেতী শব্দৰ অৰ্থ আকাশৰ তৰা। এই জেতীৰ তী শব্দটোৰ লগত ইস প্ৰত্যয় যুক্ত হৈ চুতীয়া শব্দ হৈছে। বেণুধৰ শৰ্মাই স্বতী নৈৰ পাৰত থকা বাবেই চুতীয়া জাতিৰ নাম চতীয়া বা চুতীয়া হ'ল বুলি মতপোষণ কৰিছে। কলা গুৰু বিষ্ণু প্ৰসাদ ৰাভাই - 'চুটিয়া' বা ছুটীয়া শব্দৰ অৰ্থ এনেকৈ ভাঙিছে - জি বা ডি বা টি মানে পানী বা নৈ, ছু (চু) মানে পৱিত্ৰ, ছু-টি মানে পৱিত্ৰ নৈ, সেই নৈৰ পাৰৰ মানুহ সকলেই ছুটীয়া (চুটিয়া)।

চুতীয়াসকলৰ ভাষা তিববতবৰ্মী পৰিয়ালৰ। ভাষাবিদ সকলে চুতীয়াসকলৰ ভাষাক দেউৰী-চুতীয়া ভাষা বুলি নামকৰণ কৰিছে। গ্ৰিয়াৰ্ছনে কৈছে - 'বড়ো ভাষাবোৰৰ ভিতৰত আটাইতকৈ পূৰ্বদেশীয় ভাষা হৈছে চুতীয়া ভাষা'। মেজৰ হেনে চাহাব কৈছে - 'আহোম সকল অহাৰ আগেয়ে কেৱল চুতীয়া ভাষাই লিখিত ভাষা আছিল'। চুতীয়া সকলৰ অতীতৰ নিজৰ ভাষা এতিয়া তেওঁলোকৰ পুৰোহিত দেউৰীসকলৰ মাজতহে আবদ্ধ আছে। বৰ্ত্তমান দেউৰী সকলৰ বাহিৰে বাকী সকলো চুতীয়াই অসমীয়া ভাষা আৰু বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি অসমীয়া ভাষিক হৈ পৰিছে।

চুতীয়াসকল ঘোৰ শাক্ত আছিল। তেওঁলোকৰ উপাস্য দেৱতা 'কুণ্ডিমামা'। কুণ্ডিমামা স্বৰূপ পুৰুষ প্ৰকৃতিয়েই সকলো সৃষ্টি শক্তিৰ মূল বুলি ভাবিছিল। এই দুই শক্তিকে চুতীয়া সকলৰ নিজৰ ভাষাৰে অভিহিত কৰিছিল কুণ্ডিমামা, বা গিৰা-গিৰাচী নামেৰে। পাছত বুঢ়া - বুঢ়ী আৰু হৰ - পাৰ্বতী বা শিৱ - পাৰ্বতী নামেৰে । পাছৰ কালত বিষ্ণুকো পূজা কৰিবলৈ লৈছিল। তাম্ৰেশ্বৰী মন্দিৰ, বুঢ়া - বুঢ়ীৰ থান, কেঁচাই খাতী গোঁসানীৰ দেৱালয়, বলিয়া বাবাৰ থান, মালিনী থান, হাৰ্হি দেৱালয় আদিত পূজাৰ থান বা দেৱালয় নিৰ্মাণ কৰিছিল। সময়ৰ বিৱৰ্তনত অন্যান্য জনগোষ্ঠীৰ আৰু আৰ্য সংস্কৃতিৰ সংমিশ্ৰনত বহু চুতীয়ালোকে বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি বৈষ্ণৱ পৰম্পৰাত পূজা সেৱা কৰিবলৈ ধৰিলে।

চুতীয়া ৰজাক পৰাজয় কৰি আহোম ৰজাই চুতীয়া সকলক প্ৰধানকৈ দুই শ্ৰেণীত বিভক্ত কৰি ৰজাঘৰীয়া বিষয়ত নিযুক্ত কৰিছিল। প্ৰধান দুই শ্ৰেণী হ'ল চমুৱা আৰু কাড়ী। চমুৱাক এই বিলাক বিষয় দিছিল খণিকৰ, দোলাকাষৰীয়া, দাধৰা, কুকুৰা চোৱা, নাওবৈছা, ভৰলুৱা, জাপি সজীয়া, শেনচোৱা।

কালৰ ধামখুমিয়াত পৰি চুতীয়াসকল নানা কাৰণত কেইবাটাও শ্ৰেণী ভুক্ত হ'ল। ডব্লিউ. বি ব্ৰাউনে ১৮৯৫ চনত প্ৰকাশ কৰা দেউৰী-চুতীয়া ভাষাৰ ব্যাকৰণত চুতীয়াসকলক তিনিটা শ্ৰেণীত বিভক্ত কৰিছিল। ভাগ কেইটা হ'লদেউৰী চুতীয়া, হিন্দু চুতীয়া আৰু আহোম চুতীয়া। পৰৱৰ্তী সময়ত অসমৰ জাতি-জনগোষ্ঠী সমূহৰ লগত চুতীয়াসকলৰ ভাষা-ধৰ্ম, কৃষ্টি-সংস্কৃতি, খাদ্যাভাষ আদিৰ গ্ৰহণ-বৰ্জনৰ ফলত আৰু কিছু শাখাৰ সৃষ্টি হ'ল। এই শাখাবোৰ হ'ল হিন্দু চুতীয়া, দেউৰী চুতীয়া, বৰাহী চুতীয়া, নগা চুতীয়া, মৰাণ চুতীয়া, আহোম চুতীয়া, খাচী চুতীয়া, জয়ন্তীয়া চুতীয়া, মিৰি চুতীয়া, মটক চুতীয়া, চাউদাং চুতীয়া, বেবেজীয়া চুতীয়া, বিহিয়া চুতীয়া। সময়ৰ সোঁতত পৰি বহুতে চুতীয়া শব্দটো বাদ দি গাইগুটীয়া জাতিত পৰিণত হৈছে। হিন্দু চুতীয়াসকল শাক্ত আৰু শৈৱ হোৱাৰ উপৰিও বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰাৰ কাৰণে হিন্দু চুতীয়া বোলা হয়। দেউৰী চুতীয়া, চুতীয়াৰ পুৰোহিত শ্ৰেণী। কালক্ৰমত দেউৰী চুতীয়াই চুতীয়া শব্দ ত্যাগ কৰি নিজকে দেউৰী বুলি পৰিচয় দিবলৈ লৈছে। বিহ উৎপাদন কৰি কাঁড়ৰ আগত বিহ লগোৱা চুতীয়াসকলক আন সকলে বিহীয়া চুতীয়া বুলিছিল। মিচিং সকলৰ লগত যি সকল চুতীয়াৰ বিয়া-বাৰু আদিৰে সংমিশ্ৰিত হৈছিল নাইবা যুদ্ধ-বিগ্ৰহৰ সময়ত মিচিঙৰ মাজত আত্মগোপন কৰি আছিল সেই সকল পাছত মিচিং চুতীয়া (মিৰি চুতীয়া) নামে পৰিচিত হ'ল। এই সকলে নামৰ পাছত চুতীয়া মিৰি বুলি উপাধি লিখিছিল।

যি সকল চুতীয়া হিন্দু ধৰ্মত আনুষ্ঠানিক ভাৱে দীক্ষিত নহয় অথচ বৰ্ত্তমান হিন্দু কোনো জাতিৰ লগত বিয়া বাৰু আদিৰেও মিশ্ৰিত হোৱা নাই, তেওঁলোকে নিজকে হাড় চুতীয়া বুলি বা প্ৰকৃত চুতীয়া বুলি গৌৰৱ কৰিছিল আন সকলেও তেওঁলোকক হাড় চুতীয়া বোলে।

মৰাণ চুতীয়া সকল মৰাণ নামেৰেহে জনাজাত। মোৱামৰীয়া বিদ্ৰোহত মৰাণ চুতীয়াৰ ৰাঘৱ আৰু নাহৰখোৰাৰ নেতৃত্বত সৰহ সংখ্যক চুতীয়া লোকেই যোগ দিছিল। আনকি নাহৰ খোৰাৰ দুই পত্নী ৰাধা-ৰুক্মিণীয়েও যুদ্ধ কৰিছিল। যুদ্ধত আহোমক পৰাস্ত কৰি নাহৰ খোৰাৰ পুত্ৰ ৰমাকান্ত ৰজা হৈছিল। যি সকল চুতীয়াৰ আহোমৰ লগত বিয়া-বাৰু আদিৰ সমন্ধ ঘটিছিল, আহোমসকলৰ দৰেই মদ, গাহৰি, কুকুৰা আদি বৰ্ণ হিন্দুৰ নিষিদ্ধ বস্তুবোৰ ব্যৱহাৰ কৰিছিল; তেওঁলোকক আহোম-চুতীয়া বোলা হৈছিল। বৰ্ত্তমান তেওঁলোকে আহোম বুলিয়ে পৰিচয় দিবলৈ ললে। এনেবোৰ বিভিন্ন কাৰণত চুতীয়াসকল বিভিন্ন শ্ৰেণী ভুক্ত হ'ল আৰু কালক্ৰমত সুকীয়া সুকীয়া জাতি-জনজাতিৰ পৰিচয় দি সমাজত বসবাস কৰিবলৈ ল'লে।

বৰ্ত্তমান চুতীয়াসকলে অসমৰ উত্তৰ-পূব খণ্ডৰ লক্ষীমপুৰ, ডিব্ৰুগড়, তিনিচুকীয়া, শিৱসাগৰ, যোৰহাট, গোলাঘাট, শোণিতপুৰ, দৰং জিলাৰ বিস্তৃত অংশত আৰু কাছাৰ জিলাৰ তাৰাপুৰ অঞ্চলত বসবাস কৰি আছে। কামৰূপ জিলাৰ উত্তৰ গুৱাহাটীৰ ৰংমহল আৰু বৰ্ত্তমান অন্যান্য ঠাইতো দুই এখন গাঁও পাতি বসবাস কৰিছে।

চুতীয়া জাতিৰ নিজা বুৰঞ্জী নাছিল যদিও আন আন বুৰঞ্জীৰ পৰা জাতিটোৰ শাসন কালৰ উপৰিও ধৰ্ম, কৃষ্টি, সভ্যতা আদিৰ বিষয়ে জানিব পৰা যায়। বুৰঞ্জীয়ে ঢুকি নোপোৱা যুগতে চুতীয়া সকল শিক্ষিত, জ্ঞানী আৰু স্থাপত্য-ভাস্কৰ্যত অতি চহকী আছিল। আহোমে চুতীয়াসকলক পৰাজয় কৰি লাভ কৰা সম্পদৰ ভিতৰত সোণ ৰূপৰ নানা অলংকাৰ। সোণৰ বনকৰা কাপোৰ, শৰাই, হাতীদাঁতৰ বনকৰা পাটী, জাপি, সোণৰ ছত্ৰ, আৰোৱান, সোণৰ সিংহাসন, সোণৰ পিকদানী, সোণ-ৰূপৰ মিনাকৰা হিলৈ আদিয়ে চুতীয়াসকলৰ অতীত কালৰ উচ্চমানৰ শিল্প-কলাৰ পৰিচয় দিয়ে । হস্তগত কৰা হিলৈ বিলাকৰ ভিতৰত মিঠা হোলোং নামৰ হিলৈটো আছিল সৰ্বোকৃষ্ট। এই বৰটোপটোৰ ওপৰখন পিতলেৰে চোৱা আছিল আৰু তাৰ ওপৰত মিনা কৰাই সোণ আৰু বাখৰ খাজি দিয়া হৈছিল। পাছৰ কালত চুতীয়াসকলৰ দ্বাৰাই আহোম ৰজাই বৰটোপ নিৰ্মাণ কৰিবলৈ লৈছিল।

কেচাইখাতী গোঁসানীৰ মন্দিৰত ৰূপেৰে বন্ধোৱা ইন্দ্ৰৰ ঐৰাৱতৰ মূৰ্ত্তি, শিলত কাটিছিল। ছটীয়া শিলত ম'ৰা চৰাই, গৰুগুই সাপধৰা, বিষ্ণু মূৰ্ত্তি, শিৱ-পাৰ্বতীৰ মূৰ্ত্তি, গণেশ মূৰ্ত্তি, আদি কাটি সেই সময়ত স্থপতি বিদ্যাৰ পৰিচয় দিছিল।

চুতীয়াসকল সকলো কামতে পাৰ্গত আছিল। চুতীয়া সকলৰ মাজত দৈৱজ্ঞ, সোণাৰী, কমাৰ, চমাৰ, খনিকৰ আদিৰ লোক আছিল। কাড়ীয়ে সাজিছিল চুতীয়া ধেনু, চুতীয়া কাড়। খনিকৰে বৰটোপ, হিলৈ, নাও আদি সাজিছিল। অসমৰ মানুহৰ বাবে আপুৰুগীয়া সম্পদ সোণ আৰু লোন চুতীয়া ৰাজ্যতহে পোৱা গৈছিল। শদিয়া আৰু বৰহাটত লোন, শোৱণশিৰি, দিহিং আদিত সোণ পোৱা গৈছিল। সেয়েহে সোণ ৰূপৰ

আ-অলংকাৰ প্ৰাচীন কালৰ পৰাই চুতীয়া সকলে গঢ়াই আৰু ব্যৱহাৰ কৰি আহিছে। ইয়াৰ ভিতৰত দুগ-দুগি, সোণৰ কেৰু, সোণোৱালী গলপতা, সোণ-ৰূপৰ গাম খাৰু, জোনবিড়ি আদি। সোণৰ হাতী, মেকুৰী আদিও নিৰ্মাণ কৰিছিল।

কুটীৰ শিল্পৰ ভিতৰত বাঁহ-বেতৰ কাম, কাঠৰ কাম, হাতী দাঁতৰ কাম। এৰি মুগা পোহা আৰু নানা তৰহৰ কাপোৰ মেখেলা, ৰিহা, চেলেংচাদৰ, গামোচা, বৰকাপোৰ, খনীয়া-কাপোৰ আদি শিপিনীয়ে বৈ উলিয়াইছিল।

চুতীয়া সকলৰ ধৰ্মানুষ্ঠানৰ ভিতৰত শিৱ পূজা আৰু দেৱী পূজাই প্ৰধান। ইয়াৰ বাবে দেৱ-দেৱীৰ বহুতো থান-দেৱালয় প্ৰতিষ্ঠা হৈছিল। সেই বোৰৰ ভিতৰত কেচাই খাতী গোঁসানীৰ থান, মালিনী থান, হাঁহি দেৱালয় স্থাপন কৰি নিয়মিত পূজা-সেৱা কৰিছিল। শদিয়াৰ কেচাইখাতী গোঁসানীথানত নৰবলি দিয়া হৈছিল। নৰবলিৰ বাহিৰেও হাতী, ঘোঁৰা, ম'হ, ছাগলী, গাহৰি, কুকুৰা, হাঁহ, পাৰ, মাছ, কোমোৰা, কচু, কুঁহিয়াৰ আদিও বলি দিয়া হৈছিল। এই নৰবলি প্ৰথা স্বৰ্গদেউ গৌৰী নাথ সিংহই ওঠৰ শতিকাত (১৭৮০-৯৮) বন্ধ কৰে। চুতীয়া সকলে দেৱ-দেৱীৰ লগতে বিষ্ণুকো পূজা সেৱা কৰিছিল। বৰ্ত্তমান লক্ষীমপুৰ জিলাৰ ঘাৰমৰা সত্ৰত থকা এটা চতুৰ্ভূজ বিষ্ণু মূৰ্ত্তি, পিতলৰ দবা এটা, ঘন্টা এটা আৰু এখন দোলা চুতীয়া ৰজাৰ বুলি সত্ৰই মতপোষণ কৰে। চুতীয়া ৰজাৰ হাতত কুবেৰ প্ৰদত্ত এটা সোণৰ মেকুৰীও আছিল। মেকুৰী চুতীয়াসকলৰ প্ৰতীক আৰু অতি শ্ৰদ্ধাৰ বস্তু বুলি তেওঁলোকে গণ্য কৰে। চুতীয়াসকলৰ ধৰ্ম আৰু আচাৰ নীতিৰ কাৰণে তেওঁলোকক 'তান্ত্ৰিক বৈষ্ণৱ' বুলি কব পাৰি। এই ক্ষেত্ৰত লক্ষীমপুৰ জিলাৰ ঢকুৱাখনাৰ ওচৰত হাঁহি দেৱালয়ত থকা বিগ্ৰহলৈ আঙুলিয়াব পাৰি। দেৱালয়ৰ মণিকুটৰ মাজ অংশত ভগৱতীৰ বিগ্ৰহ। এই বিগ্ৰহত অষ্টধাতুৰে নিৰ্মিত অষ্ট ভূজা দুৰ্গা, দ্বিভূজা ভৱানী, দ্বিভূজা চণ্ডিকা, শিলৰ ভৈৰৱী আৰু মহাভৈৰৱীৰ মূৰ্ত্তি আছে। সোঁফালে বিষ্ণু, লক্ষ্মী, সৰস্বতী, ৰাধাকৃষ্ণৰ যুগল মূৰ্ত্তি, গৰুড়, ডাঙৰ বিষ্ণু মূৰ্ত্তি , বংশী বাদন কৃষ্ণ, উদ্ধৱ, মৈত্ৰেয় আদিৰ মূৰ্ত্তি আছে।

বাওঁফালে পঞ্চানন শিৱ। দশভূজ শিৱ, মগৰবাহন গঙ্গা, বৃষভ বাহন শিৱ, পাৰ্বতী, কাৰ্তিক, গণপতি আৰু এটা গৰুড় মূৰ্ত্তি আছে। ইয়াৰ পৰাই চুতীয়াসকলৰ মাজত বিষ্ণু, শিৱ, শক্তি পূজাৰ সমন্বয় দেখা পোৱা যায়।

চুতীয়াসকলৰ অন্যান্য ধৰ্মীয় অনুষ্ঠানৰ ভিতৰত ব্যক্তিগতভাৱে গৃহত পালন কৰা অনুষ্ঠানসমূহ হ'ল - প্ৰতি বছৰে বহাগ আৰু মাঘ বিহুৰ সময়ত মৃতক পূৰ্বপুৰুষ সকলৰ প্ৰতি কৰা বিহু সকাম, পিতৃ-মাতৃৰ মৃত্যু তিথিত কৰা সকাম বা শ্ৰাদ্ধ, পিতৃ-মাতৃক স্বপ্নত দেখিলে মৃতকৰ জলপান, আই সকাম বা গোপিনী সবাহ, অপেচৰীৰ সকাম, ডাঙৰীয়াৰ সকাম, জল ডাঙৰীয়া সকাম, সেৱা সকাম ইত্যাদি। ৰাজহুৱাভাৱে কৰা বৰসবাহ। এই ধৰ্মীয় অনুষ্ঠানবোৰ বৰ্তমান সময়ত দুই ধৰণেৰে পালন কৰে। হিন্দু

ধৰ্ম গ্ৰহণ কৰা সকলে উৎসৱত মদ, গাহৰি, কুকুৰা আদি ব্যৱহাৰ নকৰে। তেওঁলোকক কেঁচা পন্থীবুলি কোৱা হয়। যি সকলে হিন্দুধৰ্ম গ্ৰহণ নকৰি নিজৰ আদ্যধৰ্ম মতে মদ, গাহৰি, কুকুৰা আদি ব্যৱহাৰ কৰে তেওঁলোকক পকাপন্থী বুলি কোৱা হয়।

জাতীয় উৎসৱ আৰু অনুষ্ঠানৰ ভিতৰত বিহু, দেউকুবেৰ উৎসৱ, সতী-সাধনী উৎসৱ, অতি লেখত লবলগীয়া। চুতীয়া সকলৰ ঘাই উৎসৱ বিহু। ঢোল-পেঁপা, গগণা, বাঁহৰ টকা লৈ বিহু মাৰে। ডেকা গাভৰু মিলি তাম্ৰেশ্বৰী মন্দিৰৰ সন্মুখত ৰাতি বিহু মাৰি দেও উঠোৱা প্ৰথাৰ পৰাই দেউৰী-চুতীয়া, মৰাণ, ঠেঙাল আদি জনগোষ্ঠীৰ মাজত ৰাতি বিহুৰ প্ৰচলন হৈছিল বুলি কব পাৰি। চুতীয়াসকলৰ জাতীয় বীৰাঙ্গনা সতী সাধনী উৎসৱ অতি জাক-জমকীয়াকৈ পালন কৰে। নৃত্যানুষ্ঠানৰ ভিতৰত দেওধনী নৃত্য, দেও উঠা নৃত্য, বিহু নৃত্য, হুঁচৰি নৃত্য আদি চুতীয়াসকলৰ নৃত্যানুষ্ঠান। বৰ্তমান সময়ত জনগোষ্ঠী আৰু আৰ্য সাংস্কৃতিৰ পথাৰখনত সমন্বয়ৰ সংস্কৃতি হৈ পৰিছে এই নৃত্যবোৰ।

বিভিন্ন বাদ্য-যন্ত্ৰৰ ভিতৰত ঢোল, তাল, পেঁপা, বাঁহৰ টকা, গগণা, কৰতাল আদি। লোক সাহিত্যৰ ভিতৰত বনগীত, বিহুগীত, আইনাম, বিয়ানাম, ফুলকোঁৱৰ, মনিকোঁৱৰৰ গীত, আৰু জনাগাভৰু মালিতা, ঢোলৰ মলিতা, নিচুকণী গীত, বিভিন্ন মন্ত্ৰ আদি উল্লেখযোগ্য। লোক সাহিত্যৰ এই অমূল্য সম্পদসমূহ আজিৰ চুতীয়াসকলৰ নিজা সম্পদ হৈ থকা নাই। ই অসমীয়াৰ বাৰে-বৰণীয়া সংস্কৃতি হৈ পৰিল।

বৃহৎ বড়ো জনগোষ্ঠীৰ অন্তৰ্ভূক্ত চুতীয়া, দেউৰী, ঠেঙাল, সোণোৱাল কছাৰী আদি জনগোষ্ঠীৰ কিছুমান লোক উৎসৱ বৰ্তমান সাংস্কৃতিক বিনিময় আৰু সংহতিৰে অৰ্থ প্ৰকাশ কৰি বৃহত্তৰ অসমীয়া সংস্কৃতি ৰূপে আত্মপ্ৰকাশ কৰিছে। অসমীয়া সমাজত খেতিয়কসকলে পালন কৰা গোছ ৰোৱা বা ভুঁই পোতা, লখিমী অনা, লখিমী সামৰা, ন খোৱা, গৰখীয়া সবাহ, নৌকা উটুৱা সবাহ, জল খাই, (জল শাই) থল খাই, অপেশ্বৰী সবাহ, নাঙল ধোৱা পিঠা, ঢেঁকী পোতা, ভেকুলী বিয়া এওঁলোকে একে নিয়মেৰে পালন কৰে।

সমাজ আৰু সংস্কৃতি পৰিবৰ্তনশীল। সমন্বয় আৰু সংমিশ্ৰনৰ মাজেদি সমাজ আৰু সংস্কৃতিয়ে বিকাশ লাভ কৰে। অসমীয়া জাতি মিচিং-দেউৰী, মৰাণ-কছাৰী, ডিমাচা-চুতীয়া, ৰাভা-বড়ো, কাৰ্বি-তিৱা, টাই-আহোম, গোঁসাই-কলিতা, ব্ৰাহ্মণ-কায়স্থ আদি অনেক জাতি-জনগোষ্ঠীৰ সামূহিক অৱদানেৰে গঠিত। ধৰ্মৰ ফালৰ পৰাও হিন্দু-বৌদ্ধ, খ্ৰীষ্টান-ইছলাম আদি [illegible] ঐক্য আৰু সংহতিত অসমীয়া-জাতিৰ বিশাল সংস্কৃতি গঢ় লৈ উঠিছে। ভাষাতাত্বিক দৃষ্টিকোণৰ পৰা চালেও দেখা যায় যে আৰ্য, তিব্বত বৰ্মী, অষ্ট্ৰিক আৰু দ্ৰাবিড় ভাষা পৰিয়ালৰ সমন্বয়ত অসমীয়া ভাষাৰ বৃহৎ শব্দমালা সৃষ্টি হৈছে।

প্ৰাচীনকালৰ পৰাই অসমত বসবাস কৰা চুতীয়া সকলৰ সভ্যতা, কলা-শিল্প, সংস্কৃতি অসমীয়া জাতি-সংস্কৃতিৰ মুখ্য অংগ। চুতীয়াসকলৰ লোক উৎসৱ, কৃষি

প্ৰণালী, যুদ্ধৰ আহিলা, খাদ্যাভাষ, কৃষ্টি-সংস্কৃতি, শিল্প-স্থাপত্যকলাই অসমীয়া জাতি-সংস্কৃতিলৈ সিংহভাগ বৰঙণি আগবঢ়ালে। বৰ্তমান এইসকলো সমাহৰণৰ পৰিণতিতেই বৃহত্তৰ অসমীয়া সংস্কৃতিয়ে গঢ় লৈছে।

## সন্দৰ্ভ গ্ৰন্থ


(১) চুতীয়া জাতিৰ ইতিহাস আৰু লোক-সংস্কৃতি - সূৰ্যকান্ত খনিকৰ।
(২) দেউৰী সংস্কৃতি - ডম্বৰুধৰ দেউৰী ।
(৩) দেউৰী চুতীয়া - ডঃ পৱন চন্দ্ৰ শইকীয়া।
(৪) অসম বুৰঞ্জী - পদ্মনাথ গোঁহাই বৰুৱা।
(৫) অসম বুৰঞ্জী -সূৰ্য্যকুমাৰ ভূএগা।
(৬) অসম দেশৰ বুৰঞ্জী - ডঃ লক্ষী দেৱী।
(৭) সাতসৰী অসম বুৰঞ্জী - সম্পদনা- সূৰ্য্যকুমাৰ ভূএগা।
(৮) আহোমৰ দিন - হিতেশ্বৰ বৰবৰুৱা
(৯) বিষ্ণু ৰাভা ৰচনাৱলী-
(১০) বেণুধৰ শৰ্মা ৰচনাৱলী-
(১১) অসমৰ মানুহ - ডঃ ভূৱন মোহন দাস।
(১২) অসম বুৰঞ্জী - ডঃ ডম্বৰু ধৰ নাথ।
(১৩) কুণ্ডিল (দ্বিতীয় সংখ্যা) সম্পাদনা - ভৱকান্ত চুতীয়া।
(১৪) স্মৃতিগ্ৰন্থ (চুতীয়া সন্মিলনৰ অষ্টাদশ অধিবেশন) সম্পাদক - পৱন চন্দ্ৰ শইকীয়া।
(১৫) স্মৃতিগ্ৰন্থ (মহাৰজত জয়ন্তী) সম্পাদক - হেমচন্দ্ৰ ৰাজখোৱা।
(১৬) অসম বুৰঞ্জী(গেইটৰ অসমীয়া অনুবাদ) - ডঃ চেনেহী বেগম।
(১৭) অসমৰ জনজাতি-সম্পাদনা - ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য।
(১৮) অসমীয়া সংস্কৃতি - ডঃ লীলা গগৈ।
(১৯) A History of Assam - Sir Edward Gait.


*শ্ৰী শইকীয়া নাৰায়ণপুৰৰ মাধৱদেৱ মহাবিদ্যালয়ৰ অধ্যাপক।*

# জনজাতীয় পৰম্পৰাত শিৱ

*— প্ৰদ্যুম্ন প্ৰতীম ৰাজখোৱা*

অতি প্ৰাচীন কালৰে পৰা ভাৰতীয় হিন্দুসকলে শিৱক উপাস্য দেৱতাৰূপে পূজা কৰি আহিছে। দেৱাদিদেৱ শিৱৰ মহিমামণ্ডিত বিবিধ আখ্যানে বৈদিক যুগৰ পৰা যুগে যুগে পণ্ডিতৰ পৰা সকলো শ্ৰেণীৰ লোকক সমানে আকৃষ্ট কৰি আহিছে। বৈদিক সংস্কৃতিৰ পৰিধিৰ বাহিৰৰ জন-মানসতো ভোলানাথ শিৱৰ প্ৰভাৱ অসীম। সুবিশাল ভাৰতীয় জনমানসত শিৱৰ দৰে লোকপ্ৰিয় দ্বিতীয় এজন দেৱতা নাই।

ভাৰতবৰ্ষত শৈৱধৰ্মৰ উৎস অতি পুৰণি। সম্ভৱতঃ সিন্ধু উপত্যকাতে শৈৱধাৰা প্ৰতিষ্ঠিত হৈছিল। কালক্ৰমত এই শৈৱধৰ্ম সমগ্ৰ ভাৰতবৰ্ষত বিয়পি পৰিল। বিভিন্ন সময়ত ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্য আৰু বহিৰ্ভাৰতৰ নানা জাতি-উপজাতি অসমত প্ৰৱেশ কৰিছিল। তেওঁলোকৰ অধিকাংশ লোকেই অসম ভূমিত শৈৱধৰ্মৰ খুটি গজ-গজীয়াকৈ স্থাপন কৰিলে। শিৱ হৈ উঠিল অসমীয়া ৰাইজৰো অতি আপোন দেৱতা। অসমৰ পৰম্পৰাগত মৌখিক সাহিত্য আৰু লোকগীতসমূহত তাহানিকালৰ পৰাই প্ৰকাশ পাই আহিছে উপাস্যদেৱতা শিৱৰ প্ৰতি অপৰিসীম ভক্তি। অসমৰ বিভিন্ন অঞ্চলৰ বিভিন্ন জাতি-উপজাতিয়ে শিৱকেই আৰাধ্য দেৱতাৰূপে যুগ যুগ ধৰি উপাসনা কৰি আহিছে।

অসম বহু খিলঞ্জীয়া লোকৰ বসতিস্থান। বৰলুইতৰ দুয়োপাৰে তাহানি কালৰে পৰা বড়ো, তিৱা, কাৰ্বি, ৰাভা, ডিমাচা, সোনোৱাল কছাৰী আদি জনজাতি লোকসকলে স্বকীয় কৃষ্টি সংস্কৃতি বহন কৰি বসবাস কৰি আহিছে। এই আদিম অধিবাসীসকলে নানান প্ৰণালীৰে অনেক দেৱ-দেৱীৰ পূজা-সেৱা কৰি আহিছে। তেওঁলোকৰ প্ৰায়বোৰেই শিৱক মুখ্য দেৱতাৰূপে জ্ঞান কৰে। প্ৰত্যেক জনগোষ্ঠীয়ে সুকীয়া সুকীয়া ধৰণে শিৱ মহাদেৱ পূজা কৰে, বেলেগ বেলেগ ৰূপত কল্পনা কৰে জঁটাধাৰী ত্ৰিনয়ন শিৱক। জনজাতীয় জনবিশ্বাসত শিৱৰ সমান শক্তিমন্ত, প্ৰভাৱশালী দেৱতা অন্য এজন নাই — তেওঁৰ নিৰ্দেশ আৰু ইচ্ছাতেই পৰিচালিত হয় জগত আৰু জীৱন।

অসমৰ জনজাতীয় গোষ্ঠী বড়ো-কছাৰীসকলে 'বাথৌ'ক প্ৰধান দেৱতা জ্ঞান কৰে। এই বাথৌ দেৱতাই হৈছে শিৱ। বড়ো-কছাৰীসকলে আন যি পূজাই নকৰক, সকলো পূজাতেই বাথৌ দেৱতাৰ সুকীয়া আসন থাকিবই। বাথৌ পূজাৰ যোগেদি

তেওঁলোকে পঞ্চভূত বা নিজৰ অন্তৰ-আত্মাক পূজা কৰে। তেওঁলোকে বাথৌক কৃষি তথা শস্যদাতা বুলি গণ্য কৰাটো লক্ষ্য কৰিবলগীয়া। এই পূজাত বড়ো-কছাৰীৰ জাতীয় কৃষ্টি-সংস্কৃতি নিৰ্ণয় কৰিব পৰা যায়। বড়োসকলে বাথৌৰ ওচৰত বহি এইদৰে গাই প্ৰাৰ্থনা কৰে—

*"যেদেৰ গাবৌ অডোং ওদিআৰ, আবেজ গাবৌ থানচিআ গথৌ ওদিআৰ*
*আইয়া থৈদোং গাবহৈদোং আফা থৈদোং গাবহৈদোং*
*(থেবথৌ) বৌৰায় বথৌ আফাথৌ ফুজিনৌ গাবাথৈ জোং।"*

ইয়াৰ অসমীয়া ভাবাৰ্থ — 'হাতী কান্দে আদাল গছৰ গুৰিত, মানুহে প্ৰাৰ্থনা কৰে বাথৌৰ গুৰিত। মা মৰিছে পেলাইছো (সৎকাৰ), দেউতা মৰিছে পেলাইছো, তথাপি বুঢ়া বাথৌ প্ৰভুক আমি পূজিবলৈ এৰা নাই।'

সাধাৰণতে ফাগুন-চ'ত মাহত বাথৌ পূজা পালন কৰা হয়। বাথৌৰ লগতে আন আন দেৱ দেৱীসকলেও পূজাৰ ভাগ পায়। পৱিত্ৰতা ৰক্ষা কৰি নীতি-নিয়মৰ যোগেদি বাথৌলৈ আগবঢ়োৱা হয় মদকে আদি কৰি নানা উপচাৰ। বাথৌৰ পূজাত গাহৰি, কুকুৰা, পঠা-ছাগলী আদি বলি দিয়া হয়। বাথৌক যদিও এঘৰীয়াকৈ পূজা কৰা হয়, ওচৰ চুবুৰীয়াসকলে গিৰিহঁতক কামে-কাজে সহায় কৰে। বংশৰ লোক, ইষ্ট-কুটুম্বই মদ, চাউল, তামোল-পাণ, কুকুৰা আদি বস্তু দি সহায় আগবঢ়ায়। বাথৌ পূজাত গৃহস্থৰ ঘৰত সৃষ্টি হয় এক উৎসৱমুখৰ পৰিৱেশ। পূজাৰ দিনা গএগ্ৰা ৰাইজে মদে-ভাতে খাই খ্ৰাম, চিফুং আদি বাদ্য বজাই নাচোনত প্ৰাণ ঢালি দিয়ে। বাথৌ পূজা অত্যন্ত ব্যয়বহুল কাৰণে সম্প্ৰতি বাথৌ পূজাৰ প্ৰচলন কমি গৈছে।

অসমৰ তিৱাসকলৰ পৰম্পৰাগত বিশ্বাসমতে তেওঁলোকৰ প্ৰধান উপাস্য দেৱতা হৈছে 'ফা-মহাদেউ'। অৰ্থাৎ মহাদেৱক সকলোৰে পিতৃ বুলি গণ্য কৰে। তিৱাসকলৰ বিভিন্ন উৎসৱ-পাৰ্বণৰ ৰীতি-নীতি, গীত-মাত, নৃত্য-বাদ্য, কৃষি কৰ্মৰ সা-সঁজুলি, জীৱজন্তু এই সকলোবিলাকৰে মূলতে ফা-মহাদেউ বুলিয়েই বিশ্বাস কৰে। তিৱাসকলে কৃষিকাৰ্যৰ আৰম্ভণি উৎসৱ ছংখং মিছাৱাত উপাস্য দেৱতা মহাদেৱ শিৱক এনেদৰে স্তুতি কৰে — "অ' কসাই ফা মহাদেউ, তাও চিং ইন্দানে চেৱা ৰীদং, ফুজা ৰীদং, ত ফছৰ ফিৱানেসে পাগন ফিৱানেসে, ত খইদা-পিছা কাৱানেসে চেৱা ৰীদং, ফুজা ৰীদং। ও খেত ৰীগাই খেত হঙা নাও খামাল ৰীগাই খামাল হঙা নাও দেউ কসাই।" ইয়াৰ অৰ্থ এনেকুৱা — 'হে ফা মহাদেউ, বতৰ, ঋতু অহা বাবে তোমাক সেৱা কৰিছো, পূজা কৰিছো, কঠীয়া বিধান লৈহে সেৱা কৰিছো, পূজা কৰিছো, খেতি-বাতি ভাল হ'ব লাগে হে প্ৰভু।' ছংখং শব্দই হাবি ভাঙি খেতি কৰা অৰ্থ প্ৰকাশ কৰে। ছংখং পূজা নকৰাকৈ কোনো তিৱা লোকে পথাৰত হাল বাব নোৱাৰে। কোনোৱে

এই নিয়ম ভংগ কৰিলে এচৰু লাউপানী আৰু দুটা ৰঙা কুকুৰা জৰিমনা ভৰিব লগা হয় আৰু ইয়াক পূজাৰ দিনা সকামত লগোৱা হয়।

সিন্ধু সভ্যতাৰ লোকসকলৰ উপাস্য দেৱতা শিংযুক্ত পশুপতিৰ লগত সাদৃশ্য থকা ফা-মহাদেউ ওৰফে শিঙাল দেৱতাৰ পূজাৰ প্ৰচলন আছে মৰিগাঁও জিলাৰ মণিপুৰ অঞ্চলৰ তিৱাসকলৰ মাজত। শিঙাল পূজাৰ বাবে কাছ, চৰাই, শাক-পাচলি, ফুল আৰৈ চাউল, তামোল-পাণ, লাউপানী, পাতযুক্ত বাঁহৰ লেকেচি, আখি-পাতযুক্ত বাঁহ, লাউপানী খোৱা বাঁহৰ চুঙা, চৰাই ভৰোৱা ম'হৰ শিঙৰ দৰে খাঙৰ প্ৰয়োজন। এই খাংবোৰ শিঙাল দেৱতাৰ প্ৰতীক। প্ৰত্যেক কুলৰে পৰা একোটাকৈ কুকুৰা শিঙাল পূজাৰ বাবে দিব লাগে।

চ'ত মাহৰ সময়ত পালন কৰা কৃষি উৎসৱ হৈছে শিঙাল পূজা। মূল পূজাৰ আগদিনা গাঁৱৰ পুৰুষ মহিলা নিৰ্বিশেষে সকলোৱে উপবাসে থকা নিয়ম। সেইদিনা গাঁৱৰ প্ৰত্যেকটা কুলৰ পৰা এগৰাকী পুৰুষ আৰু মহিলাই এলাওকৈ মদ লৈ পাহাৰত শাক বিচাৰি যায়। সেই শাকবোৰ লৰ'ৰ ঘৰত জমা কৰে। পূজাৰ আগৰ ৰাতি শাকবোৰ ভাজি পূজাৰ উদ্দেশে বনোৱা পিঠাৰ লগত খাই উপবাস ভংগ কৰে। এই শিঙাল পূজাৰ লগত জড়িত হৈ আছে তিৱাসকলৰ ধৰ্মীয় বিশ্বাস। ফা-মহাদেউক পূজা আগবঢ়াই ডেকা-গাভৰুসকলে কৃষি নৃত্য কৰে। শিঙাল পূজাত যদিও মহিলাৰ উপস্থিতি নিষেধ, ইয়াত মহিলাসকলৰ অৰিহণা গুৰুত্বপূৰ্ণ।

কাৰ্বি জনগোষ্ঠীয়ে নানান দেৱদেৱীক পূজা-অৰ্চনা কৰিলেও তেওঁলোকৰ অধিষ্ঠাতা দেৱতা হৈছে 'হেমফু'। তেওঁ গৃহদেৱতা আৰু ঘৰ জেউতি। তেৱেঁই সকলোকে পালন কৰে। সৰ্বশ্ৰেষ্ঠ দেৱতাৰূপে মান্য কৰি অহা কাৰ্বিসকলৰ 'হেমফু'কেই শিৱৰ প্ৰতিৰূপ বুলিব পৰা যায়।

জোনৰ উৰ্দ্ধমুখী গতি চাই শুক্লপক্ষৰ তিথি এটাত ৰিছ'ৰাছাই গৃহস্থৰ চোতালত হেমফুৰ পূজা কৰে। ৰিছ'ৰাছাই নিজৰ দীঘল চুলিৰ খোপাত তুলসীৰ পাত ঠানিৰে সৈতে গুজি লৈ আগলি কলপাত দুখিলা পাৰি পূজা বেদী সজায়। বেদীৰ ওপৰত বাঁহৰ ত্ৰিশূল এডাল পোতা হয়। ই হৈছে শূলপাণি শিৱৰ প্ৰতীক।হেমফুৰ পূজাত কুকুৰা বুলি দিয়া হয় আৰু বলিৰ কেঁচা তেজ বেদীত ছটিওৱা হয়। গৃহস্থৰ মংগল কামনা প্ৰাৰ্থনাত এইদৰে কয় — "হে প্ৰভু, তুমি মহান। তুমি আমাৰ পিতৃ-মাতৃ সকলো। তুমিয়েই সকলো শক্তিৰ গৰাকী, আমাক শক্তি দিয়া। এই পৃথিৱীৰ, এই আকাশৰ তুমিয়েই সৰ্বশ্ৰেষ্ঠ দেৱতা। হে গৃহদেৱতা হেমফু, আমাৰ মংগল কামনা কৰি কুকুৰা চৰাইটো আগবঢ়াইছো, তুমি এই নৈবেদ্য সাদৰেৰে গ্ৰহণ কৰা।" হেমফুৰ পূজা কাৰ্বিসকলে সমূহীয়াকৈও পালন কৰে বুলি জনা যায়।

ডিমাচাসকলে সকলো শুভকার্য দেৱতা শিব্রাইক স্মৰণ কৰি আৰম্ভ কৰে। তেওঁলোকে নিজকে শৈৱ বুলি বিশ্বাস কৰে। সন্তান জন্মৰ বেলিকা সন্তানৰ ভৱিষ্যৎ গণনা কৰা হয় শিব্রাইক পূজা দি। বিবাহৰ ক্ষেত্রতো শিব্রাইক স্মৰণ কৰিহে প্রতিটো পদক্ষেপতে আগবাঢ়ে। এই শিব্রাই হৈছে শিৱৰেই অন্য এক ৰূপ। ডিমাচাসকলৰ মতে বাংলা ৰজা আৰু দৈৱিক পক্ষী অৰিখিদিথাৰ ছয় সন্তানৰ ভিতৰত শিৱ নামৰজনেই জ্যেষ্ঠ আৰু তেঁৱেই সৰ্বশ্ৰেষ্ঠ দেৱতা।

ৰাভাসকলৰ মাজত শাক্ত পৰম্পৰা অতি প্রবল। তেওঁলোকৰ ধর্মবিশ্বাস প্রধানতে যাদুধর্মীয় উর্বৰা লোকবিশ্বাসৰ ওপৰত আধাৰিত। ৰাভাৰ শিৱৰ ধাৰণাৰ সৈতে কৈলাশপতি হৰ-গৌৰী, শিৱ-পাৰ্বতী, অৰ্ধনাৰীশ্বৰ আদি যুগল মূর্তিৰ উপাসনা আৰু ভূতনাথ, পশুপতি অথবা শিৱলিঙ্গ উপাসনাৰে সালংকৃত হিন্দুৰ শৈৱ পৰম্পৰাটো আৰ্যীকৰণ কৰাহে অৰ্থাৎ পৰৱৰ্তী কালৰ আৰোপিত ধর্মবিশ্বাস। ৰাভাসকলে শিৱক কেতিয়াবা মংগলকর্তা হিচাপে আৰু কেতিয়াবা সংহাৰকৰ্তা দেৱতাৰূপে পূজা আৰাধনা কৰা দেখা যায়।

ৰাভাঁসকলৰ ইষ্টদেৱতা ৰিছিয়েই হৈছে মহাদেৱ শিৱ। শ্ৰমজীৱি ৰাভাসকলৰ মতে মদ প্রস্তুত কৰা বাখৰৰ বীজ হৈছে স্বয়ং ৰিছি প্রদত্ত। ৰিছিৰ পৰা পোৱা বাখৰকে পুৰুষাণুক্রমে ৰাভাসকলে নতুন বাখৰৰ লগত মিহলাই ব্যৱহাৰ কৰি আহিছে বুলি তেওঁলোকৰ দৃঢ়বিশ্বাস। ৰংদানী আৰু মায়তৰী ৰাভাসকলে শিৱক 'বুদা' অৰ্থাৎ গোঁসাই হিচাপে পূজা কৰে। তেওঁৰেই অন্য এক নাম 'দাৰমাংদেও'। গৃহদেৱতা হিচাপে এইজন দেৱতাৰ নামত বৰঘৰৰ লাইখুঁটাত প্রতি বছৰে ন খোৱাৰ দিনা গাহৰি বা কুকুৰা এটা বলি দি তাৰ তেজ সানি দিয়া হয় আৰু মদ বা ভোগ প্রসাদ আগবঢ়োৱা হয়। দাৰমাং দেৱতা হৈছে ৰাভাসকলৰ আদিম দেৱতা। অঞ্চলভেদে দাৰমাংদেওৰ পূজাৰ ৰীতি-নীতিৰ পাৰ্থক্য বিদ্যমান। ৰাভাসৰ্কলৰ মাজত শিৱৰ বিভিন্ন নাম প্ৰচলন হৈছিল। তেওঁলোকৰ শিৱপূজাত পৰম্পৰাগত খাদ্য বা পানীয় অৰ্পণ কৰাটো একপ্রকাৰ বাধ্যতামূলক। ৰাভাসকলৰ লাঙা (মহাদেৱ) পূজাত দেওধনি নচুৱাই জীয়া বলি উটুৱাই দিয়াটো উল্লেখযোগ্য পৰম্পৰা। লাঙা পূজাত বলিৰ কোনো সীমা সংখ্যা নাথাকে।

অসমৰ খিলঞ্জীয়া অধিবাসী সোনোৱাল কছাৰীসকলে শিৱ বাইথ বা খিৰিং ৰজাক প্রধান উপাস্য দেৱতা হিচাপে পূজা কৰে। সোনোৱাল কছাৰীসকলে নিজকে হিৰন্যাক্ষ আৰু হিৰণ্যকশিপুৰ বংশধৰ বুলি বিশ্বাস কৰে। আদিতে তেওঁলোকে বিশ্ব সৃষ্টিৰ মূল স্বয়ং বিষ্ণুয়েই বুলি মানিছিল। কিন্তু বিষ্ণুৰ হাতত হিৰণ্যকশিপু নিহত হোৱা বাবে তেওঁলোকে বিষ্ণুক এৰি শিৱৰ প্রতি আসক্ত হ'ল।

সোনোৱাল কছাৰী সকলৰ বাইথ মন্দিৰত থকা জামুকৰ খুঁটাত মালা দি পূজা কৰে। এই জামুকৰ খুঁটা হৈছে শিৱলিংগৰ প্ৰতীক। খিৰিং দেৱতা তাতে অৱস্থান কৰে বুলি তেওঁলোকে ভাবে। খিৰিং দেৱতাক উদ্দেশ্যি বাইথ মন্দিৰৰ বেদীত সোনোৱাল কছাৰীসকলে ৰঙা কুকুৰা বলি দিয়ে। বাইথ পূজা চ'ত মাহৰ দ্বিতীয় সপ্তাহত তিনিদিনীয়াকৈ পালন কৰা দেখা যায় তিনিচুকীয়াৰ ডাঙৰী অঞ্চলত। প্ৰথমদিনা দেওবাৰ ধৰা হয়। দেওবাৰে ৰাতি দেও নমোৱা হয়, সোমবাৰে বলি বিধান, পূজাপাঠ আদি কৰি, মঙ্গলবাৰে দাংগীত বাইথশালত বাইথক আসনত বহুওৱাৰ পিছত পূজাৰ সামৰণি পৰে। এই পূজাতেই ধেনু কাঁড়েৰে বৰদৈচিলাক আদৰণি জনাই কামনা কৰা হয় যাতে বৰদৈচিলা গোঁসানীয়ে বছৰটো কুশলে নিয়ায়। পূজাৰ শেষত মন্দিৰত হয়দাং গীত গোৱাটো এটি বিশেষ বৈশিষ্ট্য। সোনোৱাল কছাৰীসকলে হয়দাংগীতৰ মাজেৰে শিৱৰ স্তুতি কৰে এনেদৰে — 'হে পৰমেশ্বৰ শিৱ, তোমাকেই আদি, নিৰঞ্জন সত্য সনাতন বুলি মানি আহিছো। আমাৰ পূজাৰ সকলো দেৱ-দেৱীৰ ভিতৰত তুমিয়েই শ্ৰেষ্ঠ। আমাৰ দায়-দোষ তুমি ক্ষমা কৰিবা।'

জনজাতীয় লোকসকলৰ মাজত বৃক্ষৰ গুৰিতো পূজা দিয়াৰ প্ৰথা প্ৰচলন আছে। প্ৰকাণ্ড গছৰ গুৰিত বুঢ়াগোঁসাইক উদ্দেশ্যি, গাঁৱৰ পৰা অসুখ, অশান্তি, অমংগল আদি দূৰ হোৱাৰ কামনাৰে মহিলাসকলে ফুল, প্ৰসাদ আদিৰে পূজা অৰ্চনা কৰে। এই বুঢ়াগোঁসাই দেৱাদিদেৱ মহাদেৱ বুলি ভাবিবৰ যথেষ্ট থল আছে। কাৰণ শিৱ হৈছে পৰম মংগলময় দেৱতা। তেৱেঁই সকলো বিপদ-বিঘিনি দূৰ কৰে বুলি জনজাতীয় লোকসকলে মনে প্ৰাণে বিশ্বাস কৰে।

অসমৰ জনজাতি অধ্যুষিত অঞ্চলসমূহত বহুতো শিৱথান আছে। এনে থানবোৰত নিয়মীয়াকৈ শিৱ পূজা কৰা হয়। নৈবেদ্য হিচাপে কুকুৰা, মদ আদি আগবঢ়োৱা হয়। মন কৰিবলগীয়া বিষয় হৈছে — জনজাতীয় ধৰ্ম পৰম্পৰাত পোনপটীয়াকৈ শিৱৰ মূৰ্তিপূজা অথবা লিংগ পূজা অনুষ্ঠিত কৰা দেখিবলৈ পোৱা নাযায়। জনজাতীয় পৰম্পৰাত শিৱপূজা সম্পূৰ্ণ প্ৰতীকাত্মক। একেজন দেৱতাকে প্ৰতিটো জনজাতীয় গোষ্ঠীৰ লোকে পৃথক পৃথক ৰূপত কল্পনা কৰি লৈ উপাসনা কৰে। ই বিচাৰ্যৰ বিষয় হ'লেও তেওঁলোকৰ আৰাধ্য দেৱতা যে একেজনেই তাত কোনো সন্দেহ নাই। ভাৰতীয় হিন্দু পৰম্পৰাত শিৱ যিদৰে বহু নামৰ অধিকাৰী, তেনেকৈ অসমৰ জনজাতীয় সমাজত শিৱ বন্দিত, প্ৰখ্যাত হৈ আহিছে ফা মহাদেউ, শিব্ৰাই, বাথৌ, হেমফু, ৰিছি আদি নানা ৰূপত, অলেখ নামত।

ভাৰতীয় মহাকাব্য বা পৌৰাণিক আখ্যানসমূহত শিৱক 'ভঙুৱা মহাদেৱ' বুলিও বৰ্ণনা কৰা হৈছে। গাঞ্জা আসক্ত আছিল ভোলানাথ। অসমৰ শিৱথান বা মন্দিৰসমূহত

ভাঙৰ প্ৰচলন মন কৰিবলগীয়া। ভাঙৰ লাৰু প্ৰসাদ হিচাপে দিয়াটোও শিৱ মন্দিৰসমূহৰ বৈশিষ্ট্য। এইখিনিতে অসমৰ জনজাতিসকলে প্ৰসাদ হিচাপে ভাঙৰ সলনি পৰম্পৰাগত লাউপানী বা মদৰ ব্যৱহাৰ কৰি স্বকীয় বিশেষত্ব দেখুৱাবলৈ সক্ষম হৈছে। ভাঙৰ দৰে লাউপানীও ৰাগিয়াল দ্ৰব্য। ৰাগিয়াল দ্ৰব্য সেৱন সামাজিকভাৱে নিষিদ্ধ হ'লেও জনজাতি সমাজত লাউপানীৰ মুক্ত প্ৰচলন আছে আৰু ই সহজলভ্য। সেয়ে শিৱ পূজাত লাউপানীকে উপচাৰ আগবঢ়াই দেৱতা সন্তুষ্ট কৰাৰ প্ৰয়াস কৰা হয়।

শৈৱধৰ্মই জনজাতিসকলৰ মুখ্য ধৰ্ম বুলি চিহ্নিত হ'লেও সম্প্ৰতি এই ক্ষেত্ৰত কিছু পৰিবৰ্তন পৰিলক্ষিত হৈছে। মিচিং সকলৰ আদিম ধৰ্ম বিশ্বাসত শিৱ অথবা শিৱকেন্দ্ৰিক আদিম ধাৰণা অনুপস্থিত। কিন্তু বৰ্তমান মিচিং সকলৰ ধৰ্ম শাক্ত, শৈৱ আৰু বৈষ্ণৱ উপাদানৰ অদ্ভুত সংমিশ্ৰণ বুলি ক'ব পাৰি। বৰ্তমানে অসমৰ বহুতো জনজাতীয় লোকে পূৰ্বৰ পৰা কৰি অহা পূজা-সেৱা বাদ দি বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছে। আনফালে কিছু লোক খ্ৰীষ্টান ধৰ্মতো দীক্ষিত হৈ ধৰ্মান্তৰিত হৈছে। এনেবোৰ কাৰণতে বৰ্তমান জনজাতীয় সমাজত শিৱ পূজাই নহয় অন্যান্য দেৱ-দেৱীৰ পূজা সেৱাও ক্ৰমান্বয়ে হ্ৰাস পাই আহিবলৈ ধৰিছে। কিন্তু ঐতিহ্য সচেতন, পৰম্পৰাত বিশ্বাসী জনজাতিসকলৰ দৃঢ় ধাৰণা — শিৱই পৰম শক্তি, পৰম মগংলময়। শিৱ অনাদি অনন্ত। তেওঁ বিৰাজমান — ভূলোক, দ্যুলোক, অৰণ্য, পৰ্বত, জীৱনভূমি, শ্মাশানভূমি সৰ্বত্ৰ।

❖❖❖❖

*শ্ৰী ৰাজখোৱা গুৱাহাটী মহাবিদ্যালয়ৰ অসমীয়া বিভাগ জ্যেষ্ঠ প্ৰবক্তা*

# জামুগুৰি-হাটৰ নেপালী লোক-সমাজ আৰু সংস্কৃতি

*— ননী নাৰায়ণ বৰা*

উত্তৰে সুউচ্চ হিমালয়, দক্ষিণে বুঢ়ালুইত পশ্চিমে কালিকা পুৰাণ প্ৰসিদ্ধ পবিত্ৰ জলধাৰা ভট্টৰিকা, ভল্লী বা ভৰলী নৈ আৰু পূবে দিকৰাই নৈলৈকে বিস্তৃত এই সুবৃহৎ অঞ্চলটি ৯২°২০′′—৯৩° পুব দ্ৰাঘিমাংশ আৰু ২৪°১৪′′—২৭° উত্তৰ অক্ষাংশৰ মাজত অৱস্থিত। প্ৰাচীন কালত 'নন্দিকেশ্বৰ' নামে খ্যাত এই অঞ্চলটি আহোম-যুগ তথা বৃটিছ যুগৰ প্ৰাৰম্ভতে 'ঘিলাধাৰীয়া' নামে জনাজাত আছিল। জামুগুৰি হাট নামটি তুলনামূলকভাৱে অৰ্বাচীন। আজিৰপৰা দুই শতিকামানৰ আগৰ পৰাহে এই নামটি প্ৰচলিত হৈছিল বুলি অনুমান কৰা গৈছে।

শোণিতৰাজ 'বাণ', শৈৱবংশীয় ৰজা ময়ূৰধ্বজৰ পুত্ৰ 'আৰিমত্ত' চুতীয়া ৰাজ ৰত্নধ্বজ, ভূঞাৰাজ 'মনোহৰ', 'হুকাই', আহোমৰ দিনৰ বৰহোঁহাই পৰীয়া মাদুৰীয়াল ফৈদৰ 'লেচাইদাং সলাল গোঁহাই' আদিৰ স্মৃতি বিজড়িত জামুগুৰিহাট অঞ্চললৈ নেপালী সম্প্ৰদায়ৰ লোক আগমন ঘটে 'ইয়াণ্ডাবু সন্ধি'ৰ সমসাময়িকভাৱে। সামগ্ৰিকভাৱে অসমলৈ নেপালী সম্প্ৰদায়ৰ আগমনক ৪ টা ভাগত ভগাব পাৰি—

ক. নেপালৰ ৰাণা শাসন-কালত হোৱা শোষণ-অত্যাচাৰ সহিব নোৱাৰি পলাই অহা নেপালীসকল।

খ. ১৮১৬ চনৰ 'চুগোলী' সন্ধি অনুসৰি নেপালৰ গঢ়ৱাল, কুমায়ুন, চিমলা; দাৰ্জিলিং আদি ঠাই বৃটিছ কোম্পানীৰ অন্তৰ্ভুক্ত হৈছিল। ইয়াৰ ফলত বহু নেপালী যুৱকক সৈন্যবাহিনীত নিয়োগ কৰি ভাৰতৰ বিভিন্ন প্ৰান্তলৈ পঠিওৱা হৈছিল। অৱসৰৰ পাছত সৈন্যসকলক ইংৰাজ চৰকাৰে সেনা ছাউনীবোৰৰ আশে-পাশেই সংস্থাপিত কৰিছিল। গৌৰীনাথ সিংহৰ দিনত হোৱা ২য় মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ আৰু 'মান' সৈন্যক প্ৰতিহত কৰাৰ উদ্দেশ্যে অহা বৃটিছ সেনা বাহিনীত প্ৰচুৰ নেপালী সৈন্য আছিল।

গ. তীৰ্থদৰ্শনৰ উদ্দেশ্যে আহি অসমৰ মোহত বৈ যোৱা নেপালীসকল। (বিশেষকৈ পৰশুৰাম কুণ্ড আৰু গৰম পানীত মকৰ সংক্রান্তিৰ দোকমোকালিতে আৰু অশোকাষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰত পুতস্নান আৰু কামাখ্যা দৰ্শন নেপালী লোক জীৱনৰ একান্ত কাম্য)। তেল আৰু কয়লা খনিৰ বনুৱা হিচাপে ইংৰাজে অসমলৈ নেপালী শ্ৰমিক আনিছিল আৰু তেওঁলোকক সংস্থাপিত কৰিছিল।

মুক্তিযোদ্ধা স্বৰ্গীয় তিমচিনাৰ পূৰ্বপুৰুষসকলে আনুমানিক ১৮২৫ চন মানতে জীয়া ভৰলীৰ পাৰৰ ভৈৰৱ চাপৰি বৰ্তমানৰ আঁমদাড়া, এৰাবাৰী গাঁৱত বসতি স্থাপন কৰিছিল। সম্প্ৰতি জামুগুৰি হাটৰ 'সমাৰদলনি' গাঁৱত এজন নেপালী ব্যক্তিৰ হাতত ১৮৩০ চনৰ ইংৰাজী আমোলৰ এখন পট্টা পোৱা গৈছে। পাণপুৰৰ 'মতি শৰ্ম্মা' নামৰ এগৰাকী ব্যক্তিৰ ১৮৮০ চনৰ পট্টা উদ্ধাৰ কৰা হৈছে। এইবোৰ পৰা সূচিত হয় যে ইয়াণ্ডাবু সন্ধিৰ সমসাময়িক ভাবেই জামুগুৰি হাটলৈ নেপালী লোকসকলৰ আগমন ঘটে। বালিজুৰি, ৰঙাচকুৱা, আদি ঠাইলৈ প্ৰথমে আগমন ঘটে কৰতীয়াল 'লিম্বু'সকলৰ। কিন্তু গাখীৰৰ ব্যৱসায়হে নেপালী সমাজৰ একচেটিয়া ব্যৱসায় ৰূপে বৰ্তমানলৈকেও বৰ্তি আছে। কুঁহিয়াৰ খেতিৰ লগতে ধানখেতিৰ ওপৰত বৰ্তমানৰ নেপালী সমাজ অধিক নিৰ্ভৰশীল। লাহে লাহে জামুগুৰি অঞ্চললৈ নেপালীসকল আহি থাকিল। পৰিৱেশেও সুজিলে। এখন দুখনকৈ গাঁও বাঢ়িল। সম্প্ৰতি পাণপুৰ, হকমা, পুৰণি ভেটি, এৰাবাৰী, বৰপুখুৰীপাৰ, ম'হমৰা, চুটিয়াম, বটিয়ামাৰী, তৰাজান, খলিহামাৰী, গটাইমৰা, গমিৰিপাল, ৰঙাচকুৱা, টুপীয়া, ম'ৰিসুতি, ন'বিল, বাতমাৰি, গেদেৰিজান, অগ্রিপাম, গড়বিল, বৰদিকৰাইকে ধৰি আঠাইশ (২৮) খন গাঁৱত নেপালী সম্প্ৰদায়ৰ লোকে বাস কৰে।

নেপালী লোক জীৱনত চাৰিজাতি ছয়ত্ৰিশ বৰ্ণৰ কথা প্ৰচলিত আছে যদিও কোনোৱে ইয়াক তেত্ৰিশ বৰ্ণ বুলিহে ক'ব বিচাৰে। নেপালৰ ৰাণা শাসন কালত নেপালৰ পূব প্ৰান্ত দশানি (দহঅনা) আৰু ছ আনি (ছয়আনা) ৰাজহ এলেকাত বিভক্ত আছিল। এই খণ্ডৰ অধিবাসীসকল আছিল 'ৰাই', 'লিম্বু', 'মগৰ', গুৰু। ইয়াৰ ভিতৰত কোনোৱা এজনক ৰাণাই 'চুব্বা' (মুখিয়াল) পাতিছিল চুব্বা সৰু-সুবা ৰাণাই আছিল। ইয়াৰোপৰি 'কামী', 'দমাই', 'ভোটে', লাপেচ', 'নেৱাৰ', 'দনুৱাৰ', 'কোচে', 'মেচে', 'চাৰ্কী', পোড়ে, 'ভূজেল' আদিবোৰ আছিল হয় তিব্বত-বৰ্মী নহয় মঙ্গোলয়দ গোষ্ঠীৰ। আনহাতে 'উপাধ্যায়' 'শৰ্মা', 'ক্ষেত্ৰী', 'কুমাই', 'জেচী'সকল আছিল উচ্চ বৰ্ণৰ লোক। এইবোৰৰ ভিতৰত 'ভূজেল'ক দাস-দাসী হিচাপে ব্যৱহাৰ কৰা নিয়ম কুৰি শতিকাৰ আৰম্ভণিলৈকে নেপালত চলিছিল। অৱশ্যে প্ৰব্ৰজিত সম্প্ৰদায়ৰ মাজত এই নিয়ম আৰম্ভণিৰ পৰাই নথকাৰ কথা জানিব পৰা যায়।

## মৌখিক সাহিত্য ঃ

মৌখিক সাহিত্যত অতি চহকী নেপালীসকলৰ এই অলিখিত সাহিত্য সম্পদসমূহক আমি কেইটামান ভাগত ভাগ কৰিব পাৰো—

**লোকগীত ঃ**

ক. সংস্কাৰ সম্বন্ধীয় গীত

খ. চাড় পৰ্ব অথবা ব্ৰতোৎসৱ সম্বন্ধীয় গীত

গ. শ্ৰম সম্বন্ধীয় গীত

ঘ. ঋতু সম্বন্ধীয় গীত

ঙ. অন্যান্য বিষয়ৰ গীত

নেপালী এই লোকগীত সমূহৰ প্ৰত্যেকৰে কেতবোৰ উপভাগ আছে। সংস্কাৰ সম্বন্ধীয় গীতক 'মাঙ্গল', 'সিলোক', 'কবিত্ত', 'খাড়ো', ৰতৌলী; চাড়পৰ্ব সম্বন্ধীয় গীতসমহক 'তীজ'কো, 'সঙ্গিনী', 'দেউসী', 'ভৈলী', 'কীৰ্ত্তন', 'ভজন', 'ডমফু', 'মালশ্ৰী' আদি ভাগত ভগোৱা হয়। ঠিক তেনেকৈ শ্ৰমগীতৰ অন্তৰ্গত গীতসমূহ হ'ল— 'আচাৰে বা ৰচিমা', 'মংসিৰে', 'দাঁইগীত', 'ধানগীত' বা 'পালম'। ঋতু সম্বন্ধীয় গীতৰ ভিতৰত 'বাৰহমাচে' গীত উল্লেখযোগ্য। এই গীতসমূহৰ উপৰিও নেপালী লোক-সমাজক গভীৰভাৱে প্ৰভাৱিত কৰা 'ঝাউৰে' নামৰ এক শ্ৰেণীৰ গীত পোৱা যায়।

## লোক কাহিনী ঃ

লোক কাহিনীক নেপালীসকলে 'দান্তে কথা' বুলি কয়। এই দান্তে কথাৰ ভিতৰত আছে সোণৰ চুলি থকা 'সুনকেশৰী ৰাণী'ৰ কথা, 'আবোলা মইয়া'ৰ (নিমাতী কন্যা) কথা, তোতা-মইনাৰ কথা, আকবৰ-বীৰবল কথা, গুলবকাৱলী কথা... আদিয়েই প্ৰধান। তদুপৰি 'গাঁওখানে কথা' নামৰ পদ্ধতিগত ভাৱে উত্তৰ বিচৰা এক শ্ৰেণীৰ সাঁথৰৰ প্ৰচলন আছে।

## ফকৰা-যোজনা ঃ

ফকৰা যোজনাক নেপালীত 'উখান তুক্কা' বোলে। এই 'উখান-তুক্কা'সমূহত অসমীয়া ফকৰা-যোজনাৰ এটি নিকট সম্বন্ধ লক্ষ্য কৰা যায়। অসমীয়া ফকৰা-যোজনাৰ দ্বাৰা 'উখান তুক্কা'সমূহ প্ৰভাৱিত হৈছিল বুলি ভবাৰ থল আছে। তলত কেইটামান 'উখান তুক্কা'ৰ উদাহৰণে আমাক এই বিষয়ে স্পষ্ট ধাৰণা দিব—

| ফকৰা-যোজনা | উখান-তুক্কা |
|---|---|
| ১। আইৰো বাৰ্তা গংগাৰো যাত্ৰা। | १। पशुपति को यात्रा, सिन्नाको व्यापार। अथवा एक पन्थ दुई काम। |
| ২। আকাশত চাং পতা। | २। मनका लड्डु घिउसित खानु। |
| ৩। উদক ভেটা ৰখীয়া পতা। | ३। दुधको साक्षी बिराली। |
| ৪। আহক বাৰিষা কাটক পাত, বৈ যা ভিনীহি খাই যা ভাত। | ४। आसै आस केशविनाश। |
| ৫। কণাৰ নাম পদ্মলোচন। | ५। आँखोको अन्धो नाम नयनसुख। |
| ৬। কেৰ্কেটুৱাই তামোল খায় নেউলক বান্ধি কিলায়। | ६। धान खाने मुर्गी, चोट पाओने ब्यामुतो। |
| ৭। জোৰ যাৰ মুলুক তাৰ। | ७। जसको तलवार उसको दरवार। |
| ৮। গৰুৰ আগত টোকাৰী বায়, শিং জোকাৰি ঘাঁহ খায়। | ८। भालुलाई पुरान सुनाउनु। |
| ৯। গছত কঁঠাল ওঁঠত তেল নৌ খাওঁতেই ছেলবেল। | ९। छोरो पाउनु कैले कैले, कोक्रो बुन्नु पेले। |
| ১০। ইকূলো নহ'লোঁ সিকূলো নহ'লোঁ। | १०। यता न उता जाइफलका झुता। अथवा भीरको चिन्डी उँघो न उँभी। |
| ১১। গেৰেলা হালত বোৱা (বুঢ়ী আই এ, নাহিলি সুখৰ কালত, সাতজনী নিগনি খীৰাই খাইছিলোঁ গেৰেলা বাইছিলোঁ হালত) | ११। उहिले बाबुका पालामा पैसा गन्थे डालमा। अहिले हाम्रा पालमा पैसा मन्छौं थालमा। |

## মন্ত্ৰ সাহিত্য ঃ

বেমাৰ-আজাৰ উপশমৰ বাবে 'ধামী', 'ঝাঁক্ৰী', ওজা, বিজুৱা, ধন্বন্তৰী আদি নানা প্ৰকাৰৰ বেজে তন্ত্ৰ-মন্ত্ৰৰে জাৰে লগতে ঔষধো দিয়ে। বেমাৰী চিকিৎসা কৰিবলৈ 'ধামী'য়ে কাঠৰ নাল থকা ঘূৰণীয়া দুয়োফালে ছালেৰে মেৰিওৱা বাদ্য 'ঢ্যাৰো'ত বেতেৰে তৈয়াৰী ইংৰাজী 'S' আখৰাকৃতিৰ মাৰিৰে কোবাই 'মন্ত্ৰ' মাতে। ৰোগীৰ লক্ষণ কয়। ইয়াক 'জোখানা' চোৱা বুলি কয়। আনহাতে যোগী সম্প্ৰদায়ে ম'হৰ শিঙৰ দৰে এবিধ বাদ্য বজাই মন্ত্ৰমাতি গাঁও পৰিভ্ৰমণ কৰে।

## লোক উৎসৱ ঃ

নেপালী জনজীৱনৰ সাংস্কৃতিক পৰিক্ৰমা দুটা ভাগত বিভক্ত। এটা লৌকিক বা সামাজিক আৰু আনটো ধাৰ্মিক বা আধ্যাত্মিক। বিহুক কেন্দ্ৰ কৰি অসমীয়া লোকসংস্কৃতি প্ৰবাহিত হোৱাৰ দৰে 'দছৈঁ' (দুৰ্গাপূজা) আৰউ 'তিহাৰ' (কালীপূজা)-ক কেন্দ্ৰ কৰি নেপালী সংস্কৃতি প্ৰভাৱিত হৈছে। নেপালী সমাজে 'দছৈঁ' আৰু 'তিহাৰ'-কে জাতীয় উৎসৱ হিচাপে গ্ৰহণ কৰিছে আৰু এই উৎসৱ দুটাৰ মাজতে জাতীয় জীৱনৰ সাংস্কৃতিক আৰু বৌদ্ধিক প্ৰকাৰ্য প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে।

মহালয়াৰ অন্তিম তিথি অমাৱস্যাৰ দিনটোক নেপালীসকলে 'জমৰে ওঁচী' বুলি কয়। সেইদিনা গোমধান, যৱধান আদি শস্যৰ বীজ ঘৰৰ উপাসনা থলীৰ কাৰ্যত সিঁচি থয়। সেই গজি উঠা শস্যক 'জমৰা' বুলি কয়। অমাৱস্যাৰ পাছৰ প্ৰতিপদ তিথিৰ পৰা নৱমী তিথিলৈ সেইকেইদিন 'নৱৰাত্ৰি' বা 'নৌৰথা' বুলি কোৱা হয়। বিজয়া দশমীৰ দিনৰ পৰাহে প্ৰকৃততে 'দছৈ' আৰম্ভ হয়। 'দছৈ' শব্দটো দশমীৰ পৰা অপভ্ৰংশ হৈ 'দশৈঁ'/'দছৈঁ' হৈ নেপালীলৈ আহে। দশমীৰ দিনা দুৰ্গা পূজা সমাপ্তৰ অন্তত 'তিলক' গ্ৰহণ কৰি দৈ, চাউল আৰু সেন্দূৰ সানি 'টীকা' (অক্ষতা) তৈয়াৰ কৰা হয়। এই 'টীকা' কপালত আৰু 'জমৰা' মূৰত ধাৰণ কৰা হয়। জেষ্ঠজনে কনিষ্ঠজনক টীকা লগাই আশীৰ্বাদ দিয়ে। পৰিয়ালৰ মানুহে টীকা গ্ৰহণ কৰাৰ আগতে নেপালত সৰ্বমান্য ৰজালৈ (ভাৰতত ৰাষ্ট্ৰপতিলৈ) আগবঢ়োৱাৰ নিয়ম। গোবৰ আৰু দুবৰি বনৰ সৈতে অক্ষতা ঘৰৰ প্ৰবেশদ্বাৰত লগাই ৰজাক বা ৰাষ্ট্ৰপতিক সম্মান জনোৱা হয়। ইয়াৰ পাছত 'টীকা' গ্ৰহণ পৰ্ব আৰম্ভ হয়। প্ৰথমে ঘৰৰ গৃহস্থই গৃহিনীৰ তাৰ পিছত পিতৃ-মাতৃয়ে পুত্ৰ-কন্যাক 'টীকা' লগাই আশীৰ্বাদ দিয়ে এইদৰে—

*"আয়ুদ্ৰোণসুতে শ্ৰীয়ংশ্চ দয়ৰথে শত্ৰু ক্ষয়ৰাঘৱেন।*
*ঐশ্বৰ্যং নহুষে গতিশ্চ পৱনে মানঞ্চ দুৰ্যোধনে।।*
*দানং সূৰ্য্যসুতে বলনংশ্চ হলধৰে সত্যংশ্চ কুন্তীসুতে।*
*সজ্ঞানে বিদূৰে ভৱতি ভঞ্জমে কীৰ্তিশ্চ নাৰায়ণে।"*

[দ্ৰোণ পুত্ৰ অশ্বত্থামাৰ দৰে আয়ুস হওঁক, দশৰথৰ দৰে গৌৰৱ হওঁক, শ্ৰীৰামৰ দৰে শত্ৰু জয়হওঁক, নহুষৰ দৰে ঐশ্চৰ্য, পবনৰ দৰে গতি, দুৰ্যোধনৰ দৰে মান হওঁক; কৰ্ণৰ দৰে দানী, বলোৰামৰ দৰে বলী, যুধিষ্ঠিৰৰ দৰে সত্যবাদী হওঁক; বিদুৰৰ দৰে জ্ঞানী আৰু শ্ৰীকৃষ্ণৰ দৰে কীৰ্তিবান হওঁক।]

নিজ নিজ গৃহৰ টীকা পৰ্ব সমাপ্ত কৰি গুৰু গৃহ, শহুৰ গৃহ, মাতুল গৃহলৈ অথবা মান্যজনৰ ঘৰলৈ আশীৰ্বাদ বিচাৰি যোৱা হয়। এই টীকা গ্ৰহণ পৰ্ব পূৰ্ণিমালৈকে চলে। এই পূৰ্ণিমাক 'কোজাগৰী পূৰ্ণিমা' বুলি কোৱা হয়। পূৰ্ণিমাৰ নিশা নেপালীসকলে তেওঁলোকৰ কৃষ্টি-সংস্কৃতি প্ৰদৰ্শন কৰে। 'কড়ি' খেলো খেলা হয়। 'কড়ি' খেলক

সংস্কৃতি হিচাপে ধৰা নাযায় যদিও 'যম' ৰজাৰ হাড়েৰে তৈয়াৰী 'কড়ি' খেল খেলি যমদণ্ডৰ পৰা হাত সাৰি থাকিব পাৰি বুলি এটা লোক বিশ্বাস প্ৰচলিত আছে।

কালী পূজাৰ অমাৱস্যাক নেপালীসকলে 'গাইতিহাৰে ঔঁচী' বুলি কয়। সেইদিনাখন গাইক গা-পা ধুৱাই পূজা সেৱা কৰা হয়। পাছদিনা গোহালিত গোবৰৰ কুণ্ড সাজি 'গোবৰ্দ্ধন পূজা' কৰা হয়। ৰাতিলৈ ধনৰ অধিষ্ঠাত্ৰী দেৱী শ্ৰীশ্ৰী লক্ষ্মীদেৱীৰ পূজা কৰা হয়। সেই ৰাতি পুৰুষ-মহিলা উভয়ে 'দেউছী-ভইলী' গায়। ৰাতি চাকিৰ পোহৰেৰে আকাশ-পৃথিৱী একাকাৰ কৰি পেলায়। এই দিনটোক ভাৰতীয় সমাজে দ্বীপান্বিতা বা দেৱালী বোলে। অৱশ্যে 'দেউছী' আৰু 'ভইলী' নেপালীসকলৰ সুকীয়া সংযোজন। দ্বীপান্বিতাৰ দিনা গোৱা 'দেউছী'ৰ এটি সুন্দৰ, মধুৰ, পৌৰাণিক কাহিনী আছে। কাহিনী অনুসৰি লংকাধিপতি ৰাৱণে সীতাক হৰণ কৰি নিয়াৰ পাছত সীতাক বিচাৰি শ্ৰীৰামচন্দ্ৰ সাগৰতীৰ (শ্ৰীৰামেশ্বৰম) পায়। সাগৰৰ পাৰত শ্ৰীৰামচন্দ্ৰই শ্ৰীদুৰ্গাক আৰাধনা কৰি, দশমীৰ তিলক আৰু প্ৰসাদ গ্ৰহণ কৰি লঙ্কালৈ যাত্ৰা কৰে। বিজয়া দশমীৰ দিনা শুভ যাত্ৰা কৰি লঙ্কা জয় কৰি সীতাক উদ্ধাৰ কৰি লৈ আহে। অমাৱস্যাৰ দিনা অযোধ্যালৈ উভতি অহাৰ উপলক্ষে অযোধ্যাবাসীয়ে আনন্দত পোহৰৰ উৎসৱ দ্বীপান্বিতা পালন কৰে। এই পৌৰাণিক কাহিনীটোৰ পৰা নেপালী জনজীৱনত 'দেওশ্ৰী' বা 'দেউছী'ৰ প্ৰচলন ঘটে। দেউছী মানে দেৱশ্ৰীৰাম। দেউছী এখন গাঁৱতে এজনে ৰামায়ণৰ কাহিনী কয় আৰু বাকীসকলে সুৰ মিলাই 'দেউছীবিৰাম' (দেৱশ্ৰীৰাম) বুলি গায়। অৰ্থাৎ ৰামৰকীৰ্ত্তি কাহিনী মহা-আনন্দৰে গাঁৱে-ভূঞে, দূৰ-দূৰণিত প্ৰচাৰ কৰা হয়।

কালি পূজাৰ অমাৱস্যাৰ আগৰ ত্ৰয়োদশী তিথিৰ পৰা অমাৱস্যাৰ পাছৰ ভ্ৰাতৃ দ্বিতীয়ালৈ এই পাঁচটা দিনক পঞ্চ যমক বোলে। সেইকেইটা দিন নানা প্ৰকাৰে 'যম যাতনা' নিষ্কৃতিৰ বাবে পূজা কৰা হয়। ত্ৰয়োদশী তিথিত যম ৰজাৰ দূত তথা খেতিয়কৰ বন্ধু 'কাউৰীক' আৰু চতুৰ্দশীত কুকুৰক পূজা কৰা হয়। প্ৰতিপদ তিথিত গৰুক পূজা কৰা হয়। এই দিনটোক 'হলী-তিহাৰ' বোলে। সেইদিনাখন বাই-ভনীহঁতে ভাই-ককাইৰ কপালত সপ্তৰঙৰ ফোঁট দিয়ে। এই উৎসৱৰ যোগেদি বাই-ভনীসকলে বিশ্বাস কৰে তেওঁলোকক ভাই-ককাইসকলে কেতিয়াও যাতে নাপাহৰে। উপহাৰ প্ৰদান, স্বাদিষ্ট ভোজন তথা-মায়া-মমতাৰ বন্ধন এই উৎসৱৰ প্ৰধান বৈশিষ্ট্য।

'মাঘে সংক্ৰান্তি' বা মকৰ সংক্ৰান্তি বা মাঘ বিহু নেপালীসকলে হুবহু অসমীয়াসকলৰ দৰেই পালন কৰে। সম্প্ৰতি অসমীয়াৰ দৰেই নেপালীসকলেও পথাৰত ভেলাঘৰ সাজি ভোজভাত খাই পিছদিনা অগ্নিসেৱা কৰা প্ৰথা প্ৰচলন হ'বলৈ ধৰিছে।

নেপালী মহিলাসকলে গোটেই মাঘ মাহটো এসাজ খাই নিষ্ঠাৰে 'স্বস্থানী ব্ৰত' পালন কৰে। এই ব্ৰত নিষ্ঠাৰে পালিলে মনোবাঞ্চা সিদ্ধি হয় বুলি নেপালী মহিলাসকলে বিশ্বাস কৰে। এই ব্ৰতৰ কাহিনীত শিৱ-পাৰ্বতীৰ প্ৰেমৰ কাহিনী জড়িত আছে। মাহৰ

শেষত শ্ৰদ্ধাৰে পালন কৰা এই ব্ৰতটো বহলভাৱে উৎসৱ মুখৰ পৰিৱেশেৰে পৰিসমাপ্তি ঘটোৱা হয়।

বহাগ মাহৰ শুক্লাতৃতীয়া তিথিক 'অক্ষয় তৃতীয়া' বুলি পালন কৰা হয়। সেইদিনা পানী (চৰ্বত) দান কৰা হয়। ইয়াৰ দ্বাৰা পুণ্য অৰ্জন হয় বুলি বিশ্বাস আছে।

অপায় অমঙ্গল দূৰ হোৱা আৰু খেতি-বাতি ভাল হোৱাৰ কামনাৰে জেঠ বা আহাৰ মাহৰ কোনো এক শনিবাৰে নেপালী পুৰুষ-মহিলাই একেলগ হৈ 'সংসাৰী পূজা' পাতে। এই পূজা অসমীয়া গৰখীয়া পূজাৰ নিচিনাই কোনো নদীৰ পাৰত অথবা মুকলি পথাৰত এই পূজা পালন কৰা হয়।

আষাঢ় পঁন্ধ্ৰ অৰ্থাৎ আহাৰ মাহৰ পোন্ধৰ তাৰিখে খেতি আৰম্ভ কৰাৰ দিন হিচাপে পালন কৰা হয়। সেইদিনা উচ্চ বৰ্ণৰ লোকসকলে চিৰা, দৈ ভোজন কৰে।

শাওন মাহৰ শুক্লা পঞ্চমীক 'নাগ পঞ্চমী' বোলা হয় আৰু সেইদিনা নাগদেৱতাৰ পূজা কৰা হয়। নেপালী পুৰোহিতসকলে শ্ৰীকৃষ্ণই কালীয় দমন নৃত্য কৰা চিত্ৰ থকা ছপা কাগজ যজমানৰ ঘৰত দি 'সীধা' গ্ৰহণ কৰে।

শাওন মাহৰ পূৰ্ণিমা তিথিক 'জনৈ পূৰ্ণিমা' বা 'ঋষিত পৰ্ণী পূৰ্ণিমা' বা 'ৰাখী পূৰ্ণিমা' বুলি কয়। সেইদিনা বৈদিক নিয়মানুসাৰে 'জনৈ' (লগুণ) পূজা কৰা হয়। পুৰোহিতসকলে যজমানৰ ঘৰলৈ গৈ 'ৰাখী' বান্ধি দিয়ে আৰু 'সীধা' গ্ৰহণ কৰে। 'জনৈ পূৰ্ণিমা'ৰ দিনা পূজা কৰা লগুণহে গোটেই বছৰৰ বাবে ধাৰণ কৰা নিয়ম। সেইদিনা লগুণ গ্ৰহণ কৰিবলৈ মাতুল গৃহ অথবা শহুৰৰ ঘৰলৈ যোৱাৰ নিয়মো আছে।

ভাদ মাহৰ অমাৱস্যাক 'কুশে ঔঁচী' বোলে। সেইদিনা বামুণ পুৰোহিতসকলে কুশ সংগ্ৰহ কৰি, পূজা-পাৰ্বণ সমাপ্ত কৰি যজমানৰ ঘৰত দিয়ে। সেইদিনা গ্ৰহণ কৰা কুশখিনিহে বছৰটোৰ মাঙ্গলিক কাৰ্যত ব্যৱহাৰ কৰা হয়।

ভাদ মাহৰ শুক্লা তৃতীয়া তিথিত মহিলাসকলে দিনটো মুখত এটোপাল পানী নিদিয়াকৈ 'তীজব্ৰত' পালন কৰে। সন্ধ্যালৈ পূজা-অৰ্চনা কৰি ব্ৰত ভংগ কৰে। পুনৰ পঞ্চমী তিথিত 'পঞ্চমী ব্ৰত' পালন কৰে মহিলাৰ মাহিলি ধৰ্মত অজানিতে হোৱা দোষ-ত্ৰুটীৰ মাৰ্জনা কৰিবৰ বাবে।

**লোকধৰ্ম ঃ**

নেপালীসকল মূলত হিন্দু ধৰ্মাৱলম্বী। অৱশ্যে মুছলমান, বৌদ্ধ, নাথ-যোগী, খৃষ্টান ধৰ্মাৱলম্বী নেপালী লোকো আছে। জামুগুৰি হাটৰ নেপালী মুছলমানসকল হিন্দু সমাজৰ সংস্পৰ্শত থকা বাবে তেওঁলোকৰ মাজত ধৰ্মীয় কঠোৰতা কম। আনহাতে বৌদ্ধ, খৃষ্টান আৰু নাথ-যোগী নেপালী লোকৰ সংখ্যা বৰ বেছি নহয়।

## মৃত্যু সম্পৰ্কীয় আচাৰ বিধি ঃ

আত্মীয়-স্বজনৰ মৃত্যুত পালন কৰা নিয়ম-নীতি নেপালীসকলৰ বাবে আটাইতকৈ কঠোৰ নিয়ম-নীতি। মান্যজনৰ মৃত্যুত ঘৰৰ সৰুৰ পৰা ডাঙৰলৈ সকলো পুৰুষৰে মুণ্ডন বাধ্যতামূলক। পিতৃ-মাতৃৰ মৃত্যুত আটাইকেইজন পুত্ৰই দহা-কাজত সোমাব লাগে। প্ৰতিদিন শ্ৰাদ্ধ-তৰ্পন কৰিব লাগে। পঞ্চম দিনৰ পৰা দশম দিনলৈ 'গৰুড়-পুৰাণ' (শ্ৰীবিষ্ণু আৰু গৰুড় সংবাদ) শ্ৰৱণ কৰিব লাগে। নেপালীসকলৰ নিৰামুহি দিয়াৰ প্ৰথা অলপ সুকীয়া। তেওঁলোকে 'মানোচামল' অৰ্থাৎ নিৰামুহিত সোধাত আধা কেজি চাউল, অলপ আদা, টেঙা জাতীয় ফল, ঘিউ, মাখন আৰু সামৰ্থ অনুযায়ী কাৰোবাক অলপ পইচা দি সহায় কৰে। নিৰামুহিত থকা কেইদিন তেল-নিমখ খোৱা সম্পূৰ্ণ নিসিদ্ধ। এসাজ শুদা ঘিউৰে ভাত খাই তেৰ দিনৰ দিনা দান-দক্ষিণা দি শুদ্ধি হ'ব লাগে। ইয়াক 'শুদ্ধাই' বোলে। এসময়ত শুদ্ধাই নোহোৱালৈকে অন্য জাতিৰ লগত কথা-পতা পৰ্যন্ত নিষিদ্ধ আছিল। ১২ দিনৰ দিনা 'সপিণ্ড' দান দিয়া হয়। 'শুদ্ধাই' দিনা যদি বুধবাৰ হয় তেনেহ'লে তাৰ আগদিনাই শুদ্ধাই কৰিব লাগে। দহা-কাজত লিপ্তজনে ছমাহ-বছৰেকলৈ 'বগা-সাজ' পৰিধান কৰিব লাগে। নিৰামিষ আহাৰ খাব লাগে আৰু শাৰীৰিক কামৰ পৰা বিৰত থাকিব লাগে। আনহাতে মাকৰ মৃত্যুত এবাঁ গাখীৰ খোৱা সম্পূৰ্ণ নিষিদ্ধ। 'শুদ্ধাই'ৰ পাছত কোনোবাই ইচ্ছা কৰিলে ভাগৱত পাঠ, গীতাপাঠ, চণ্ডী পাঠ আদি মাঙ্গলিক কাম-কাজ কৰিব পাৰে।

## জন্ম সম্পৰ্কীয় লোকাচাৰ ঃ

সন্তান জন্ম হোৱাৰ দিনাখনেই পৰিয়ালৰ মাজত 'চুতক' (চুৱা) আৰম্ভ হয়। সাতদিন বা এঘাৰ দিনত নামকৰণ 'নোৱাৰাণ' অনুষ্ঠান পুৰোহিতে সম্পন্ন কৰে। নক্ষত্ৰ অনুসৰি আৰু জন্মৰ প্ৰহৰ অনুসৰি নামবোৰ ৰখা হয়। এই লোকাচাৰ আৰ্যমূলীয় লোকসকলৰ মাজতহে প্ৰযোজ্য। অৱশ্যে অন্য জাতিৰ মাজতো বিয়পিব ধৰিছে।

## বিবাহ সম্পৰ্কীয় লোকাচাৰ ঃ

ছোৱালী পছন্দ হোৱাৰ পাছত দুয়োঘৰৰ সুবিধা অনুসৰি টোপোলা পেলোৱাৰ দিন এটা ঠিক কৰা হয়। টোপোলা পেলোৱাক 'পত্ৰ লগোৱা' বুলি কোৱা হয়। উভয় পক্ষৰ দুখন পত্ৰক কন্যা পক্ষই পূজা কৰে। সেইদিনা বিয়াৰ পকা বন্দবস্ত হোৱা বুলি ধৰা হয়। ইয়াৰ পাছতেই বিয়াৰ নিমন্ত্ৰণৰ পথ মুকলি হয়। নিমন্ত্ৰণ দিওঁতে গোলমৰিচৰ (জালুক) যোৰা, চুপাৰী ব্যৱহাৰ কৰা হয়। বিয়াৰ বৰযাত্ৰীসকলক 'জন্তী'ৰ বোলে। কন্যাঘৰ পোৱাৰ আগতে চাৰি পাঁচজন মানুহে আগতিয়াকৈ 'জন্তী'ৰ খবৰ লৈ কন্যাঘৰ পায়। তেওঁলোকক 'ভাত খাউৰ' বোলে। ৰাতি কন্যা ঘৰত দৰা পক্ষৰ কোনোবা এজনে বীৰ গাঁথাৰ সুৰত বীৰত্ব কাহিনী গায়। ইয়াক 'খাড়ো' জগোৱা বুলি কোৱা হয়। এই কাহিনী লিখিত ৰূপত

পোৱা যায়। ইয়াত ইংৰাজ ৰাজত্বৰ আতংক বিমোচনার্থে উৎসাহ অথবা সাহস যোগোৱা কাহিনী গাই খুকুৰীৰে তিনিঘাপ কলগছত মাৰি শত্ৰুজয় কৰিলোঁ বুলি কয়। সেই ৰাতি বিয়াঘৰত দৰাপক্ষ আৰু কন্যা পক্ষৰ মানুহৰ দ্বাৰা শ্লোক-গীতেৰে কথা কটাকটি কৰে। ইয়াক 'চিলোক' গোৱা বুলি কয়।

## ভৌতিক সংস্কৃতি ঃ

**লোক বন্ধন ঃ** নেপালী লোকসকলৰ আচাৰ (চাটনি) বৰ প্ৰিয়। এজন নেপালী মানুহৰ ঘৰত বহু কেইবিধ আচাৰ থাকে। তাৰ ভিতৰত প্ৰধানতঃ

ক. গুন্দ্ৰুক ঃ সৰিয়হ আৰু লাইৰে বনোৱা হয়।

খ. চিন্‌কি ঃ

গ. ঠেৱে ঃ মূলাৰ দ্বাৰা তৈয়াৰ কৰা হয়।

ঘ. পাংলাং

তদুপৰি আম, জলফাই, কৰদৈ, তিল, চিলাম, ভটমার্চ, ফিলুঙ্গে, কাৰ্‌জি নেমুৰ আচাৰ নেপালীসকলৰ বিশেষভাৱে প্ৰিয়।

গাখীৰেৰে তৈয়াৰী যিকোনো বস্তু নেপালীসকলৰ অতি প্ৰিয়। সেইসমূহ হ'ল কুৰাউনী (গাখীৰ পগাই বনোৱা হয়) খীৰ, ঘীউ, মাখন, দৈ, মৈপানী (মাখন উলিওৱাৰ পাছত অৱশিষ্ট পাতল অংশ), ঢকনে (ঘিউ আৰু চাউল ভাজি গাখীৰ দি তৈয়াৰ কৰা খাদ্য বিশেষ) আদিয়েই প্ৰধান।

তিহাৰ উপলক্ষে নেপালীসকলৰ জাতীয় আৰু প্ৰিয় পিঠা 'চেলৰুটি' (পিঠাগুৰিৰে বৃত্তৰ দৰে ঘূৰণীয়াকৈ তেলৰ ভজা ৰুটি) তৈয়াৰ কৰা হয়। মাকৈ, কোদো, ফাঁপৰ আদিও নেপালীসকলৰ প্ৰিয় মাছতকৈ মাংসৰ ব্যৱহাৰ নেপালী সমাজত বেছি। নেপালীসকলে বহুতো প্ৰকাৰে মাংসৰ ব্যঞ্জন তৈয়াৰ কৰিব পাৰে। তাৰ ভিতৰত প্ৰিয়মে হ'ল 'পক্কু' পদ্ধতিৰে বনোৱা মাংস।

**সাজপাৰ ঃ** সাজপাৰৰ ভিতৰত মতা মানুহে পিন্ধা সাজসমূহ হ'ল— 'দৌৰা' (গাত টানকৈ ফিটাৰে বান্ধি পিন্ধা চোলা), 'চৰুৱালা' (ঠেক পাইজামা), 'ৱাচকোট' (হাত নথকা কাঁকাললৈকে পিন্ধা চুটি চোলা), পটুকা (কমৰ বান্ধ), 'ঢাকাটোপী' (ভিতৰত ফুল জিলিকা টুপী) আদি। মহিলাসকলে পিন্ধা সাজপাৰবোৰ হ'ল— 'চোবন্দী চোলী' (গাত টানকৈ ফিটাৰে বন্ধা ব্লাউজ), ফৰিয়াঁ (শাৰী), পটুকা (কঁকাল বান্ধ), 'মজোৱো' (ওৰণি) আদিয়েই প্ৰধান। বর্তমান আধুনিকতাই এই পৰিম্পৰাগত সাজপাৰলৈ পৰিবৰ্তন আনিছে।

**অলঙ্কাৰ ঃ** নেপালী মহিলাসকলৰ সৌন্দৰ্যচৰ্চাৰ আধাৰ আ-অলংকাৰ সমূহ হ'ল—

ক. গদাৱৰী — কাণত পিন্ধে। ইয়াৰ আকৃতি কাঁহীৰ দৰে।
খ. মাড়ৱৰী — কাণত পিন্ধা ঘূৰণীয়া আকৃতিৰ গহণা।
গ. ঢ্যুংৰী — নাকৰ ওপৰত পিন্ধা অলংকাৰ
ঘ. বুলাকী — নাকত ওলোমাই পিন্ধা অলংকাৰ
ঙ. ফুল — মূৰত পিন্ধে।
চ. চন্দ্ৰাহাৰ — চন্দ্ৰাকৃতিৰ ডিঙিত পিন্ধা অলংকাৰ।
ছ. নৌগেড়ী — নটা গুটি সোণৰ মালা।
জ. তিলহৰী — পথালি সোণৰ দণ্ড থকা ডিঙিত পিন্ধা গহণা।
ঝ. কল্লী — সোণৰ উঝন্তি।
ঞ. বাঁই — সোণ বা ৰূপৰ খাৰু।
ট. ঔঁঠী — আঙুঠি.... আদিয়েই প্ৰধান।
মতা মানুহে এসময়ত কাণত 'কুণ্ডল' পিন্ধিছিল।

**বাচন-বৰ্তন আৰু আন যতন ঃ** মাঙ্গলিক কাৰ্যত ব্যৱহাৰ হোৱা 'দুনা' (গছৰ পাতেৰে তৈয়াৰী সৰু সৰু পাত্ৰ), 'টপৰ' (গছৰ পাতেৰে গোঠা কাঁথি) পূজা থলীত চাউল ভৰাই থ'বলৈ ব্যৱহাৰ কৰা হয়। 'বৰণীকো ঠহৰ' (গছৰ পাতেৰে তৈয়াৰী তলাটোৰ সমান পাত্ৰ) বিয়াত দৰা আদৰিবৰ সময়ত ব্যৱহাৰ কৰা হয়। আন আন বাচনৰ ভিতৰত— 'গাগ্ৰো' (কলহ), টে, খটকুঁড়া (দুইফালে ৰিং লগোৱা ডাঙৰ তামৰ পাত্ৰ), 'ভড্ডু' (ভাত ৰন্ধা কাঁহৰ বাচন), কেঁচুড়ী' (বহল মুখ থকা কাঁহৰ বাচন), আংফোৰা মোটা (দীঘল ডিঙিৰ ঘটি) আদি উল্লেখযোগ্য। গাখীৰ ভৰোৱা পাত্ৰৰ ভিতৰত— 'ঠেকী', 'হৰ্পে', গুপ্তে, ঢুংৰো আদি। পিপি, মালি, পানচ তেল জুখিবৰ বাবে ব্যৱহাৰ কৰা হয়। 'মানো আৰু পাথো' বস্তু জুখিবৰ বাবে ব্যৱহাৰ কৰা হয়।

**বাঁহ আৰু মৰাপাটৰ বস্তু ঃ** 'ঘুম' (জাপি), 'ডোকো' (তমালৰে তৈয়াৰী তলফালে সৰু বন্ধ থকা, ওপৰফালে বহল মাইকী মানুহে ৰচী লগাই পিঠিত বস্তু কঢ়িওৱা এবিধ যতন), গুঁন্দ্ৰী (গোম বা ধান খেৰেৰে তৈয়াৰী পাটি), নামেলো (ডোকো কঢ়িয়াবলৈ মৰাপাটেৰে তৈয়াৰী এবিধ চেপেটা ৰচি) আদি বাঁহ আৰু মৰাপাটৰ সামগ্ৰী নেপালীসকলে ব্যৱহাৰ কৰে।

**হাতিয়াৰ ঃ** হাতিয়াৰ ভিতৰত বিশ্ববিখ্যাত 'খুকুৰী', 'কণ্ডী', (ছাগলী কটা দা), 'কৰ্দ্দ' (খুকুৰীৰ খাপত থকা সৰু অস্ত্ৰ), চকমক (ধাৰ নথকা খুকুৰীত ধাৰ দিয়া অস্ত্ৰ), খুৰ্পা (দাঁত নথকা কাচি), হাঁচিয়া (কাচি) অন্যতম।

**গৃহ নিৰ্মাণ ঃ** নেপালীসকলে কাঠেৰে দুমহীলায় 'টংচী' ঘৰ সাজে। ভাস্কৰ্যকলা, বাস্তু কলাৰ নিদৰ্শন নেপালীসকলৰ গৃহ নিৰ্মাণ পদ্ধতিত ধৰা পৰে। অৱশ্যে সাম্প্ৰতিক কালত সমসাময়িক সমাজখনৰ লগত মিলি যোৱাকৈ নেপালীসকলে গৃহ নিৰ্মাণ কৰে কাঠৰ গৌৰৱময় টুংচী'ঘৰ বৰ্তমান লোপ পাইছে।

**মাছ ধৰা সামগ্ৰী ঃ** মাছ ধৰা কাৰ্যৰ লগত নেপালী সমাজ বৰ (প্ৰায়) জড়িত নহয়। অৱশ্যে এসময়ত নেপালী 'মাঝী' সকলে নাৱৰীয়া হোৱাৰ লগতে মাছো ধৰিছিল বুলি জনা যায়।

**লোকবাদ্য ঃ** নেপালীসকলৰ বিয়া-বাৰুত 'নৌমতি' বাদ্যৰ প্ৰয়োগ হয়। এই বাদ্যসমূহ 'কামী' আৰু চাৰ্কি (মুচি)য়ে নিৰ্মাণ কৰে। এই বাদ্যসমূহ তাম আৰু জন্তুৰ ছালেৰে তৈয়াৰী। এই বাদ্যকেইটা হ'ল— 'নসিংহ' (তুৰঙ্গ), কৰ্ণাল, ঝামটা, চঁনই, ট্যোমকো, ঢোলকী, 'দমাহা', মঁজিৰা, বাঁসুৰি। 'নসিংহ' এফালে সৰু আৰু আনফালে ডাঙৰ মুখত থকা সাতগাঁও কঁপোৱা বাদ্য। 'দমাহা' তামৰে তৈয়াৰী ডাঙৰ বাতিৰ মুখত ছাল মেৰিওৱা মাৰিবে কোবোৱা বাদ্য।

**লোক পৰিৱেশ্য কলা ঃ** পৰম্পৰাগত নৃত্যকলাত নেপালীসকল অতি চহকী। ভাই তিহাৰ উপলক্ষে নেপালী বাই-ভনী, ককাই-ভাই মিলি 'মাৰুনী নাচ' নাচে। এই নৃত্য নেপালী ধ্ৰুপদী নৃত্য। নেপালী নৃত্যৰ ভিতৰত এই নৃত্য আটাইতকৈ শ্ৰেষ্ঠ, গৌৰৱপূৰ্ণ আৰু আকৰ্ষণীয়। ইয়াৰ বাহিৰে আন আন নৃত্য ৰাজি হ'ল—

১। দেউচী/ভইলী নাচ
২। ডম্ফু নাচ
৩। মাদলে নাচ
৪। ধান নাচ
৫। সঙ্গিনী গীত/নৃত্য— মহিলাসকলে একেলগে নচা নাচ।
৬। খেলেগীত/নৃত্য
৭। খুকুৰী নাচ
৮। ভজন নৃত্য— পূজা পাঠত নচা নৃত্য।
৯। মালশ্ৰী গীত/নৃত্য— ধান দোৱা সময়ত পথাৰত নচা নৃত্য
১০। মঙ্গলু গীত/নৃত্য— বিয়াত নচা নৃত্য।
১১। ৰত্যৌলী গীত-নৃত্য— দৰা-কন্যা ঘৰলৈ যোৱাৰ পাছত ৰাতি মাইকী মানুহে দৰা ঘৰত বহুৱা সাজি কৰা গীত-নৃত্য।
১২। জুৱাৰী গীত-নৃত্য— যোৱা যোৱাকৈ নচা নৃত্য।

ওপৰোক্ত আলোচনাৰ মাধ্যমেদি হিন্দু পৰম্পৰাৰ সৈতে সম্পৰ্কিত সততে দেখি অহা নেপালী লোক-সমাজৰ এখন চিত্ৰ দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে। এই ক্ষেত্ৰত ভাৰতৰ অথবা নেপালৰ থলুৱা পৰম্পৰাৰ সতে আলোচ্য তথ্যসমূহৰ গৰমিল থকাতো অস্বাভাৱিক নহয়। লগতে খৃষ্টান, বৌদ্ধ ধৰ্মাৱলম্বী আৰু মুছলিম নেপালীসকলৰ কিছু সুকীয়া লোকাচাৰ থাকিব পাৰে। ইয়াৰোপৰি এই আলোচনাটোৰ মাধ্যমেৰে নেপালী লোক-সমাজ আৰু সংস্কৃতিৰ কেৱল এটি সাধাৰণ আভাস এটিহে দাঙি ধৰা হৈছে। ইয়াৰ প্ৰতিটো বিষয়ৰেই পৰিসৰ গভীৰ আৰু ব্যাপক। ভৱিষ্যতে এই বিষয়ত অধিক গৱেষণাই ন-ন তথ্য মুকলি কৰাত সহায় কৰিব।

## গ্ৰন্থসমূহ

১। শৰ্মা, নবীন চন্দ্ৰঃ লোক সংস্কৃতি, গুৱাহাটী-১৯৯৭।

২। কাকতি, গোলোক (সম্পা.) ঃ জামুগুৰিহাটৰ ইতিহাস, জামুগুৰিহাট।

৩। পাঠক, ৰূপ নাৰায়ণ ঃ পৰ্দাৰ আঁৰত (অপ্ৰকাশিত উপন্যাস)।

৪। পাঠক ৰূপনাৰায়ণঃ প্ৰগতি (ছমহীয়া নেপালী আলোচনী), বিশ্বনাথ চাৰিআলি, শোণিতপুৰ-২০০৩।

৫। উপাধ্যায়, গুৰু প্ৰসাদঃ দৈনিক অগ্ৰদূত প্ৰকাশিত নেপালী সংস্কৃতি শীৰ্ষক প্ৰবন্ধ।

**সাক্ষাৎ গ্ৰহণ ঃ**

১। শ্ৰীগুৰু প্ৰসাদ উপাধ্যায় (অৱসৰ প্ৰাপ্ত শিক্ষক), বৰপুখুৰী পাৰ গাঁও, জামুগুৰি-হাট।

২। শ্ৰীক্ষেমৰাজ ঢাকাল, শিক্ষক, উত্তৰ জামুগুৰি হাইস্কুল, ধলাইবিল।

৩। শ্ৰীৰূপনাৰায়ণ পাঠক (অৱসৰ প্ৰাপ্ত শিক্ষক), টুপীয়া, জামুগুৰিহাট।

*শ্ৰী বৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ গৱেষক ছাত্ৰ।*

## ঃ নির্বাচিত প্ৰশ্নাবলী ঃ

১। সংস্কৃতিয়ে জাতীয় জীৱন আৰু ব্যক্তিৰ ধ্যান-ধাৰণা, আচাৰ-নিয়ম আদিৰ কেনেকৈ প্ৰতিফলন ঘটায়, বুজাই লিখা। সংস্কৃতিৰ বিষয়ে তোমাৰ নিজাকৈ কিবা ধাৰণা আছেনে? ১২+৪=১৬ [G.U.05]

২। লোক-জীৱনৰ সংস্কৃতিৰ মৌলিক উপাদান। অসমৰ লোক-সংস্কৃতিৰ মৌলিক উপাদানবোৰ উল্লেখ কৰি প্ৰতিবিধৰে চমু পৰিচয় দিয়া। ৮+৮=১৬ [G.U.05]

৩। অসমীয়া সমাজ-জীৱনলৈ অষ্ট্ৰিকসকলৰ বৰঙণি সম্পৰ্কে নিদৰ্শনমূলক প্ৰবন্ধ এটি যুগুত কৰা। ১৬ [G.U.05]

৪। "শাসকীয় জাতি হিচাপে অসমলৈ আহোমসকলৰ লগতে মোগলসকলে (মুছলমানৰ) ভাষা-সাহিত্য আৰু সংস্কৃতিৰ দিশত বিশেষ অৱদান আগবঢ়াইছে।" কথাষাৰ বহলাই লিখা। ১৬ [G.U.05]

৫। "শাকে শোকোতাই ভক্ষণ
সেই পুৰুষৰ লক্ষণ"
এই লোক-প্ৰবচনৰ ব্যাখ্যা কৰা আৰু অসমীয়া মানুহৰ ঋতুবেদ পান-ভোজনৰ বিশ্লেষণ দাঙি ধৰা। ৪+১২=১৬ [G.U.05]

৬। প্ৰাক্-স্বৰাজকালৰ অসমৰ ধৰ্মৰ ধাৰাৰ বিষয়ে এটি নাতিদীৰ্ঘ নিবন্ধ লিখি উলিওৱা। ৬×৩ =১৮ [G.U.05]

৭। তলত দিয়া যেই সেই তিনিটাৰ প্ৰাসংগিক টোকা লিখা ঃ ১ [G.U.05]

(ক) কিংখাপ আৰু মেজাংকাৰী
(খ) ঢেপা ঢুলীয়া আৰু নাঙেলীগীত
(গ) কামাখ্যাৰ মেখলা উজোৱা খট্‌খটি নিৰ্মাণৰ কিংবদন্তিৰ আতিগুৰি
(ঘ) মেজি আৰু ভেলাঘৰ
(ঙ) ঐনিতম আৰু ছাথাৰ
(চ) দেও-ভূত, ডাইনী সম্পৰ্কীয় জনবিশ্বাস
(ছ) বৰদৈচিল আৰু বৈছাগু
(জ) লোক-সংস্কৃতিৰ বাঁগগাজ আৰু খৰিচা

৮। (ক) "অসমৰ বিভিন্ন জাতি-উপজাতিৰ সংমিশ্ৰণৰ আধাৰত অসমীয়া জাতিৰ উদ্ভৱ আৰু বিকাশ সম্ভৱ হৈছে।" ১৬ [G.U.06]
উক্ত কথাষাৰৰ পোহৰত এটি বিশ্লেষণ আগবঢ়োৱা।

*অথবা*

(খ) অসমীয়া সমাজ আৰু সংস্কৃতিৰ উদ্ভৱ আৰু পৰিপুষ্টি সাধনত মংগোলীয় নৃ-গোষ্ঠীৰ অৱদানৰ তুলনা নাই বুলি কি কাৰণে কোৱা হয়, যুক্তিসহ আলোচনা কৰা। [G.U.06]

৯। (ক) (১) সংস্কৃতি সদায় সংস্কাৰৰ সৈতে জড়িত বুলি কি কাৰণে কোৱা হয়, বুজাই লিখা।
(২) সংস্কৃতি ব্যক্তিৰ সৃষ্টি নে সমাজৰ সৃষ্টি ?
(৩) পৰম্পৰাৰ সৈতে সংস্কৃতিৰ সম্পৰ্ক আছে নে নাই, চমুকৈ লিখা।
(৪) প্ৰযুক্তি বিদ্যাৰ বিকাশৰ পৰিণতিত সংস্কৃতিৰ পৰিৱৰ্তন কিদৰে সূচিত হয়, সংক্ষেপে লিখা। ৮+২+৪+৪=১৮ [G.U.06]

*অথবা*

(খ) (১) লোক সংস্কৃতি আৰু জন-কৃষ্টিৰ মাজত থকা মিল আৰু অমিলবোৰ দেখুৱাই দিয়া।
(২) লোক সংস্কৃতিক লোকবিদ্যা বুলিব পাৰি নে নোৱাৰি, চমুকৈ লিখা।
(৩) লোকসংস্কৃতি আৰু শাস্ত্ৰীয় সংস্কৃতিৰ মাজত কিদৰে মিল আৰু অমিল দেখা যায়, চমুকৈ লিখা।
(৪) আধুনিক শিক্ষাই লোক সংস্কৃতিৰ সংৰক্ষণৰ সহায় কৰিব পাৰিছে নে নাই, চমুকৈ লিখা।৪+৪+৬+৪ = ১৮ [G.U.06]

১০। (ক) অসমত দেৱী-পূজাৰ পৰম্পৰা সম্পৰ্কে এটি বিশ্লেষণমূলক প্ৰবন্ধ লিখা। ১৬ [G.U.06]

*অথবা*

(খ) যি কোনো চাৰিটাৰ বিষয়ে সংক্ষেপে লিখা ঃ ৪×৪ =১৬ [G.U.06]
(১) অসমত হয়গ্ৰীৱ-উপাসনাৰ পৰম্পৰা
(২) ভস্মাচালত শিৱ-উপাসনা
(৩) অশ্বক্লান্ত মন্দিৰত বিষ্ণু-উপাসনাৰ পৰম্পৰা
(৪) বাথৌ ব্ৰাই আৰু শিৱ-পূজা

(৫) তাম্ৰেশ্বৰী মন্দিৰৰ কেঁচাই খাইতী গোসানী
(৬) উগ্ৰতৰা দেৱী আৰু কামাখ্যা দেৱী
(৭) অসমত বাসুদেৱ-পূজাৰ পৰম্পৰা
(৮) শ্ৰৱণ-কীৰ্তন-ভক্তি

১১। 'অসমৰ অধিবাসী' এই সন্দৰ্ভত এই বিশ্লেষণমূলক আলোচনা আগবঢ়োৱা। ১৬ [G.U.07]

*অথবা*

অসমীয়া সংস্কৃতি প্ৰধানতঃ গঞা সংস্কৃতি আখ্যা দিয়াৰ কাৰণ কি? গঞা আৰু নগৰীয়া সমাজৰ মাজত কি কি বিষয়ত মিল আৰু অমিল দেখা যায়, চমুকৈ লিখা।

১২। লোকাচাৰ কাক বোলে? লোকাচাৰৰ ভিত্তি কি? কৃষিৰ সৈতে জড়িত লোকাচাৰৰ বিষয়ক এটি আলোচনা আগবঢ়োৱা।১০+৬=১৬ [G.U.07]

*অথবা*

লোক-সংস্কৃতি এটি সৰ্বজন গ্ৰহণীয় সূত্ৰ লিখা। জনকৃষ্টি আৰু লোক সংস্কৃতি সলনি জনকৃষ্টি পৰিভাষাটো প্ৰয়োগ কৰিছে লোক-সংস্কৃতিৰ ক্ষেত্ৰকেইটা কি কি? যিকোনো ক্ষেত্ৰ এটিৰ বিষয়ে চমুকৈ লিখা। ৪+১+১+৪+৮=১৮ [G.U.07]

১৩। (ক) অসমৰ শিৱপূজাৰ প্ৰচলন সম্পৰ্কে এটি বিৱৰণমূলক প্ৰবন্ধ বৰ্ণনা কৰা।

*অথবা*

(খ) যিকোনো চাৰিটাৰ বিষয়ে সংক্ষেপে লিখা। ৪×৪=১৬ [G.U.07]

১। সত্ৰ / সস্তাৰ/ সস্তুৰ/ সচং
২। নামঘৰ/ গোঁসাইঘৰ / কীৰ্ত্তন ঘৰ
৩। সিংহাসন / আসন
৪। খোল / মৃদঙ্গ
৫। মন্দিৰৰ সিংহদ্বাৰ
৬। ভাজঘৰ
৭। মন্দিৰৰ সৈতে জড়িত নৃত্য।

১৩। অসমীয়া সংস্কৃতিলৈ বিভিন্ন জনগোষ্ঠীৰ অৱদান সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা।

১৪। অসমীয়া সংস্কৃতিলৈ টাই-আহোম জনগোষ্ঠীৰ অৱদান সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা।

১৫। অসমীয়া সংস্কৃতিলৈ কোচ-ৰাজবংশীসকলৰ অৱদান কেনেধৰণৰ? এই সম্পৰ্কে এটি আলোচনা কৰা।

১৬। অসমীয়া সংস্কৃতিৰ সমন্বয়ত বড়োজনগোষ্ঠীৰ ভূমিকা সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা।

১৭। অসমীয়া সংস্কৃতিৰ পৰিপুষ্টি মিচিং জনগোষ্ঠীৰ অবদান সম্পৰ্কে লিখা।

১৮। অসমীয়া সংস্কৃতিলৈ চাহ্-জনগোষ্ঠীসকলৰ অৱদান সম্পৰ্কে এটি আলোচনা কৰা।

১৯। অসমৰ সাংস্কৃতিক ঐতিহ্যত নাথ-যোগীসকলৰ ভূমিকা সম্পৰ্কে এটি আলোচনা কৰা।

২০। অসমীয়া সংস্কৃতিলৈ গাৰোসকলৰ অৱদান কেনে ধৰণৰ? এই বিষয়ে চমুকৈ আলোচনা কৰা।

২১। গাৰোসকলৰ মাতৃতান্ত্রিক সংস্কৃতিৰ প্ৰভাৱ অসমীয়া সংস্কৃতি নাৰীৰ মর্যদা কেনেদৰে উর্দ্ধমুখী কৰিছে আলোচনা কৰা।

২২। অসমীয়া সংস্কৃতিৰ সমন্বয়ত বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক বিনিময়ে কেনেদৰে সহায় কৰিছে, ফঁহিয়াই দেখুওৱা।

২৩। 'অসমৰ সংস্কৃতি মূলতঃ কিৰাতমূলীয়।' এই সম্পৰ্কে যুক্তি দৰ্শোৱা।

২৪। অসমৰ জনজাতীয় ধৰ্মবিশ্বাসত লোকদেৱতা শিৱৰ প্ৰভাৱ কেনেধৰণৰ? বিভিন্ন জনগোষ্ঠীৰ মাজত শিৱক কি ধৰণে উপাসনা কৰা হয়, বুজাই লিখা।

২৫। অসমত বসবাস কৰা তিৱা সকলৰ সংস্কৃতিৰ বিষয়ে চমুকৈ লিখা।

২৬। অসমৰ জনজাতীয় লোক বিশ্বাসত বসন্তকালীন লোক-উৎসৱবোৰ কেনেদৰে পালন কৰা হয় আলোচনা কৰা।

২৭। অসমৰ জনজীৱনত লোকাচাৰ আৰু লোকবিশ্বাসৰ প্ৰভাৱ সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা।

২৮। কাৰবি জনগোষ্ঠীৰ মাজত প্ৰচলিত লোকগীতসমূহৰ বিষয়ে চমুকৈ লিখা।

২৯। অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত প্ৰচলিত কৃষিভিত্তিক উৎসৱ পাৰ্বনবোৰৰ বিষয়ে চমুকৈ লিখা।

৩০। অসমৰ সংস্কৃতিৰ সমন্বয়ত জনগোষ্ঠীয় লোক গীতমাতৰ ভূমিকা সম্পৰ্কে এটি আলোচনা কৰা।

# বিশ্ববিদ্যালয়ৰ প্ৰশ্নকাকত

**2008**

**Assamese**

**(Major)**

**Paper – 2.2**

**Full Marks : 100**

**Time : 3 hours**

*The figures in the margin indicate full marks for the questions*

## প্ৰথম খণ্ড

(মূল্যাংক : ৫০)

১। (ক) অসমৰ অধিবাসীসকলৰ ভিতৰত কিৰাত নৃগোষ্ঠীয়ে কেনে ভূমিকা গ্ৰহণ কৰি আহিছে, ঐতিহাসিক আৰু সংস্কৃতি দিশৰ পৰা আলোচনা কৰা। ১৬

অথবা

(খ) "অসমৰ কৃষ্টি-সংস্কৃতি মূলতঃ কৃষি-ভিত্তিক।"
মন্তব্যটি সমৰ্থন কৰি এটি বিশ্লেষণমূলক টোকা লিখা।

২। (ক) লোকাচাৰ কাক বোলে? চ'তৰ বিহুৰ লৈতে সম্পৃক্ত লোকাচাৰসমূহৰ বিষয়ে এটি প্ৰবন্ধ লিখা। ৬+১২=১৮

অথবা

(খ) লোকসংস্কৃতিৰ এটি সূত্ৰ লিখা। লোকসংস্কৃতিৰ লৈতে যাদু-মন্ত্ৰ জড়িত হৈ থাকেনে? লোকসংস্কৃতি আৰু সংস্কৃতিৰ মাজত কি কি বিষয়ত মিল-অমিল দেখা যায়, বুজাই লিখা। ৪+৪+১০=১৮

৩। (ক) অসমত আই ভগৱতী কামাখ্যা দেৱীৰ প্ৰভাৱ আৰু মহিলা সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা। ১৬

অথবা

(খ) যি কোনো চাৰিটাৰ বিষয়ে সংক্ষেপে লিখা ঃ 8 ×8=১৬

(১) অসমৰ লোকসংস্কৃতিত জাকৈ-খালৈ আৰু পলো

(২) জনকৃষ্টি /লোককৃষ্টি /লোকবিদ্যা

(৩) লোকসংস্কৃতিত তামোল-পাণ

(৪) লোকশিল্প আৰু লোককলা

(৫) শৰাইঘাট আৰু অসমীয়া কৃষ্টি

(৬) চিফুং / ব্ৰাংশী / বেণ / মুখবাঁশী

(৭) হাতীধৰা গীত

(৮) হুৰুম্ / আখৈ /কবৈ গুড়া / কৰাই গুড়ি

## খ-শাখা
## (শঙ্কৰদেৱ)

৬। শঙ্কৰদেৱৰ কাব্য-কৃতিৰ বিষয়ে এটি মননশীল প্ৰবন্ধ লিখা। ১৮

৭। তলৰ যিকোনো দুটা প্ৰশ্নৰ উত্তৰ লিখিবা ঃ ১৬× ২=৩২

(ক) শঙ্কৰদেৱৰ পৰমাৰ্থ-বিষয়ক বৰগীতসমূহৰ বিষয়বস্তু, দাৰ্শনিক তাৎপৰ্য আৰু সাংগীতিক বৈশিষ্ট্য সম্পৰ্কে এটি আলোচনা আগবঢ়োৱা।

(খ) “একে হৰিবংশ কথা অমৃত সাক্ষাৎ।
আৰো ভাগৱত কথা মিশ্ৰ দিলো তাত।
দুয়ো কথা পদবন্ধে কৰো মিসলাই।
যেন মধুমিশ্ৰ দুগ্ধ স্বাদ আতি পায়।।

‘হৰিবংশ’ আৰু ‘ভাগৱত’ৰ কথা সংমিশ্ৰণ কৰি ৰচনা কৰা ‘ৰুক্মিণী-হৰণ কাব্য’ত মধুমিশ্ৰ দুগ্ধৰ স্বাদ পোৱা যায় বুলি শঙ্কৰদেৱে কোৱাৰ কাৰণ কি, যুক্তিসহ আলোচনা কৰা।

(গ) ‘কীৰ্তন ঘোষা’ৰ কৃষ্ণৰ শিশু-লীলা খণ্ডৰ বিষয়বস্তুৰ এটি চমু পৰিচয় দিয়া।

## গ-শাখা
## (লক্ষ্মীনাথ বেজবৰুৱা)

৮। লক্ষ্মীনাথ বেজবৰুৱাক কি কাৰণে 'ৰসৰাজ' আখ্যা দিয়া হয়, বুজাই লিখা। তেওঁক 'ৰসৰাস' আখ্যা দিয়াৰ প্ৰসংগত 'কৃপাবৰ বৰুৱাৰ ওভতনি' গ্ৰন্থৰ কিবা ভূমিকা থকা বুলি ভাবানে ? যুক্তি দৰ্শোৱা। ১৮

৯। যিকোনো দুটা প্ৰশ্নৰ উত্তৰ লিখিবা ঃ ১৬×২=৩২

(ক) 'সুৰভি' গল্প পুথিখনৰ অন্তৰ্গত যি কোনো দুটা গল্পৰ কথা-বস্তু উপস্থাপন পদ্ধতিৰে বিষয়ে আলোচনা কৰা।

(খ) "'সাধুকথাৰ কুঁকি' ৰ অন্তৰ্গত সৰহভাগ গল্পৰ জৰিয়তে ব্যঙ্গাত্মক বা সংস্কাৰাত্মক মনোবৃত্তিৰ অভিব্যঞ্জন হোৱা হেতু সুকুমাৰ অনুভূতিৰ প্ৰকাশ সম্ভৱ নহল।" মন্তব্যটি খণ্ডন কৰা।

(গ) অসমীয়া সমাজৰ চিত্ৰ বেজবৰুৱাৰ প্ৰায়বোৰ গল্পতে পোৱা যায় বুলি কোৱা কথাষাৰৰ কিবা তাৎপৰ্য্য আছে নে নাই, আলোচনা কৰা।

## ঘ-শাখা
## (অম্বিকাগিৰি ৰায়চৌধুৰী)

১০। "অম্বিকাগিৰি ৰায়চৌধুৰীৰ কাব্য-কবিতাৰ মূল সুৰ বিপ্লৱ আৰু মানৱপ্ৰীতি।" মন্তব্যটি যুক্তিনিষ্ঠভাৱে আলোচনা কৰা। ১৮

১১। যি কোনো দুটা প্ৰশ্নৰ উত্তৰ লিখিবা ঃ ১৬×২=৩২

(ক) "অম্বিকাগিৰি ৰায়চৌধুৰীৰ কবিতাৰ আৰম্ভণিতে মানৱ-প্ৰেম, দ্বিতীয় স্তৰত ঈশ্বৰ প্ৰেম আৰু পৰিণতিত দেশ আৰু স্বজাতি প্ৰেম। কথাষাৰ বহলাই আলোচনা কৰা।

(খ) "খণ্ডে কবিতাৰ সৃষ্টি কৰে বুলি এষাৰ কথা আছে।" এই কথাষাৰ ৰায়চৌধুৰীৰ কবিতাৰ ক্ষেত্ৰত সম্পূৰ্ণভাৱে প্ৰযোজ্য হয় নে নহয়, আলোচনা কৰা।

(গ) "ৰায়চৌধুৰীৰ শক্তিপ্ৰকামী, জাতীয়তাবাদী কবিতাৰ শব্দগঠন আৰু তান বা শ্বাসাঘাত-প্ৰধান, বলিষ্ঠ গতিৰ ছন্দও অসমীয়া কবিতাৰ বিশেষ সম্পদ।" মন্তব্যটিৰ যথাৰ্থতা প্ৰতিপন্ন কৰা।

# কেইখনমান নিৰ্বাচিত আলোকচিত্ৰ

খুলীয়া ভাওনাৰ এটি দৃশ্য





নেপালী লোক নৃত্য

নাগাৰ নামৰ এটি মুহূৰ্ত





মাঘ বিহুৰ মেজিৰ এটি দৃশ্য



জাপিসহ এগৰাকী অসমীয়া যুৱতী



সত্ৰীয়া নৃত্য পৰিবেশনত শিশু শিল্পীসকলৰ এটি দৃশ্য



ৰঙালীবিহুৰ ঢুলীয়া নাচনিৰ নৃত্য পৰিবেশনৰ এটি দৃশ্য



জনগোষ্ঠীয় সমন্বয়ৰ প্ৰতীক সাতভনীৰ নৃত্য



তিৱা সকলৰ লোক নৃত্য



তিৱাসকলৰ জাতীয় সাজ
পৰিহিত দুগৰাকী পুৰুষ



তিৱা অলংকাৰ পৰিহিত
এগৰাকী মহিলা



তিৱা সাজ-পাৰত
এগৰাকী তিৱা যুৱতী



কাষত কলহলৈ এগৰাকী
অসমীয়া যুৱতী